# অসমৰ উৎসৱ আৰু পূজা

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

নৱীন পুস্তকালয়
জে.বি. কলেজ ৰোড
যোৰহাট

ষ্টুডেণ্টছ ষ্ট'ৰ
কলেজ হোষ্টেল ৰ'ড
গুৱাহাটী

কৌস্তুভ প্ৰকাশন
মিলন নগৰ
ডিব্ৰুগড়

**ASOMAR UTSAV ARU PUJA** : *Written by Sri Jatindra Kumar Borgohain and Published by Manoj Kumar Ladia J.B College Road, Jorhat -1*

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

**প্ৰথম প্ৰকাশ** ঃ ২০০৪

**প্ৰকাশক** ঃ মনোজ কুমাৰ লাডিয়া
জে.বি. কলেজ ৰ'ড
যোৰহাট

**ঊ. টি.পি.** ঃ জিয়াউৰ ৰহমান

**ছপা** ঃ স্বাতী অফ্‌চেট প্ৰেছ
মেৰঠ ২৫০০০১
উত্তৰ প্ৰদেশ

**দাম** ঃ ১০.০০ টকা

# ভূমিকা

অসমৰ উৎসৱবিলাকৰ উৎপত্তি আৰু বিকাশৰ ইতিহাস সুপ্ৰাচীন কালৰেপৰা হোৱা অন্তবিহীন জন-প্ৰব্ৰজনৰ ইতিহাসৰ লগত সাঙোৰ খাই আছে। অন্তবিহীন প্ৰব্ৰজন আৰু নানা জনগোষ্ঠীৰ সংমিশ্ৰণৰ ফলত আমাৰ কৃষ্টিয়ে গুণগত ভাবে মিশ্ৰিত মানৱীয় কৃষ্টিৰ বৈশিষ্ট্য লাভ কৰিছে। বহুক্ষেত্ৰত প্ৰব্ৰজিত জনগোষ্ঠীৰ সীমিত গোষ্ঠীগত চৰিত্ৰ হেৰুৱাই উৎসৱবিলাকে সাৰ্বজনীন ৰূপ গ্ৰহণ কৰাৰ কাৰণ লুকাই আছে উদাৰ সংমিশ্ৰণৰ সমন্বয় আৰু গ্ৰহণ-বৰ্জনৰ প্ৰক্ৰিয়াৰ মাজত। বিহুৰ দৰে ঋতুভিত্তিক কৃষি উৎসৱবিলাকৰ ক্ষেত্ৰত বৰ্তমান এনে এটা অৱস্থা হৈছে গৈ যে এই উৎসৱৰ উৎপত্তি কেতিয়া কিদৰে কাৰ মাজত হৈছিল— সেই বিষয়ে আইঁফলা বিশ্লেষণ কৰাটোও এতিয়া তাৎপৰ্যহীন হৈ পৰিছে। কাৰণ এনে উৎসৱবিলাকে এতিয়া গোষ্ঠীৰ সীমা চেৰাই জাতীয় সমন্বয়ৰ সোণোৱালী দলিচাইদি সুদীৰ্ঘ কাল অতিক্ৰমি গ্ৰহণ কৰিছে জাতীয় চৰিত্ৰ। উৎসৱসমূহৰ ইতিহাস প্ৰকৃতাৰ্থত আমাৰ লোক প্ৰব্ৰজন আৰু সমন্বয়ৰ সুদীৰ্ঘ অন্তবিহীন ইতিহাস মাত্ৰ।

অন্তবিহীন প্ৰব্ৰজনৰ এই প্ৰক্ৰিয়াৰ ফলত এফালে আমি দেখা পাইছো যে বৌদ্ধ, হিন্দু (শাক্ত, শৈৱ, বৈষ্ণৱ আদি নানা পন্থাৰ), জৈন, শিখ, মুছলমান আৰু খৃষ্টান সকলৰ আগমন ঘটিছে অসমলৈ। তেওঁলোকে গঢ়ি লৈছে তেওঁলোকৰ স্বকীয় ধৰ্মৰ ভেটি। তেওঁলোকৰ ধৰ্মীয় উৎসৱ তথা তিথিবিলাক সকলো ঐতিহ্য আৰু বৰ্ণাঢ্যতা ৰক্ষা কৰি ইয়াত পালন কৰা হৈছে। আনহাতে, সকলো ধৰ্মৰ সমন্বয়মুখী কৃষ্টিৰ ধাৰা এটাও ইয়াত বলিষ্ঠ ভাবে প্ৰৱাহিত হৈছে।

ধৰ্মীয় পৰিসীমাৰপৰা বাহিৰত আনহাতে প্ৰব্ৰজিত বিভিন্ন জনগোষ্ঠীৰ উৎপাদন ভিত্তিক সমাজ-জীৱন চৰ্যাৰ লগত জড়িত, ঝুমখেতি-চিকাৰ-কৃষিকাৰ্যৰ লগত জড়িত ঋতুভিত্তিক উৎসৱবিলাক থাকি গৈছে। এনে উৎসৱবিলাকত চুমেৰীয় বা ভূমধ্যসাগৰীয় অসুৰ কৃষ্টি, বিভিন্ন আৰ্যমূলীয় আৰু বৈদিক কৃষ্টি, কোল-মুণ্ডা বা অষ্ট্ৰিক কৃষ্টি, মংগোলীয় তিব্বেতো-ধৰ্মী, তাই-মংগোলীয় কৃষ্টি, মুছলমান কৃষ্টি, চাহ জনগোষ্ঠীয়-কৃষ্টি, ভাৰতীয় বিভিন্ন অঞ্চলৰ কৃষ্টি তথা ইউৰোপীয় কৃষ্টিৰ ছাপ থাকি গৈছে। বৰ্ণাঢ্যতাৰ সাঁথৰটো সেয়ে লুকাই আছে প্ৰব্ৰজন, সংমিশ্ৰণ, আত্মীকৰণ আৰু প্ৰগতিৰ বিশাল মহাবাহু লুইতসদৃশ প্ৰক্ৰিয়াটোৰ বুকুত।

প্ৰব্ৰজনৰ ক্ষেত্ৰত আনহাতে দেখা গৈছে– কোন আগতে আহিল বা কোন পিছত আহিল তেনে প্ৰশ্নৰ বহু ক্ষেত্ৰতে উত্তৰ নাই। প্ৰব্ৰজন অন্তবিহীন ভাবে সৰু সৰু গোটত বাৰম্বাৰ হৈ থকাৰ ফলত বা সৰু সৰু আক্ৰমণকাৰী প্ৰব্ৰজনকাৰী গোটবিলাক লানি নিছিগা ঢৌৰ দৰে এটাৰ পিছত এটাকৈ আহি থকাৰ ফলত এটা লীন যোৱাৰ পিছত ওপৰা-ওপৰিকৈ আন এটা জাপ খাইছে সংমিশ্ৰিত কৃষ্টিৰ বৰ মজিয়াত। একেটা নৃগোষ্ঠীৰে ভিন-ভিন গোট ভিন ভিন সময়ত প্ৰৱেশ কৰাৰ ফলত আৰু ওপৰা-ওপৰিকৈ দুটা বা তিনিটা নৃগোষ্ঠীৰ আক্ৰমণ আৰু প্ৰব্ৰজন চলি থকাৰ ফলত কোনোটো প্ৰব্ৰজিত কৃষ্টি সমূলি বিলীন হৈ গৈছে ৰাজশক্তি হিচাপে – মাত্ৰ থাকি গৈছে ভৌগোলিক, ভাষিক তথা কৃষ্টিৰ উপাদানবিলাকৰ ওপৰত অমলিন মানবীয় প্ৰলেপ। আৰ্য বংশোদ্ভূত বিভিন্ন গোটৰ প্ৰব্ৰজন তথা মংগোলীয় বংশোদ্ভূত বিভিন্ন গোটৰ প্ৰব্ৰজনৰ ছাপ এই দৰে ভিন ভিন ৰূপত থাকি গৈছে। একেখন নদীৰ নাইবা একেখন ঠাইৰ নাম ওপৰা-ওপৰিকৈ বিভিন্ন জনগোষ্ঠীয়ে প্ৰদান কৰাৰ ফলত কোনটো নাম আগৰ বা কোনটো পাছৰ সেইটো ধৰিব নোৱাৰা অৱস্থা এটা হৈছে।

প্ৰব্ৰজনৰ প্ৰকৃতি দুই ধৰণৰ দেখা যায়। এটা অস্থায়ী প্ৰকৃতিৰ– মাত্ৰ এবাৰেই কিছু সংখ্যক লোক আহি তাৰ পিছত আৰু তেনে গোষ্ঠীৰ লোক নাই অহা। এনেবোৰ জনগোষ্ঠী সম্পূৰ্ণৰূপে বাকী জনগোষ্ঠীসমূহৰ লগত সংমিশ্ৰিত হৈছে। অ'ত ত'ত ছেগা চোৰোকাকৈ সামান্য ধৰণৰ ককেচীয় আৰু নেগ্ৰিটো ছাপ প্ৰভ্যায়িত হোৱাৰ কাৰণ প্ৰব্ৰজনৰ এনে অস্থায়ী আৰু দুৰ্বল প্ৰকৃতি।

আনহাতে, পৰ্বত-কন্দৰ, নদী- আৰু উপত্যকা পাৰহৈ অন্তবিহীন ভাবে অসমলৈ চলি থকা প্ৰব্ৰজনৰ লক্ষণ আমি দেখা পাওঁ অষ্ট্ৰিক, মংগোলীয় আৰু আৰ্য ধৰ্ম গ্ৰহণ কৰা উত্তৰ ভাৰতৰ ব্ৰাত্যসকলৰ ক্ষেত্ৰত। এটা দুটা পৰিয়াল হিচাপে নাইবা মাজে মাজে শক্তিশালী ঢৌ হিচাপে এনে প্ৰব্ৰজন হাজাৰ হাজাৰ বছৰ ধৰি হৈ আছে। ফলত এই তিনিটা প্ৰব্ৰজনৰ সোঁতৰে প্ৰভাৱ অসমত বেছি।

প্ৰব্ৰজনৰ প্ৰকৃতি আনহাতে দুই ধৰণৰ। বহল অৰ্থত শান্তিপূৰ্ণ আৰু আক্ৰমণশীল। শান্তিপূৰ্ণ প্ৰব্ৰজন অন্তবিহীন ভাবে হাজাৰ হাজাৰ বছৰ ধৰি চলি থকা দেখা যায়। কিন্তু আক্ৰমণশীল বা আক্ৰান্তকাৰী প্ৰব্ৰজন মাজে মাজে শক্তিশালী ভাবে হোৱা দেখা যায়। ব্ৰাত্য নৰকৰ প্ৰব্ৰজন আক্ৰমণশীল। ঘটক কিৰাতক বধ কৰি নৰকৰ আগমন– ব্ৰাত্য নৰকৰ আগমনে পুৰণি কিৰাত সভ্যতাৰ পতন ঘটালে; কিন্তু নৰক নিজেও অনা আৰ্য, আৰ্য ধৰ্ম গ্ৰহণকাৰী ব্ৰাত্য। তেওঁ লৈ আহিল হিন্দু সভ্যতা বা আৰ্য সভ্যতাৰ বীজ। ইয়াকে বিশুদ্ধ

ব্ৰাহ্মণ্য ৰূপ দিবলৈ আহিল বশিষ্ঠ। বশিষ্ঠক সহায় কৰিবলৈ আহিল বিষ্ণুৰূপী উত্তৰ ভাৰতীয় শক্তি। অসমৰ ঠাইৰ নাম, নদীৰ নাম আদিত থাকি গ'ল ঘ'ষ্টক কিৰাত কিম্বা তেওঁৰো বহু দিনৰ আগতেই থিতাপি লোৱা দানৱ বংশীয় ৰজ সকলৰ প্ৰভাৱ। সংখ্যাগত ভাবে দুৰ্বল হোৱা বাবে আৰু থলুৱা ধৰ্ম (কৈৰাতজ ধৰ্ম) গ্ৰহণৰ বাবে বহিৰাগতসকলে থলুৱাক সম্পূৰ্ণ নিৰ্মূল কৰাটো সম্ভৱ নহ'ল।

ব্ৰাহ্মণসকলৰ প্ৰব্ৰজনো ধীৰ গতিৰ অন্তবিহীন প্ৰব্ৰজন। আক্ৰান্তকাৰী সামৰিক শক্তি হিচাপে এনে প্ৰব্ৰজন হোৱা নাই; কিন্তু হাজাৰ হাজাৰ বছৰ ধৰি এই প্ৰব্ৰজনে ধৰ্ম, ভাষা (শিক্ষা প্ৰদানৰ জৰিয়তে), ৰীতি-নীতি আৰু উৎসৱ আদিত গভীৰ আৰু যুগমীয়া প্ৰভাৱ বিস্তাৰ কৰিছে।

পৰাক্ৰান্ত শক্তিবিলাকেও অসমলৈ (পূৰ্বে প্ৰাগজ্যোতিষপুৰলৈ) আহি থলুৱা-ভাষা-কৃষ্টি গ্ৰহণ কৰি থলুৱা সভ্যতা-সংস্কৃতি, ধৰ্ম আৰু ভাষাৰ হকে বলিষ্ঠ সংগ্ৰাম কৰাৰ অন্ততঃ তিনি চাৰিটা মহৎ উদাহৰণ আমি দেখা পাওঁ। প্ৰথম নৰকৰ দিনৰ ব্ৰাত্য সকলে দেখুৱালে এই উদাহৰণ। তেওঁলোকে কৈৰাতজ মত আৰু পথক নিঃশেষ কৰাৰ সলনি এটা সমন্বিত শৈৱ আৰু শাক্ত তথা বৈষ্ণৱ কৃষ্টিৰ বিকাশৰ বাট মুকলি কৰি দিলে, থলুৱা লোকৰ সহযোগী শক্তি হিচাপে এটা সংমিশ্ৰিত নতুন ভাষাৰ বিকাশ সাধন কৰিলে। হিউয়েন চাঙৰ দিনলৈ এই ভাষাই সুকীয়া স্বৰূপ কিছু পৰিমাণে প্ৰদৰ্শন কৰিলে। সমন্বয়ৰ দ্বিতীয়টো শক্তিশালী প্ৰবাহ বলিল মন-খ্মেৰ আৰু তাইসকলৰ জৰিয়তে। মন-খ্মেৰ সম্প্ৰদায়বিলাকে— বিশেষ ভাবে চুতীয়াসকলে আহোমপূৰ্ব যুগতে উল্লিখিত কামৰূপী বা প্ৰাগজ্যোতিষপুৰীয়া ভাষা-কৃষ্টিৰ বিকাশত অৰিহণা যোগালে। তাই আহোম সকল আনহাতে এই থলুৱা, ভাষা-কৃষ্টি আৰু সভ্যতাৰ শক্তিশালী ৰক্ষকৰ ভূমিকাত অৱতীৰ্ণ হ'ল আৰু অসমীয়া জাতীয়তাৰ সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক ভাষিক ভ্ৰূণ ৰচনা কৰিলে।

কনৌজকে ধৰি উত্তৰ ভাৰতৰ বিভিন্ন স্থানৰ পৰা অহা লোকসকলে সংস্কৃত, পালি আৰু ব্ৰজবুলি— এই তিনিটা ভাষা বৰ্মণ (ভৌম) বংশৰ ৰাজত্বকালত, চৰ্যাপদ ৰচনা কাল (পঞ্চম শতিকাৰ পৰা ত্ৰয়োদশ শতিকা) আৰু নববৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণ কালত বিকশিত কৰিছিল। এই প্ৰচেষ্টাই অসমীয়া ভাষাক সংস্কৃত মূলীয় কৰিলে। বাক্য গঠন তথা কথন ৰীতিত পুৰণি মংগোলীয় ছাপ থাকি গ'ল যদিও সংস্কৃতমূলীয় সামগ্ৰিকতাই অষ্ট্ৰিক, মংগোলীয় আদি সকলো উপাদান সামৰি লৈ এটা শক্তিশালী লিখিত ভাষাৰ ৰূপ দিলে।

আক্ৰমণকাৰী মুছলমান আৰু মুছলমানৰ লগত অহা ৰাজপুতসকলেও থলুৱা ভাষা-কৃষ্টি, জাতীয়তা গ্ৰহণ কৰি অসমীয়া জাতি গঢ় দিয়াত অৰিহণা

যোগালে। অসমীয়া গড়িয়া আৰু মৰিয়া (পুৰণি অসমীয়া মুছলমান) সকলৰ দৰেই যিসকল ৰাজপুত আক্ৰমণকাৰী বা শিখ আক্ৰমণকাৰী আহোম ৰজাসকলৰ উদাৰ নীতি আৰু অসমীয়া সমাজখনৰ গ্ৰহণ কৰিবপৰা সামৰ্থৰ প্ৰভাৱত অসমীয়া হৈ থাকি গ'ল— তেওঁলোক আজিৰ অসমৰ সম্ভ্ৰান্ত অসমীয়া।

শেহতীয়া ভাবে ইংৰাজৰ দিনত অহা ব্যৱসায়ী আৰু শ্ৰমিক— এই দুয়ো শ্ৰেণীয়ে সমন্বয়ৰ আন এক উদাহৰণ দাঙি ধৰিছে। এই সমন্বয়ৰ সৰ্বোৎকৃষ্ট ব্যক্তিত্ব ৰূপত আমি দেখা পাইছোঁ জ্যোতিপ্ৰসাদ আগৰৱালাক। এই যুগতে বিষ্ণু প্ৰসাদ ৰাভাই পূৰ্বৰ তিব্বেতো-বৰ্মী মূলৰপৰা আহি অসমীয়া ভাষা-কৃষ্টি, সাহিত্য আৰু ৰাজনীতিত যি যুগমীয়া প্ৰভাৱ বিস্তাৰ কৰিলে তাৰ তুলনা কেৱল কিৰাত যুগতে সকলো নদীৰ মংগোলীয় নাম প্ৰদান কৰা ঘটক, বাণ তথা ভীষ্মকৰ বংশধৰ সকলৰ লগতহে তুলনীয়। স্মৰণযোগ্য যে বিষ্ণুপ্ৰসাদ ৰাভাৰ অষ্ট্ৰিক আৰু কিৰাত মূলৰ কৃষ্টিৰ সম্যক জ্ঞান আছিল আৰু ইয়াৰ ভিত্তিতে অসমীয়া কৃষ্টিৰ স্বকীয়তা প্ৰতিষ্ঠাৰ বাবে তেওঁ প্ৰচুৰ গৱেষণামূলক সমল সংগ্ৰহ আৰু বিশ্লেষণ কৰিছিল।

আমাৰ আটাইতকৈ প্ৰচীন বাসিন্দাসকলক ম্লেছ, অসুৰ আদি বিশেষণেৰে অভিহিত কৰা হয়, তেওঁলোক ঐতিহ্যসম্পন্ন কিৰাত, চীনা তথা অন্যান্য আদিম জনগোষ্ঠীৰ লোক। কিৰাতসকল মংগোলীয় নৃগোষ্ঠীৰ লোক। আমাৰ যজুৰ বেদ, অথৰ্ব বেদ আৰু মহাকাব্য ৰামায়ণ, মহাভাৰতৰ উপৰি সংহিতা আৰু পুৰাণসমূহত কিৰাতসকলৰ কথা উল্লেখ আছে। ৰামায়ণত তেওঁলোকক সুন্দৰ, সোণ বৰণীয়া ছালৰ আৰু ভয়ঙ্কৰ প্ৰকৃতিৰ বুলি অভিহিত কৰা হৈছে।[১] মহাভাৰত সভা পৰ্বত এওঁলোকক ম্লেছ বুলি অভিহিত কৰা হৈছে। ভগদত্তৰ সেনা-বাহিনীৰ বৰ্ণনা এই ক্ষেত্ৰত উল্লেখযোগ্য। ভগদত্ত কুৰুক্ষেত্ৰ যুদ্ধৰ এজন প্ৰধান সেনাপতি আছিল, তেওঁ কৌৰৱৰ পক্ষ গ্ৰহণ কৰিছিল আৰু তেওঁৰ সৈন্য-বাহিনীত কিৰাত তথা চীনা সৈন্য আছিল। সমুদ্ৰ তটৱৰ্তী জলাহ অঞ্চলৰ এই বাসিন্দাসকলৰ গাৰ পীত বৰ্ণৰ কথা উল্লেখ আছে।[২] সংহিতা, পুৰাণ আদিৰ অনুপুংখ উল্লেখ বিস্তৃত ভাবে নকৰি আমি মাত্ৰ কিৰাত শব্দৰ পুৰাণসমূহত ব্যৱহাৰৰ সামগ্ৰিক আৰু সাৰ্বজনীন পৰিচয় এটা দাঙি ধৰিছোঁ। তেওঁলোক পীত বৰ্ণী, বৰ্বৰ; পৰ্বত আৰু বনাঞ্চলবাসী। সংহিতাসমূহত কিৰাতসকলক পৰ্বত-গুহাবাসী বুলি অভিহিত কৰা হৈছে। বহু চৰ্চিত কালিকা পুৰাণত কিৰাতসকলক হালধীয়া ছালৰ আৰু মূৰ খুৰোৱা লোক বুলি অভিহিত কৰিছে-

(১) ৰামায়ণ, কিষ্কিন্ধ্যা কাণ্ড।

(২) মহাভাৰত, উদ্যোগ, পৰ্ব, সভা পৰ্ব আৰু কৰ্ণ পৰ্ব দ্ৰষ্টব্য।

তেওঁলোক অসমৰ আদি বাসিন্দা। কিৰাতসকল অসমলৈ একে সময়তে একে পথেদি অহা নাই। প্ৰচিন কামৰূপলৈ এওঁলোকৰ সম্ভাব্য প্ৰৱেশ পথ কেবাটাওঃ (এক) অসম-ম্যানমাৰৰ পথসমূহ, (দুই) ভূটান, ছিকিম আৰু নেপালৰ গিৰিপথসমূহ, (তিনি) বঙ্গ সাগৰেদি ম্যানমাৰ সংযুক্ত সমুদ্ৰ পথ আৰু (চাৰি) উত্তৰ ভাৰত সংযোগী পশ্চিম সীমান্তৰ পথ। এই পথসমূহেদিয়েই পণ্ডিত, শ্ৰমণ, পৰিভ্ৰমণকাৰী, আক্ৰমণকাৰী—সকলোৰে আগমন ঘটিছিল।

মহাকাব্য মহাভাৰতে ঢুকি পোৱা যুগত ভগদত্ত (কামৰূপ বা প্ৰাগজ্যোতিষৰ ৰজা) লৌহ অস্ত্ৰ (কাঁড়, তৰোৱাল, খড়গ) ব্যৱহাৰ কৰা যুগৰ। প্ৰকৃততে নৰকাসুৰৰ আগমনেই কামৰূপলৈ ব্ৰাত্যসকলৰ আগমনৰ সূচনা কৰিলে বুলি কোৱা হয়। কালিকা পুৰাণ বৰ্ণিত নৰক— প্ৰকৃততে কোনজন ? ৰামায়ণৰ যুগৰ— জনকৰ ঘৰত সীতাৰ সৈতে পৰিপালিত বৰাহ পুত্ৰ নৰক, নে মহাভাৰত বৰ্ণিত শ্ৰীকৃষ্ণই নিধন কৰা, বশিষ্ঠ মুনিক অপদস্থ কৰা বিষ্ণু ধৰ্মবিৰোধী নৰক ? সময়ৰ মাত্ৰাজ্ঞান নেহেকৰালে এই কথা সকলোৱে বুজিব পাৰিব যে নৰক প্ৰকৃততে কেবাজনো। নৰক বা নৰ-ক বা নৰ-খু প্ৰকৃততে এক টোটেমৰ নাম নে মাত্ৰ এজন ব্যক্তিৰ নাম সেইটোও প্ৰশ্নৰ বি-- । নৰক টোটেমসম্ভূত নৰক উপাধিও হ'ব পাৰে। নৰক, নৰখু, নৰখে, নৰকে আদি নামসমূহো প্ৰকৃতাৰ্থত একে গোত্ৰৰ। আমি এনেদৰে ভবাৰ যুক্তিযুক্ততা আছে। ত্ৰেতা যুগত মিথিলাৰ জনকৰ গৃহত লালিত-পালিত নৰক বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত জন্মা— ওৰণি গুচাই চালে ই বুজায় ব্ৰাত্য চৰিত্ৰৰ কথা। দ্বাপৰত আনহাতে কামৰূপৰ প্ৰাগজ্যোতিষপুৰৰ নৰক নিধন হৈছে শ্ৰীকৃষ্ণৰ হাতত। উপকথা অনুসৰি নৰক ব্যভিচাৰী হৈছিল আৰু এফালে ব্ৰাহ্মণ ঋষি বশিষ্ঠক কামাখ্যাত প্ৰৱেশ কৰিবলৈ নিদি নৰকে আৰ্যসকলৰ শত্ৰুতা আৰ্জিলে আনফালে ভ্ৰষ্টাচাৰ বশতঃ দেৱী কামাখ্যাৰ প্ৰতি থাকিব লগা মাতৃজ্ঞান লুপ্ত হ'ল। গতিকে ভ্ৰষ্টাচাৰৰ পৰা মুক্ত কৰিবৰ বাবে শ্ৰীকৃষ্ণ (বিষ্ণুৰ অৱতাৰ)ৰ আৱিৰ্ভাৱ। নৰকৰ উপাখ্যানটোৱে বুজায় যে নৰক নিজেই ব্ৰাত্য— আৰ্যধৰ্ম গ্ৰহণ কৰা থলুৱা লোক। পৃথিৱীৰ গৰ্ভত জন্মা উপাখ্যানটোৱে থলুৱা বংশোদ্ভূত কথাটোকে প্ৰতিপন্ন কৰে। আনহাতে নৰকক অসুৰ বোলা হৈছে যদিও আচলতে নৰকে অসুৰ বংশৰ শেষ ৰজা ঘটকক নিধন কৰিহে কামৰূপৰ ৰজা হৈছিল। অসুৰ সকলৰ উৎপত্তি সম্পৰ্কে দুটা মত দেখা যায়। প্ৰসিদ্ধ মতটো হ'ল অসুৰ (এছিৰিয়ান) সভ্যতাৰ এছিৰীয় আৰ্যপূৰ্ব সভ্যতাৰ লগত থকা সম্পৰ্কভিত্তিক। ঋকবেদৰ প্ৰথম দহটা মণ্ডলত অসুৰ (অহুৰ বা অহুৰমাজদা ?) উপাসনাৰ পাত্ৰ। দেৱৰাজ ইন্দ্ৰকো অসুৰ বুলি প্ৰথমাৱস্থাত সম্বোধন কৰাটো অতি

তাৎপৰ্যপূৰ্ণ। এই অসুৰ সভ্যতাৰ লগত যে পূৱ ভাৰতৰ অসুৰ সভ্যতাৰ কিবা মিল আছিল তাক প্ৰমাণ কৰাৰ উপায় নাই। আৰ্যসকলৰ হেচাঁত পূৱ ভাৰত (সদানীৰা নদীৰ পূৱৰ অঞ্চল), সমূদ্ৰ তীৰবৰ্তী অঞ্চল, মিজো পৰ্বত, ত্ৰিপুৰা, এতিয়াৰ খাচি পাহাৰ, দ্বীপময় ভাৰতলৈ অসুৰসকল প্ৰব্ৰজিত হৈছিল নে অসুৰসকল এইবোৰ অঞ্চলৰ আদিবাসী– এই প্ৰশ্নটো পৰ্যালোচনা কৰিবলগীয়া। বিষ্ণু প্ৰসাদ ৰাভাই নেপালৰপৰা শদিয়ালৈকে বিস্তীৰ্ণ অঞ্চলত ব্যাপক জনসমুদ্ৰত বিলীন হৈ যোৱা মৌৰাং, মাইৰাং, মোৰাণ (মৰাণ) সকলৰ আদি পুৰুষসকল প্ৰব্ৰজিত বুলি উল্লেখ কৰিছে– 'অসমীয়া কৃষ্টি' ৰচনাত। প্ৰব্ৰজিত হ'লেও এই প্ৰব্ৰজনৰ ইতিহাস অতি বেছি আনুমানিক। দানৱ বংশ বা অসুৰ বংশ হিচাপে পৰিচিত এই প্ৰখ্যাত বংশক উৎখাট কৰিহে নৰকৰ দিনত আৰ্য সভ্যতাৰ অংকুৰ দলহ-দপহকৈ গজালি মেলাৰ পৰিবেশ ৰচিত হৈছিল। এইজন নৰকক খৃঃপূঃ এহেজাৰ বছৰ মানলৈ আগুৱাই নিলে নৰক বা ভৌম্য বংশৰ উত্তৰাধিকাৰৰ বাস্তৱতা প্ৰতিপন্ন হয়। নৰকৰ মৃত্যুৰ পিচত কামৰূপ আৰ্যাৱৰ্তৰ অংশ হৈ পৰে, মহাকাব্য মহাভাৰতৰ যুদ্ধত ভগদত্তৰ অংশ গ্ৰহণ ইয়াৰেই প্ৰমাণ। নৰক আৰু ভগদত্ত উভয়ে আছিল আৰ্য সভ্যতা বিস্তাৰৰ কাৰিকৰ।

বৰ্মন বংশৰ ৰজাসকল শৈৱ আছিল আৰু শৈৱ হ'লেও তেওঁলোক অন্য হিন্দু পন্থা বিলাকৰ প্ৰতি নাইবা বৌদ্ধ সকলৰ প্ৰতি বিৰোধী ভাৱাপন্ন নাছিল। ব্ৰাহ্মণসকলক ভূমিদান কৰাৰ তথ্য নিধানপুৰ ফলিত লিপিবদ্ধ আছে।[৩] আৰ্য ধৰ্ম প্ৰসাৰৰ বাবে দুশ ব্ৰাহ্মণক ভূমিদান কৰাটো অতি তাৎপৰ্যপূৰ্ণ আৰু দিক নিৰ্ণায়ক। আৰু কামৰূপলৈ বৌদ্ধ পৰিব্ৰাজক হিউয়েন চাঙক আমন্ত্ৰণ কৰি অহা প্ৰাগজ্যোতিষাধিপতি ভাস্কৰ বৰ্মণ যে কামৰূপ ৰাজ্যত পৰম্পৰাত পৰিণত হোৱা মহাসমন্বয়ৰ কাৰিকৰ তাক বঢ়াই কোৱাৰ প্ৰয়োজন নাই। শৈৱ আৰু বৌদ্ধসকলৰ সমন্বয়ৰ থলী কামৰূপ– ই তন্ত্ৰৰ বিকাশৰ পীঠস্থানত পৰিণত হোৱাৰো মূল সেতু বৰ্মণ যুগতে নিৰ্মিত হৈছিল। কামাখ্যা হাজো আদি স্থান সমূহৰ লগত যে পিচত পাল বংশৰ ৰাজত্ব কালত বিক্ৰমশিলৰ লগত ওচৰ সম্পৰ্ক গঢ় লৈ উঠিছিল– সেইটো স্পষ্ট।

অসমৰ লোক উৎসৱসমূহত হিন্দু পঞ্জিকাৰ ব্যৱহাৰ তথা সংস্কৃত ভাষাৰ ব্যাপক বিস্তৃতি লাভ যে বৰ্মণ বংশৰ দিনতে আৰম্ভ হৈছিল তাৰ ঐতিহাসিক কাৰণবোৰ অতি স্পষ্ট। বৰ্মণ বংশৰ পতনৰ পিচত অসমত ম্লেচ্ছ বংশ, পাল

---

(৩) নিধানপুৰ তাম্ৰ ফলকৰ তথ্য অনুসৰি ষষ্ঠ শতিকাত প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰা বৰ্মণ বংশৰ ৰজা ভূতিবৰ্মণে বিভিন্ন গোত্ৰ আৰু শাখাৰ দুশ ব্ৰাহ্মণক অগ্ৰাহৰ দান কৰিছিল। অসমৰ প্ৰাচীন হিন্দু আৰু ব্ৰাহ্মণ্য ধৰ্মৰ ই বলিষ্ঠ ভিত্তিৰ ইঙ্গিত দিয়ে। –লিখক।

বংশ, খেন বংশ আদিয়ে ৰাজত্ব কৰে। এই বংশবোৰৰ ৰাজত্বকালত অসমত কৃষি বিস্তাৰ, হিন্দু ধৰ্মৰ (পাল বংশৰ কেইগৰাকীমান ৰজা বাদ দি) প্ৰসাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি দ্ৰুতগতিৰে বৃদ্ধি পায়। ষষ্ঠ শতিকাৰ পৰাই ব্ৰাহ্মণ সকলক অগ্ৰাহৰ দান কৰাটো ৰজাসকলৰ এক প্ৰকাৰ পৰম্পৰাত পৰিণত হৈছিল। এই দৰেই কনৌজ আৰু বিদেহ (মিথিলা)ৰ ব্ৰাহ্মণ আৰু উচ্চ বৰ্ণৰ লোকেৰে অসম ভৰি পৰিছিল। ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই 'কালছাৰেল হিষ্ট্ৰি অব আছাম" গ্ৰন্থত কৈছে যে এই ব্ৰাহ্মণ আৰু উচ্চ বৰ্ণৰ প্ৰব্ৰজনে বাৰ শতিকামানৰ ভিতৰত অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰাচীন অসমীয়া ভাষাৰ বিকাশ সম্পূৰ্ণ কৰিছিল। আহোম সকল অহাৰ সময়ত উজনি অসমত মৰাণ-বৰাহী অঞ্চল পৰ্যন্ত এই ভাষাই প্ৰচলিত আছিল।

অসমৰ জন-জাতিসকলক মূলতঃ ভাষা-তাত্ত্বিক বিচাৰত দুটা বৃহৎ গোষ্ঠীত ভাগ কৰিব পাৰি। প্ৰথমটো অষ্ট্ৰ'-এছিয়াটিক তথা অষ্ট্ৰিক, আনটো তিব্বেতো-চাইনীজ। অষ্ট্ৰ'-এছিয়াটিক বৃহৎ গোষ্ঠীটোৰ প্ৰভাৱ অসম তথা ভাৰতৰ কৃষ্টিৰ ক্ষেত্ৰত প্ৰভাৱ নিচেই তাকৰ নহয়। দক্ষিণ পূব-এছিয়াৰ মন-খ্মেৰ আৰু অন্যান্য কেবাটাও জনগোষ্ঠী, নিকোবৰৰ বাসিন্দাসকল, ভাৰতৰ কোল, মুণ্ডা আৰু অসমৰ খাছিসকলৰ ভাষা অষ্ট্ৰ'-এছিয়াটিক। ইন্দোনেছিয়াৰ পূব প্ৰান্তৰপৰা ভাৰতৰ বিশাল ভূ-খণ্ডলৈকে —এই বিশাল ভূখণ্ডত এসময়ত কোল- মুণ্ডা-মনখ্মেৰ সভ্যতাৰ বিস্তাৰ ঘটিছিল। অসমৰ খাছিসকলৰ মাতৃপ্ৰধান সামাজিক ভেটি, অষ্ট্ৰ'-এছিয়াটিক ভাষা, সৰ্প পূজা— যিটো প্ৰাচীন মন-খ্মেৰ ধৰ্মৰ লগত সাদৃশ্য থকা এক ধৰ্মীয় ৰীতি আৰু বৃহৎ শৈল-কৃষ্টিয়ে (যিটো হো-মুণ্ডা আদিৰ লগত মিলে) খাছিসকলক প্ৰাচীন অসমৰ ইতিহাসত এক একক স্থান প্ৰদান কৰিছে। প্ৰাচীন কামৰূপৰ আদিমতম বাসিন্দা অষ্ট্ৰিক সকলৰ লগত মাতৃপ্ৰধান সামাজিক চৰিত্ৰৰ মিল থকা প্ৰমীলাৰ ৰাজ্যৰ কিম্বদন্তি, সৰ্প পূজাৰ পুৰণি ঐতিহ্য, শৈল কৃষ্টিৰ অৱশেষ ব্ৰহ্মপুত্ৰ উপত্যকাৰ কিয়দাংশ, খাচি পাহাৰৰ নামনি অংশত বিদ্যমান। অসমীয়া কৃষ্টি আৰু ভাষালৈ অষ্ট্ৰিকসকলৰ অৱদান অতি বিস্তৃত। ড০ কাকতিয়ে মাতৃ পূজাৰ লগত কামাখ্যা দেৱীৰ পূজাৰ সম্পৰ্ক দেখুৱাইছে। ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই পছিলুস্কিৰ গৱেষণাৰ ওপৰত ভিত্তি কৰি লিঙ্গ পূজাও অষ্ট্ৰিকসকলৰ অৱদান বুলি অনুমান কৰিছে।[৪] খাচিসকলৰ উথলেন বা সৰ্পপূজাৰপৰা অসমত সৰ্পদেৱী পূজাৰ উদ্ভৱ হোৱাৰ সম্ভাৱনাৰ কথা ড০ বৰুৱাই উল্লেখ কৰিছে। অষ্ট্ৰিকসকলৰ কাছ পূজাৰপৰা আধুনিক অসমৰ মঙ্গলদৈ অঞ্চলত প্ৰচলিত ধৰ্ম পূজাৰ উদ্ভৱ হোৱাৰ সম্ভাৱনা নুই কৰিব

(৪) অসমীয়া ভাষা আৰু সংস্কৃতি, ড০ বিৰিঞ্চি কুমাৰ বৰুৱা, পঞ্চম সংস্কৰণ, পৃঃ৮।

নোৱাৰি।[৫] সন্তান বাহিৰলৈ উলিওৱাৰ সময়ত শিল স্পৰ্শ কৰোৱা, বিবাহ অনুষ্ঠানত শিল (পটাগুটি) ব্যৱহাৰ কৰা, শিলত বহি শপত গ্ৰহণ কৰা প্ৰাচিন পৰম্পৰা, তামোল-পাণৰ ব্যৱহাৰ, শুভ কাৰ্যত হালধি আৰু সেন্দুৰৰ ব্যৱহাৰ, দেৱ কাৰ্যত বলি দিয়া আৰু বলিৰ তেজৰ ফোঁট লোৱা আদি কাৰ্য অষ্ট্ৰিকৰ অৱদান বুলি অনুমান কৰা হয়। মৃতকৰ সৎকাৰ স্থানত থিয়ৈ শিল পোতা কৃষ্টি অষ্ট্ৰিকৰ দান—তিব্বেতো-বৰ্মী বহু সম্প্ৰদায়কে ই প্ৰভাৱান্বিত কৰে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন স্থানত স্মৃতি শৈলৰ অৱশেষো মূলতঃ অষ্ট্ৰিক সকলৰ পূৰ্ব বসতিৰ চিহ্ন। ভূত-প্ৰেত, ডাইনী-যখিনী সম্পৰ্কীয় নানা বিশ্বাস, পৰিয়াল বাচক আতা, আবু, বোপাই, ককাই, বাই আদি শব্দৰ ব্যৱহাৰ, গেবাৰি খটা (কন্যাৰ বাবে) প্ৰথা, কথা-প্ৰসঙ্গত এৰা, হেনো আদি শব্দৰ ব্যৱহাৰ সুকুমাৰ শিল্পৰ অনেকখিনি নৃত্য-গীত, বৈষ্ণৱসকলৰ 'জুনা' শব্দ আদি অষ্ট্ৰিকসকলৰ কৃষ্টিৰ অৱদান।

তিব্বেতো-চীনা জনগোষ্ঠীসমূহক দুটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। প্ৰথমটো তিব্বেতো-বাৰ্মাণ, দ্বিতীয়টো চীনা-চিয়ামিজ। তিব্বেতো-বাৰ্মাণসকলক আনহাতে গ্ৰীয়াৰ্চন প্ৰমুখ্যে ভাষাতত্ত্ববিদসকলে তিনিটা ভাগত ভাগ কৰিছে। প্ৰথমটো তিব্বতীয় অসম-বৰ্মী আৰু উত্তৰ অসম শাখা। অসম-বৰ্মী শাখাৰ ভিতৰত বড়ো, নগা, কুকি-চীন আদি ভাষিক গোষ্ঠী আৰু বড়ো গোষ্ঠীৰ ভিতৰত কোঁচ, কছাৰী, লালুং, ডিমাচা, চুতীয়া, মৰাণক ধৰা হৈছে। তিব্বেতো-বাৰ্মাণসকল কেতিয়া দক্ষিণলৈ[৬] প্ৰব্ৰজিত হৈছিল সেই সম্পৰ্কে সঠিক তথ্য-পাবলৈ নাই যদিও চীনা বুৰঞ্জীসমূহৰ সূত্ৰ ধৰি অনুমান কৰা হয় যে দক্ষিণ-পশ্চিম চীনৰ পৰা দক্ষিণলৈ প্ৰব্ৰজন খৃঃপূঃ সাত হেজাৰ বছৰ মানৰপৰাই আৰম্ভ হয় আৰু বিভিন্ন সময়ত নতুন নতুন প্ৰব্ৰজনৰ ঢৌ আহি অসমত বিয়পি পৰে। একে সময়তে এই প্ৰব্ৰজনৰ ঢৌ প্ৰৱাহিত হোৱা নাছিল। ভিন্ন ভিন্ন সময়ত, ভিন্ন ভিন্ন ভাগত আহি তেওঁলোক দক্ষিণৰ বিভিন্ন অঞ্চলত সম্ভৱত বৰ বৰ নদীৰ গতিপথ অনুসৰণ কৰি বিয়পি পৰিছিল। ইৰাৱতী, চিন্দুইন, মেকং, মেনাম আৰু ব্ৰহ্মপুত্ৰ (চাম্‌পো) নদীৰ গতিপথ অনুসৰি তেওঁলোক দক্ষিণলৈ বিয়পি পৰাৰ আগেয়ে ইয়াং চিকিয়াং, হোৱাংহো আদি নদীৰ উপত্যকাত বসবাস কৰিছিল বুলি অনুমান কৰাৰ থল আছে; বৃহৎ নদীৰ গতিপথ ধৰি ধৰি তেওঁলোক দক্ষিণলৈ বিয়পি পৰাৰ প্ৰমাণ মূলতঃ দুটা কথাত আমি বিচাৰি পাওঁ। প্ৰথমটো নদীৰ নামত-দিখৌ, দিচাং, ডিমৌ, ডিবৰু,

(৫) ড° বৰুৱা, উক্ত গ্ৰন্থ, পৃঃ৮।

(৬) ড° বিৰিঞ্চি কুমাৰ বৰুৱা, উল্লিখিত গ্ৰন্থ, পৃ ১৩।

দিগাৰু আদি নাম তিব্বেতো-বাৰ্মাণ ভাষীয়ে দিয়া। আনহাতে তিৱা, জিম'ছায়া (দেউৰী) আৰু ডিমাছা আদি শব্দৰ লগত পানী (নদী)ৰ সন্তান উপকথাৰ সম্পৰ্ক বিদ্যমান। দক্ষিণলৈ নামি অহা প্ৰব্ৰজনকাৰী সোঁতবিলাকৰেই বিভিন্ন ঠালে বিভিন্ন স্থানত থিতাপি লৈ বিচ্ছিন্ন হৈ পৰাৰ ফলত পিচলৈ ভাষা, কৃষ্টি, ধৰ্ম, সাজ-পোছাক আদিৰ পাৰ্থক্যও সৃষ্টি হৈছে। কিছুমান কথাত কিন্তু তেওঁলোকৰ গুৰুত্বপূৰ্ণ মিল আছে। যেনে তিব্বেতো বৰ্মী সকলো সম্প্ৰদায়ে মাছ আৰু মঙহ প্ৰচুৰ পৰিমাণে খায়। তদুপৰি বাঁহ পৰম্পৰাগত ভাবে এওঁলোকৰ মূল আহিলা পাতি নিৰ্মাণৰ সামগ্ৰী হিচাপে পৰিগণিত। মূলতঃ এওঁলোকৰ আদিম আৰু মধ্যযুগীয় কৃষ্টি বাঁহভিত্তিক, প্ৰযুক্তি বাঁহভিত্তিক।

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে আৰ্যসভ্যতা মাছ খোৱা আৰু বিস্তৃত ভাবে বাঁহ ব্যৱহাৰ কৰা মানুহৰ সভ্যতা নহয়। মাছ নহ'লে কিন্তু তিব্বেতো বাৰ্মাণ জনগোষ্ঠীবিলাকৰ খাদ্যৰ তালিকাখন সদায় অসম্পূৰ্ণ হয়। মাছৰ বাহিৰেও বিভিন্ন জন্তুৰ মঙহ খাদ্য হিচাপে গ্ৰহণ কৰাটো এওঁলোকৰ পৰম্পৰাৰ অন্তৰ্ভুক্ত আছিল। আজিও মাছ আৰু মঙহ ভক্ষণত তিব্বেতো বাৰ্মাণ বংশোদ্ভৱসকলৰ তুলনা বিৰল। বাঁহভিত্তিক গোষ্ঠীবিলাকে যে আদিতে চাং ঘৰ সাজি, গাওঁ পাতি বাস কৰিছিল সেই কথাত দ্বিমত নাই; কিন্তু পিচলৈ থলুৱা অন্য জনগোষ্ঠীৰ সংস্পৰ্শ কিম্বা ভৈয়ামৰ পৰিৱেশে চাং ঘৰ বাদ দি মাটিৰ ওপৰত ঘৰ নিৰ্মাণৰ সুবিধা আনি দিয়ে। গাঁৱৰ চাৰিওফালে সীমা বান্ধি সুৰক্ষিত কৰাৰ পৰা 'বেৰ' আৰু 'হেঙ্গাৰ' শব্দ দুটা বহুল প্ৰচলিত তিব্বেতো-বাৰ্মাণ বড়ো মূলৰপৰা সকলো অন্য ভাষী মানুহৰ মাজতো বিয়পি পৰিছিল।

তিব্বেতো-বৰ্মীসকলৰ দলবদ্ধ জীৱন-চৰ্যাৰ লক্ষণ প্ৰত্যয়জনক ভাবে আজিকোপতি আছে দলবদ্ধ ভাবে মাছ ধৰা (আজিও অসমৰ বিভিন্ন বিলত এনে মাছ ধৰা পৰম্পৰা আছে), দলবদ্ধ ভাবে চিকাৰ কৰা, সমূহীয়া ভাবে কৃষি কাৰ্য নাইবা আন নিৰ্মাণ কাৰ্য কৰা পৰম্পৰা আজিকোপতি অসমৰ সকলো সম্প্ৰদায়ৰ মাজত বিদ্যমান। তিৱা, কাৰ্বি, কছাৰী আদি জনগোষ্ঠীৰ লোকসকলে হহৰা, জালিসৰা আদি বিলত মাছ মৰাৰ দৰে অসমৰ প্ৰায় সকলো তিব্বেতো-চীনা সম্প্ৰদায়ৰ বসতি প্ৰধান অঞ্চলত সমূহীয়া ভাবে মাছ ধৰা হয়। বিহুৰ সময়ত এইটোৱেই পৰম্পৰা।

তিব্বেতো-বৰ্মীসকলৰ সকলো গোষ্ঠী গাৰোসকলৰ দৰে মাতৃপ্ৰধান নহয়। অস্ট্ৰিক খাছিসকলৰ লগত গাৰোসকলৰ মাতৃতান্ত্ৰিকতাৰ মিল আছে। কিন্তু বিবোৰ জনগোষ্ঠী মাতৃতান্ত্ৰিক নহয়, সেইবোৰতো নাৰীৰ মৰ্যদা আৰু স্থান

ঘৰুৱা সামাজিক আৰু ধৰ্মীয় জীৱনত অতি উচ্চ। কাৰ্বিসকলৰ শ্ৰাদ্ধত তথা বড়োসকলৰ খেৰাই পূজাত নাৰীৰ ভূমিকা অন্যতম প্ৰধান আৰু নিৰ্ণয়াত্মক।

বিবাহৰ ক্ষেত্ৰতো তিব্বেতো-বৰ্মীসকলৰ জীৱনত তিৰোতাৰ মৰ্যাদা উচ্চ। ড০ বৰুৱাই যুৱতী কালত বিয়া হোৱা, বিবাহ বিচ্ছেদ, বিধৱা বিবাহ (ধেমনী অনা) আদি প্ৰথাই সমাজত তিৰোতাৰ উচ্চ স্থানৰ ইঙ্গিত দিয়ে বুলি কৈছে।[৭] বিবাহৰ আঠবিধ পদ্ধতিৰ ভিতৰত আসুৰিক, গন্ধৰ্ব, ৰাক্ষস আৰু পৈশাচিক পদ্ধতিক তিব্বেতো-বৰ্মী অৱদান বুলি ড০ বৰুৱাই উল্লেখ কৰিছে।

অসমৰ ধৰ্ম আৰু উৎসৱৰ ক্ষেত্ৰত তিব্বেতো-বৰ্মীসকলৰ অৱদান প্ৰচুৰ। প্ৰাচীন কামৰূপ তথা প্ৰাগজ্যোতিষপুৰৰ ধৰ্ম কৈৰাতজ বুলি বহুল প্ৰচলিত মত এটা আছে। বৰ্তমান এই কথা বিভিন্ন গৱেষকৰ ৰচনাৰপৰা পুষ্টি লাভ কৰি সুপ্ৰতিষ্ঠিত হৈছে যে থলুৱা কিৰাত আৰু নিষাদৰ ধৰ্ম আৰু প্ৰব্ৰজনকাৰীৰ সমন্বয়ৰ ফলতে হিন্দু ধৰ্মৰ তান্ত্ৰিক ধাৰাটোৰ প্ৰবৰ্তন হয়। এই তান্ত্ৰিক ধাৰাটোৰ প্ৰাবল্য কামৰূপত যে প্ৰবল আছিল তাক 'কালিকা পুৰাণ' আৰু 'কালিকা পুৰাণ'তকৈ বহু পিচত ৰচিত যোগিনী তন্ত্ৰই প্ৰত্যায়িত কৰে। নৰক বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত জন্মা উপাখ্যানটোৱেই নৰকৰ ৰহস্যাবৃত আৰ্যীকৃত ভূমিজ ৰূপটোৰ কথাই সূচায়। ঘটক কিৰাতক বধ কৰিহে নৰক কামৰূপৰ ৰজা হৈছিল। সম্ভৱতঃ অষ্ট্ৰিক আৰু কিৰাতৰ সমন্বয় অথবা উভয়ৰে অৱদানৰ ফলত মাতৃদেৱী (কামাখ্যা)ৰ পূজা ব্ৰাত্য (হিন্দু ধৰ্ম গ্ৰহণকাৰী থলুৱা আদিবাসী) সকলেও আৰম্ভ কৰিলে। নৰকৰ দৰে ব্ৰাত্য আৰ্যধৰ্মী সকলেও কিন্তু কামৰূপৰ সমীপৱৰ্তী তেজপুৰ বা শোণিতপুৰৰ ৰজা শিৱভক্ত বাণৰ প্ৰভাৱত শৈৱ তান্ত্ৰিক ধৰ্মৰ পথ গ্ৰহণ কৰিলে। এই প্ৰসঙ্গৰ সৰলীকৰণ কৰি ড০ বাণীকান্ত কাকতিদেৱে কৈছেঃ 'সেই সময়ত শোণিতপুৰ নগৰত বাণ নামে এজন অসুৰ ৰজা আছিল। তেওঁ শিৱ ভক্ত। মহাদেৱক পূজাত সন্তুষ্ট কৰি আসুৰিক মতেৰে নিৰ্ভয়ে চলন -ফুৰণ কৰে। নৰকৰ লগত ওচৰ-চুবুৰীয়া বাণৰ মহামিত্ৰতা ঘটিল। দুয়োৰো জুই-বতাহৰ নিচিনা সম্বন্ধ। বাণৰ সংসৰ্গত নৰকেও আসুৰিক স্বভাৱ অৱলম্বন কৰিলে।'[৮] নৰকে ব্ৰাহ্মণ, বিষ্ণু আৰু পৃথিৱীক নমনা বা পূজা নকৰা হ'ল। কামৰূপৰ আসুৰিক শৈৱ মত 'হৰি-হৰ'ৰ যুদ্ধৰ জৰিয়তে বাণক নিধন কৰিহে নিৰ্মূল কৰাৰ কথা উপকথাই কয়। তেজপুৰ নামৰ অষ্ট্ৰিক মূল আৰু তেজপুৰ তথা বিশ্বনাথ অঞ্চলত ভৈৰৱ-ভল্লীৰ প্ৰাধান্য, লিঙ্গ পূজাৰ প্ৰাচীনত্ব আদিয়ে প্ৰমাণ কৰে যে উপকথাৰ সকলো বিষ্ণু বিৰোধী ৰজাক নিৰ্মূল কৰি বৈষ্ণৱ মত

(৭) উক্ত গ্ৰন্থ; পৃঃ ১৫ দ্ৰষ্টব্য।

(৮) ড০ কাকতি, 'নৰকাসুৰ' প্ৰবন্ধ, 'বাণীকান্ত চয়নিকা অন্তৰ্ভুক্ত। চতুৰ্থ মুদ্ৰন, ১৯৯৩, পৃঃ ২৬৮।

(বা আৰ্য মত) প্ৰচলনৰ প্ৰচেষ্টা কামৰূপত কৰা হৈছিল যদিও ৰজা বলি, বাণ আদিৰ উত্থানে অনাৰ্য মতৰ প্ৰাবল্যকে প্ৰতিপন্ন কৰে।

বশিষ্ঠ মুণিক আৰ্য ধৰ্মৰ প্ৰবৰ্তক বুলি গণ্য কৰা হয়, বশিষ্ঠক কামাখ্যা মন্দিৰত প্ৰৱেশৰ অনুমতি নৰকে প্ৰদান কৰা নাছিল। স্বৰূপাৰ্থক ঘটক কিৰাতক বধ কৰি নৰকক ৰজা পতাৰ পিচত পুনৰ কিৰাত সকলৰ প্ৰাধান্যই প্ৰতিষ্ঠিত হ'ল। বশিষ্ঠৰ শাওপাতত ইয়াৰ পিচতে কামাখ্যা দেৱী অন্তৰ্হিত হ'ল আৰু নৰকৰ মৃত্যু নোহোৱা পৰ্যন্ত কামাখ্যাই পুনৰ ৰূপ ধাৰণ নকৰিলে। নৰকক বিষ্ণুয়ে (কৃষ্ণ ৰূপ ধৰি নিধন কৰাৰ পিচতহে পুনৰ ব্ৰাহ্মণ্য ধৰ্ম (বশিষ্ঠৰ ধৰ্ম) আৰু কামাখ্যাৰ পূজা প্ৰচলন হ'ল। এই উপকথাৰ মৰ্ম কি ? সম্ভৱতঃ আৰ্য নিয়মেৰে পুনৰ কামাখ্যা পূজা কৰাটো এই তান্ত্ৰিক মতৰ আৰ্যীকৰণৰ অন্য এক ব্যাখ্যা মাত্ৰ। ড০ কাকতিয়ে লিখিছে "অনুমান হয়, লিংগ পূজাৰ দৰে যোনি পূজাও পৃথিৱীত আৰু ভাৰতৰ অনাৰ্য জাতিবোৰৰ মাজত অতীজ কালৰ পৰাই চলি আহিছিল আৰু তন্ত্ৰৰ যুগত ই আৰ্য সম্প্ৰদায়সকলৰ মাজত প্ৰৱেশ লাভ কৰে। লিংগ পূজাক যেনেকৈ শিৱ পূজাৰ লগত চামিল কৰা হ'ল, তেনেকৈ যোনি পূজাকো সতী বা দেৱী পূজাৰ লগত চামিল কৰা হয়।... যোনি পূজাৰ প্ৰধান তীৰ্থ বা মূল স্থান হিচাপে কামাখ্যা যোনি প্ৰদেশকেই স্বীকাৰ কৰা হয়।"(১) বৰাহৰূপী বিষ্ণুৰ অৱতাৰী ৰূপ শ্ৰীকৃষ্ণই পুনৰ কামাখ্যা দেৱীক প্ৰতিষ্ঠা কৰাৰ মৰ্ম লুকাই আছে বিষ্ণু (কৃষ্ণ)ৰ জৰিয়তে সুৰক্ষিত, ব্ৰাহ্মণ বশিষ্ঠৰ প্ৰৱেশাধিকাৰ থকা কামাখ্যাত আৰ্যীকৃত ৰূপত সবেও পূজিব পৰা ব্যৱস্থা এটা প্ৰতিষ্ঠা কৰাৰ মাহাত্ম্যত।

ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই ড০ কাকতিৰ মতকেই সমৰ্থন কৰি কৈছে- "অসমীয়া ধাৰ্মিক সংস্কৃতিত তিব্বত-বৰ্মীৰ কিছু উপাদান আছে। ড০ কাকতিৰ মতে কেঁচাই খাতী গোসানীৰ পূজা এওঁলোকেই প্ৰবৰ্তন কৰে। নৰবলি প্ৰথা এওঁলোকৰ ধৰ্ম বিশ্বাসৰ লগত জড়িত বুলি অনুমান কৰা হয়। তিব্বত-বৰ্মীৰ অন্যতম শাখা নগাৰ মাজত ঠায়ে ঠায়ে এতিয়াও এই প্ৰথা আছে। মনসা পূজা পূৰ্বৰ অধিবাসীয়ে প্ৰবৰ্তন কৰিলেও এওঁলোকে ইয়াৰ প্ৰচলন বহলায়। সিজু পূজা আৰু মনসা পূজা একে পৰ্যায়তে পেলোৱা হ'ল। এতিয়াও মনসা পূজাত সিজু গছৰ অংশ দিয়া হয়। ভালেমান গ্ৰাম্য দেৱ-দেৱীৰ পূজা তিব্বত-বৰ্মীৰ বিশ্বাসৰ ওপৰতে গঢ়ি উঠিছে। ডাঙৰ গছ, ডাঙৰ শিল, অদ্ভুত ৰূপৰ প্ৰাকৃতিক পদাৰ্থক কালিকা লগা বুলি যি পূজা কৰা হয়, আৰু তাৰ কাষত যি থানৰ সৃষ্টি

---

(১)-(১০) : ড০ বৰুৱা উক্ত গ্ৰন্থ পৃঃ ১৬ দ্ৰষ্টব্য।

হয়, – সেই উভয়ৰে মূলতে তিব্বত-বৰ্মীৰ বিশ্বাস; মহহো উৎসৱ তিব্বত-বৰ্মীয়ে প্ৰচাৰ কৰে। চীন দেশত এনে মহ খেদা উৎসৱ এতিয়াও আছে।[১০]

'যোগিনী তন্ত্ৰ'ৰ মত উল্লেখ কৰি কৈৰাতজ ধৰ্মৰ ব্যাখ্যা ড০ কাকতিয়ে 'কৈৰাত ধৰ্ম' ৰচনাত এইদৰে দিছে, "কামৰূপৰ ধৰ্ম কৈৰাতজ (কিৰাত বা পৰ্বতীয়া জাতিৰ আচাৰৰপৰা সম্ভূত)। কামৰূপত সন্ন্যাস বিধি বা কোনো দীৰ্ঘ ব্ৰতৰো ব্যৱস্থা নাই। ইয়াত মাছ, মাংস ত্যাগ কৰাৰ বিধি বা ব্ৰহ্মচৰ্য মতো নাই। ইয়াত হাঁহ, পাৰ, কাছ, গাহৰি খাব পাৰি। এৰিলে দুৰ্গতি হয়। সেই কাৰণে ইয়াত সংসৰ্গ দোষ (জাতি বৰ্ণ নিৰ্বিশেষে মিলামিছা কৰাত দোষ) নাই। স্ত্ৰীধৰ্ম (স্ত্ৰীধৰ্ম = ঋতু, অৰ্থাৎ ঋতুকালত সংযম কৰিব লাগে) ধৰ্ম বুলি লব লাগে (কিয়নো ইয়াত ব্ৰহ্মচৰ্য সিদ্ধ নহয়)।

"সৰ্বেশি যোগিনীপীঠে ধৰ্মঃ কৈৰাতজ মতঃ॥
কামৰূপে ন সংন্যাসস্তথা দীৰ্ঘব্ৰতং প্ৰিয়ে।
ন ত্যজেৎ সামিষং দেৱী ব্ৰহ্মচৰ্য মতং ন চ॥
সংসৰ্গাৎ পাতকং নৈৱ স্ত্ৰীধৰ্মে ধৰ্মামশ্ৰয়েৎ।
ন শুক্ৰদশনং স্ত্ৰীণাং আম্বুলাশা সদা ভৱেৎ।
হংস পাৰাৱতং ভক্ষ্যং কুৰ্মৱৰাহমেৱ চ।
কামৰূপে পৰিত্যাগদ্দুৰ্গতিস্তত্ৰ সম্ভৱেৎ॥

(২.৯.১৩)

**'যোগিনী তন্ত্ৰ' প্ৰচিন তন্ত্ৰ নহয়। সম্ভৱতঃ বৰ্মণ আৰু পাল বংশৰ ৰাজত্ব কালত এনে এখন তন্ত্ৰ প্ৰচলিত নাছিল। প্ৰাক বৈষ্ণৱী যুগৰ তান্ত্ৰিক প্ৰাধান্যতাৰ মূল সামাজিক ধৰ্মীয় ভিত্তি ব্ৰাত্য ধৰ্মৰ অৱক্ষয় আৰু কৈৰাতজ আৰু অষ্ট্ৰিক ধৰ্মীয় মতৰ সমন্বয়ত নতুন তান্ত্ৰিক মতৰ বিস্তাৰ লাভ। নৱম শতিকাৰ পৰা ত্ৰয়োদশ শতিকাৰ শেষ ভাগলৈকে এনে এক তান্ত্ৰিক আচাৰৰ প্ৰাধান্য বিস্তাৰৰ সামাজিক-ৰাজনৈতিক সুযোগ আছিল। কিন্তু এইটোও সহজ অনুমেয় যে বৰাহী ৰজা মহামানিক্যৰ ৰাজ সভাত ৰামায়ণ ৰচনা কৰা মাধৱ কন্দলীৰ যুগ আৰু কমতাৰাজ দুৰ্লভ নাৰায়ণৰ ৰাজসভাত কলা-সাহিত্য বিশাৰদ পণ্ডিতসকলৰ সমাৱেশ কালত তান্ত্ৰিকতাৰ প্ৰাবল্য থাকিলেও তান্ত্ৰিকতাৰ বিৰোধী মহাকাব্যিক ৰাম আৰু বিষ্ণুৰ ভক্ত সকলৰ প্ৰাধান্যও তেনেই কম নাছিল। শক্তিশালী ৰাজতন্ত্ৰৰ অভাৱ ঘটা কালত ৰাজনৈতিক, ধৰ্মীয় আৰু সাংস্কৃতিক অৰাজকতা যে কেৰাটাও খণ্ডত বিভক্ত ৰাজ্য এখনত সৃষ্টি হ'ব পাৰে, অসমত ভীষণ তান্ত্ৰিকতাৰ বিকাশ বা অৱক্ষয়পূৰ্ণ পৰিণতিয়ে তাৰেই স্বাক্ষৰ বহন কৰে।**

স্বৰূপাৰ্থত 'কৈৰাতজ' ধৰ্ম বুলি যোগিনীতন্ত্ৰত বৰ্ণিত যি ধৰ্মৰ ব্যাখ্যা দাঙি ধৰা হৈছে সি অন্ধকাৰ যুগৰ তান্ত্ৰিক ধৰ্ম।

এনে অৰাজকতাই পশ্চিম অসমত কোঁচ ৰাজবংশ, পূবৰ সৌমাৰত আহোম ৰাজবংশ আৰু মধ্য অসমত শ্ৰীমন্ত শঙ্কৰদেৱৰ বিকাশৰ বাবে ৰচনা কৰিছিল এক ঐতিহাসিক পৰিৱেশ। কোঁচসকলে তিব্বেতো-বৰ্মীসকলৰ শক্তিশালী জনগোষ্ঠী এটাক প্ৰতিনিধিত্ব কৰে- যিসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি, শিক্ষা-দীক্ষা, সংস্কৃতিৰে পশ্চিম অসমত গঢ়ি তুলিছিল কলা-সাহিত্য, সংস্কৃতি চৰ্চাৰ বাবে এক বিকাশোপযোগী পৰিৱেশ। পশ্চিম অসমত বৰ্তমানলৈকে যিবোৰ উৎসৱ, পূজা-পাৰ্বণ, তিথি আদি চলিত ৰূপত আছে, সেইবোৰে কোঁচ সকলৰ ৰাজত্বকালতে আটাইতকৈ বেছি বিকাশৰ সুবিধা পাইছিল। কিম্বদন্তি অনুসৰি প্ৰথম কোঁচ ৰজা বিশ্ব সিংহ (বিশু) হাৰিয়া মেচৰ পুত্ৰ। শিৱৰ বৰত হাৰিয়া মেচৰ পত্নীৰ গৰ্ভত বিশু আৰু শিশুৰ জন্ম বুলি কিম্বদন্তিয়ে কয়। বিশ্ব সিংহই স্থাপন কৰা সৰু ৰাজ্যখন তেওঁৰ পুত্ৰ নৰনাৰায়ণ আৰু চিলাৰায়ৰ দিনত বৰ্তমানৰ কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, বগুৰাকে ধৰি ব্ৰহ্মপুত্ৰ উপত্যকা, বৰাক উপত্যকালৈকে বিয়পি পৰিছিল। নৰনাৰায়ণৰ ৰাজত্বকাল ৰাজ্য বিস্তাৰ আৰু শৌৰ্যৰ বাবে নহয় বৰঞ্চ কামৰূপীয়া কৃষ্টিৰ, ভাষা-সাহিত্যৰ বিকাশৰ বাবে গ্ৰহণ কৰা পদক্ষেপসমূহৰ বাবেহে বিখ্যাত। তেওঁৰ ৰাজসভা হৈ পৰিছিল গুণী-জ্ঞানী ব্ৰাহ্মণ, পণ্ডিত তথা অন্য যিকোনো ধৰ্ম আৰু সম্প্ৰদায়ৰ মহৎ লোক সকলৰ সমাবেশৰ থলী। ব্ৰাহ্মণ আৰু কায়স্থকে ধৰি অন্য সকলো ধৰ্ম, সাহিত্য আৰু সংস্কৃতিপ্ৰেমী লোকসকলৰ সমাবেশৰ বাবে শক্তিশালী, সমৃদ্ধিশালী আৰু তুলনামূলক ভাবে দীৰ্ঘম্যাদী ৰাজতন্ত্ৰ আৰু ডাঙৰীয়া শ্ৰেণীৰ বা সামন্তসকলৰ বিকাশ হোৱা প্ৰয়োজন। এই সামাজিক ঐতিহাসিক প্ৰয়োজনীয়তা কমতা ৰাজ্যৰ দুৰ্লভ নাৰায়ণ, কোঁচ ৰাজ্যৰ নৰ-নাৰায়ণ আৰু চিলাৰায়ে কিছুদিনলৈ তথা পূব প্ৰান্তৰ আহোম ৰাজতন্ত্ৰই তুলনামূলকভাৱে দীঘলীয়া ভাবে প্ৰদান কৰিবলৈ সমৰ্থ হৈছিল। কোঁচ ৰাজ্যৰ কোঁচবিহাৰস্থিত শক্তিশালী কেন্দ্ৰৰ পতন ঘটাৰ পিচতো আমি দেখা পাঁও দৰঙী ৰাজতন্ত্ৰই বেচ দীঘলীয়া সময় ধৰি আৰু বিজনী, গৌৰীপুৰ, অভয়াপুৰী আদি স্থানৰ সামন্ত ৰজাসকলে বিভিন্ন পূজা-পাৰ্বণ আৰু কৃষ্টিৰ পৃষ্ঠপোষকতা কৰিছিল। যুদ্ধ জয়ৰ উদ্দেশ্যৰে ৰণচণ্ডী পূজা কৈৰাতজ নিয়মেৰে পুনৰুজ্জীৱিত কৰা মল্লদেৱ বা নৰনাৰায়ণ যে অকল বৈষ্ণৱ মহাপুৰুষসকলৰেই পৃষ্ঠপোষক নাছিল, পৰম্পৰাগত কোঁচ কৃষ্টি আৰু ধৰ্মৰ নিশ্চিত ৰূপ-দানত তেওঁৰ সীমাহীন অৱদান আছিল সেইটো স্পষ্ট।

পূব অসমত আনহাতে কেবাটাও সাংস্কৃতিক প্ৰক্ৰিয়াই বহুমাত্ৰিক ভাবে অসমীয়া জাতি গঠনত প্ৰভাৱ বিস্তাৰ কৰিছিল। শাক্ত, শৈৱ আৰু বৈষ্ণৱ তথা মুছলমান– কোনো ধৰ্মৰ লোকেই ৰাজ অনুগ্ৰহৰপৰা বঞ্চিত হোৱা নাছিল। ঈৰ্ষা পৰায়ণ, সংকীৰ্ণ ধৰ্মীয় লোকৰ ষড়যন্ত্ৰত দুই এটা সৰু-সুৰা ঘটনা ঘটাৰ বাহিৰে দীঘলীয়া ছশ বছৰীয়া ৰাজত্ব কালত সকলো ধৰ্মীয় অনুষ্ঠানৰ বাবে আহোম ৰাজতন্ত্ৰত সুযোগ-সুবিধাৰ দুৱাৰ উন্মোচিত হৈছিল। শাক্ত, শৈৱ, বৈষ্ণৱ আৰু মুছলমান সবেও বিভিন্ন পৃষ্ঠপোষকতা পোৱাৰ ফলত সত্ৰকেন্দ্ৰিক বৈষ্ণৱ কৃষ্টি, মন্দিৰ কেন্দ্ৰিক শাক্ত আৰু শৈৱ কৃষ্টি, ব্ৰাহ্মণ্য কৃষ্টি তথা মুছলমানৰ কৃষ্টিৰ বিকাশ ঘটাৰ উপৰি লোককৃষ্টিৰ সকলো ধাৰাই লাভ কৰিছিল ৰাজতন্ত্ৰমুখী আৰু জনমুখী সমন্বয়ৰ সুযোগ। এই সমন্বয়ৰ সুযোগেই অসমীয়া জাতিৰ জাতীয় উৎসৱ বিহুৰ বিকাশৰ বাবে পটভূমি সৃষ্টি কৰিছিল। ধৰ্মীয় আৰু লোক কৃষ্টিসম্ভূত-দুই শক্তিশালী মাত্ৰাৰ ভিতৰত লোককৃষ্টিৰ সমন্বয়ে জাতীয় জীৱনক যিমান প্ৰভাৱশালী ৰূপত এনাজৰীৰে বন্ধা দেখা যায়– তেনে শক্তি শাক্ত, শৈৱ কিম্বা অন্য ধৰ্মীয় পথৰ নাছিল। একমাত্ৰ শ্ৰীমন্ত শঙ্কৰ প্ৰদৰ্শিত কৃষ্টি-সাহিত্যৰ সমান্তৰাল ধাৰাটোৱেহে ধৰ্মীয় উগ্ৰ সংকীৰ্ণতাৰ বাধা নেওচি অসমক এক কৃষ্টিৰ বান্ধোনেৰে বান্ধিবলৈ সমৰ্থ হৈছিল। সকলো জনজাতি আৰু গোষ্ঠীক ৰংপুৰৰ বিহু উৎসৱে যি এনাজৰীৰে বান্ধিলে তাৰ উৎকৰ্ষই অৱশ্যে আধুনিক যুগত অধিক নিৰপেক্ষ জাতীয় স্বৰূপ অসমীয়া কৃষ্টিক প্ৰদান কৰিলে। এই জাতীয় চৰিত্ৰ বিহুক প্ৰদান কৰাত আহোম ৰাজ-তন্ত্ৰৰ অৱদান তুলনাহীন। ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই এই প্ৰসঙ্গতে উল্লেখ কৰিছে "বিহুগীত আৰু বিহু-নাচ অসমীয়াৰ জাতীয় ঐতিহ্য। উভয়তে অসমীয়া জাতিৰ চাৰু-শিল্পৰ প্ৰতি স্বাভাৱিক স্পৃহা প্ৰকাশিত হৈছে।"(১১) অকল বিহু উৎসৱেই নহয়, অসমীয়াৰ ঐতিহ্য সম্পন্ন পুৰণি খেল-ধেমালি, উৎসৱ, পূজা আদি জাক-জমকতাৰে অনুষ্ঠিত কৰাৰ ফলত এক জাতীয় কৃষ্টিৰ বৰ্ণাঢ্যতাই স্বৰূপ ললে।

"আহোম ৰাজত্বৰপৰা অসমত কিছুমান নতুন উৎসৱ আৰু পূজা-পাৰ্বণ প্ৰচলিত হয়। ভালেমান পুৰণি উৎসৱ আৰু পূজা-পাৰ্বণ ৰাজসিক ভাবে কৰা হৈছিল; নতুন উৎসৱৰ ভিতৰত ৰাজ অভিষেকৰ সময়ত অনুষ্ঠিত হোৱা বিক্ৰম আৰু ৰণজয়ত অনুষ্ঠিত হোৱা উৎসৱ উল্লেখ কৰিব পাৰি। দ'ল, দেৱালয়, পুখুৰী আৰু মৈদাম নিৰ্মাণ আৰু প্ৰতিষ্ঠা উৎসৱ অনুষ্ঠানেৰে সম্পন্ন কৰা হৈছিল।"...

---

(১১) ডঃ বৰুৱা, উল্লিখিত গ্ৰন্থ, পৃঃ ৭২-৭৩ দ্ৰষ্টব্য।

"দুৰ্গা পূজাৰ ব্যাপক প্ৰচলন আহোম যুগতে হয়। এই পূজা বিশেষকৈ কামাখ্যা মন্দিৰ, শিৱসাগৰ আৰু শিলঘাট[১২] আদিৰ শিৱ দ'লত, সদিয়াৰ কেঁচাইখাতী গোসানীৰ মন্দিৰত মহা পয়োভৰেৰে পালন কৰা হৈছিল। দেৱীপূজাত ম'হ-ছাগলীৰ বাহিৰে নৰবলিও দিয়া হৈছিল। স্বৰ্গদেৱ গৌৰীনাথ সিংহই কামাখ্যালৈ ১০,০০০ টা ম'হ আগবঢ়াইছিল। কালী আৰু চণ্ডী পূজাও ৰাজহুৱা ভাবে পতাৰ উল্লেখ পোৱা গৈছে। শাক্ত ধৰ্মৰ লগত জড়িত আৰু সৰ্বভাৰতীয় যাত্ৰী আকৰ্ষণ কৰা এটি প্ৰধান উৎসৱ হৈছে অম্বুবাচী। শৈৱ পূজা-পাৰ্বণৰ ভিতৰত শিৱৰাত্ৰি উল্লেখযোগ্য। শিৱসাগৰ, উমানন্দ, দেৰগাওঁ আদি ঠাইৰ শিৱমন্দিৰত এই পূজা সকলো শাস্ত্ৰীয় বিধি-বিধানেৰে পালন কৰা হৈছিল। লুইতৰ পূজাও প্ৰচলিত আছিল।"[১৩]

আহোমৰ দিনতে অসমত বৈষ্ণৱ সত্ৰসমূহক প্ৰচুৰ ভাবে ভূমি, সম্পত্তি আদি দানেৰে পৃষ্ঠপোষকতা কৰা হৈছিল। ইয়াৰ ফলত সত্ৰসমূহে জাক-জমকতাৰে বিভিন্ন বৈষ্ণৱ উৎসৱ অনুষ্ঠিত কৰিবলৈ সমৰ্থ হৈছিল। বৈষ্ণৱ উৎসৱ বিলাক সাধাৰণ ৰাইজৰ উৎসৱত পৰিণত হৈছিল। এই প্ৰসঙ্গত ডঃ বৰুৱাই উল্লেখ কৰিছে যে বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰত স্বৰ্গদেৱ সকলৰ অৱদান আছিল। "আহোমৰ দিনত সমগ্ৰ অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হয়। ... বৈষ্ণৱ সম্প্ৰদায়ৰ মাজতো ভালেমান উৎসৱ আৰু তিথি পালনৰ ব্যৱস্থা আছে। এইবোৰৰ ভিতৰত ৰাস-যাত্ৰা, ঝুলন-যাত্ৰা, জন্মাষ্টমী, নন্দোৎসৱ, ফাকুৱা আদি প্ৰধান। স্বৰ্গদেৱ ৰুদ্ৰসিংহে ফাকু—যাত্ৰাৰ দ'ল বন্ধাই তাতে ফাকু-যাত্ৰা কৰাৰ উল্লেখ তুংখুঙীয়া বুৰঞ্জীত আছে।"[১৪] এইবোৰ উৎসৱৰ বাহিৰেও অপায় অমঙ্গল দূৰ কৰিবৰ বাবে নাইবা সমৃদ্ধিৰ বাবে নানা ধৰণৰে পূজা আহোমৰ দিনতে অনুষ্ঠিত হৈছিল— সেইবোৰ হ'ল নৱগ্ৰহ পূজা, মাৰৈ পূজা, মনসা পূজা, সুবচনী পূজা, বুঢ়া ডাঙৰীয়া পূজা বা সবাহ, লক্ষ্মী পূজা বা লখিমী সবাহ, শীতলা পূজা আদি প্ৰধান। এনে পূজাসমূহৰ ভিতৰত মাৰৈ পূজা আৰু মনসা পূজা নামনি অসমত প্ৰচলিত ৰীতি অনুসৰি আৰু আই সবাহ আদি থলুৱা ৰীতিত অনুষ্ঠিত হৈছিল বুলি অনুমান কৰাৰ থল আছে।

(১২) শিলঘাটৰ কামাখ্যা মন্দিৰ আৰু হাতীমূৰাৰ দুৰ্গা মন্দিৰত আহোম ৰাজত্বৰ দিনতে পূজা অনুষ্ঠিত হৈছিল, বোকাখাটৰ ওচৰৰ কাক গোসানীৰ মন্দিৰ, যোৰহাটৰ জয়ন্তী দেৱী (বুঢ়ী গোসানীৰ মন্দিৰ) আদিও বজাদিনীয়া পূজা অনুষ্ঠিত হোৱা মন্দিৰ। – লিখক।

(১৩) ডঃ বৰুৱা, পৃঃ ৩৭।

(১৪) উক্ত গ্ৰন্থঃ পৃ ৩৮।

কোঁচ আৰু আহোম ৰজাসকলৰ দিনত প্ৰচলিত উৎসৱ, পূজা, তিথি আদিৰ প্ৰতি লক্ষ্য ৰাখি আমি এই কথা ক'ব পাৰো যে তেওঁলোকৰ দিনত পুৰণি আৰু ঐতিহ্য সম্পন্ন উৎসৱ (ৰণচণ্ডী পূজা, দুৰ্গা পূজা, ফাকুৱা যাত্ৰা) আদি নিজা নিজা স্থানৰ প্ৰয়োজন অনুসৰি ধুম-ধামেৰে পতাৰ ব্যৱস্থা কৰিছিল। তদুপৰি, বিশেষ ভাবে আহোম ৰাজ্যত পুৰণি জনজাতিৰ কৃষি উৎসৱক ডা-ডাঙৰীয়া আৰু ৰজাৰ পৃষ্ঠপোষকতাৰে সমন্বিত জাতীয় কৃষ্টিৰ আগ-চোতাললৈ অনা হৈছিল। আহোম ৰাজ্য অস্ত পৰাৰ পিচত যিবোৰ উৎসৱ অসমত চলি আছে– সেইবোৰৰ পৰম্পৰা গঢ় লৈ উঠিছিল আহোমৰ যুগতে।

আহোম ৰাজ্যলৈ ঘটা পশ্চিমৰ প্ৰব্ৰজনে ধৰ্মীয় পণ্ডিতৰ উপৰি কাৰিকৰ আৰু চিত্ৰকৰ, বিশেষজ্ঞ আদিৰ সমাগম বঢ়াইছিল আৰু ই জাতীয় কৃষ্টিৰ বুনিয়াদ বহল আৰু উন্নত কৰাত সহায় কৰিছিল। ইংৰাজৰ দিনৰপৰা এই প্ৰব্ৰজনৰ সোঁত অধিক প্ৰবল হ'ল। চাহ খেতিৰ বাবে ছোটনাগপুৰ, উৰিষ্যা, তেলেংগানা, বিহাৰ, মধ্যভাৰত আদিৰ পৰা শ্ৰমিক আমদানি কৰা হ'ল, কৃষিৰ ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰকাৰী পমুৱাৰ প্ৰব্ৰজন ঘটিল মূলতঃ মধ্য আৰু নামনি অসমলৈ, আনহাতে ব্যৱসায়িক ক্ষেত্ৰত প্ৰব্ৰজন ঘটিল উত্তৰ ভাৰত আৰু পশ্চিম ভাৰতৰ ব্যৱসায়ী শ্ৰেণীৰ লোকৰ।

প্ৰব্ৰজিত সম্প্ৰদায়ৰ উৎসৱ বিলাকে ইয়াৰ ফলত অসমৰ মাটিত খোপনি ললে। চাহ জনজাতিৰ টুচু পূজা, কৰম পূজা, মুছলমানসকলৰ ঈদ, উত্তৰ-ভাৰতীয় সম্প্ৰদায়সমূহৰ ধৰ্মীয় উৎসৱবিলাকে ক্ৰমান্বয়ে বিস্তাৰ লাভ কৰিলে। প্ৰব্ৰজনৰ ফলত বৰ্ণাঢ্য হোৱা জাতীয় জীৱনে, জাতীয় উৎসৱবিলাকৰ ক্ষেত্ৰতো প্ৰদান কৰিলে তুলনাবিহীন বৰ্ণাঢ্যতা। এই বৰ্ণাঢ্যতাই আমাৰ জাতীয় জীৱনৰ প্ৰধান বৈশিষ্ট্য বুলিলেও ভুল নহয়।

'ন-অসমীয়া' বিশেষণেৰে অসমৰ মূল সুঁতিৰ লগত মিলি যাবলৈ প্ৰয়াস কৰা, ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা অসমত প্ৰবেশ কৰা বনুৱা আৰু পমুৱাসকলৰ উৎসৱ বিলাকে থলুৱা ৰূপ পৰিগ্ৰহ কৰিছে। চাহ জনগোষ্ঠীৰ বনুৱাসকলৰ তুচু পূজা, কৰম পূজাত আজি কালি থলুৱা অন্য সম্প্ৰদায়ৰ লোকসকলেও অংশ গ্ৰহণ কৰা দেখা যায়। বিহু সন্মিলনৰ দৰেই কৰম পূজা আৰু তুচু পূজাক এটা জাক-জমকতাপূৰ্ণ উৎসৱত পৰিণত কৰাৰ এই সাৰ্বজনীন প্ৰচেষ্টা চলাটো বৰ্তমান পৰিলক্ষিত হৈছে। মধ্য আৰু উজনি অসমৰ জিলা কেইখনত এনে প্ৰচেষ্টা প্ৰবল।

আনহাতে, ন-অসমীয়া পমুৱা মুছলমান সকলৰ মূল উৎসৱ ঈদক অন্য ধৰ্মৰ লোকসকলে থলুৱা সাৰ্বজনীন উৎসৱত পৰিণত কৰাৰ এক প্ৰয়াস সৰ্বত্ৰ

বিদ্যমান। ঈদ সম্মিলনক থলুৱা বিহুবলীয়া বাইজৰ বিহু সম্মিলনৰে সমন্বিত কৰাৰ প্ৰচেষ্টাৰ ফলত ঈদ-বিহু সম্মিলন নামেৰে এক ধৰ্মনিৰপেক্ষ উমৈহতীয়া উৎসৱৰ আয়োজন কৰাটোও এনে প্ৰচেষ্টাৰ শেহতীয়া উদাহৰণ।

চাহ জনগোষ্ঠীৰ লোকসকলৰ লগত নৃগোষ্ঠীগত ভাবে অষ্ট্ৰিক, কোল-মুণ্ডা লোকসকলৰ মৌলিক ভেদ নাই, যিখিনি ভেদ সৃষ্টি হৈছে সেয়া মাত্ৰ সময় আৰু স্থানত দীৰ্ঘকালীন ব্যৱধানৰ ফলত হৈছে। সেই কালৰপৰা কোল-মুণ্ডা আৰু অষ্ট্ৰিকমূলৰ পুৰণি লোকসকলৰ মাজত সম্পৰ্কৰ যোগ-সূত্ৰ ভাষিক, সাংস্কৃতিক ভাবে গঢ়ি তোলাৰ সামাজিক সম্ভাৱনা বিদ্যমান। তদুপৰি থলুৱা অসমীয়া কৃষিজীৱী জন-সাধাৰণৰ লগত চাহ-জনগোষ্ঠীৰ বাগান এৰি অহা কৃষি-বনুৱা, কৃষক আদিৰ অতি ঘনিষ্ঠ সম্পৰ্ক।

অসমীয়া মুছলমানসকলৰ লগত আনহাতে থলুৱা মানুহৰ সম্পৰ্কৰ মধুৰতা ঐতিহাসিক ভাবে প্ৰমাণিত। ইয়াৰ কাৰণ কেৱাটাও। প্ৰথম কথা, অসমৰ পুৰণি মুছলমানসকলৰ এটা বৃহৎ ভাগ থলুৱা ধৰ্মান্তৰিত হোৱা লোক আৰু আন এটা ভাগ আহোম ৰজাই থাপি-সাঁচি থোৱা, সামাজিক আৰু বৃত্তিগত ভাবে থলুৱা মানুহৰ লগত মিলি যোৱা লোক। নামনি অসমত আনহাতে হাজো অঞ্চলৰপৰা পশ্চিমলৈ সুবিস্তীৰ্ণ অঞ্চলত সুদীৰ্ঘ কাল এৰা-ধৰাকৈ মুছলমান শাসন চলা কালত বিপুল সংখ্যক থলুৱা লোক বিভিন্ন কাৰণত ধৰ্মান্তৰিত হৈছিল। এই দৰে আহোম যুগতে থলুৱা মুছলমান সমাজে থলুৱা ভাষা-কৃষ্টি নেৰাকৈয়ে বা নতুনকৈ গ্ৰহণ কৰি গীত-মাত, কথাৰে এক নতুন বৰ্ণাঢ্য মাত্ৰা অসমীয়া ভাষা-কৃষ্টিত যোগ দিছিল। এই মিলনমুখী প্ৰক্ৰিয়াটোত আটাইতকৈ বিস্তৃত অৰিহণা যোগালে আজান পীৰে। আজান পীৰে থলুৱা গীত-মাতৰ বিস্তৃত ব্যৱহাৰেৰে ইছলামিক ধৰ্মীয় প্ৰাৰ্থনা, জিকিৰ-জাৰী আদিৰ প্ৰচলনৰ ক্ষেত্ৰত বাটকটীয়াৰ ভূমিকা গ্ৰহণ কৰিলে। বৈষ্ণৱ সাধু-সন্তসকলৰ লগত আজান পীৰৰ দৰে চুফী আদৰ্শৰে অনুপ্ৰাণিত সাধু-সন্তসকলৰ কৰ্ম-ধাৰাৰ পাৰ্থক্য তেনেই কম আছিল। ফলত থলুৱা জন-সাধাৰণে আজান-পীৰ বুলিলে একেই আত্মিক আকৰ্ষণ অনুভৱ কৰিছিল, যি আত্মিক আকৰ্ষণে বৈষ্ণৱ সাধু-সন্তসকলক অসমীয়া জাতিৰ হৃদয় কেন্দ্ৰত প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। এনে এটা প্ৰক্ৰিয়া সমগ্ৰ অসমতে কম-বেছি পৰিমাণে প্ৰৱাহিত হৈছিল বাবেই গড়গাঁৱৰ পৰা হাজোলৈকে আমি দেখা পাওঁ মুছলমান আৰু হিন্দুৰ নিবিড়তা। হাজোৰ দৌলোৎসৱৰ সময়ত মুছলমান বাইজে আগ বঢ়োৱা সহযোগিতা আৰু পোৱা মক্কাৰ লগতে হয়গ্ৰীৱ-মাধৱ সুদীৰ্ঘ কাল ধৰি অৱস্থান কৰাৰ বিশেষ ঐতিহাসিক স্থিতি সেয়ে সহজবোধ্য। ঈদ-বিহুৰ ক্ষেত্ৰত উভয় ধৰ্মৰ মানুহৰ

পাৰস্পৰিক সহযোগিতাই উৎসৱৰ মজিয়াখনক এক ধৰ্ম-নিৰপেক্ষ মিলন ক্ষেত্ৰত পৰিণত কৰিবলৈ সমৰ্থ হৈছে। সাধাৰণ ধৰ্মীয় আৰু ৰীতিকেন্দ্ৰিক অনুষ্ঠানো একোটা বৰ্ণাঢ্য অনুষ্ঠানত পৰিণত হোৱাত মূলতঃ উদাৰ ধৰ্মীয় মতবাদে প্ৰভাৱ বিস্তাৰ কৰিছে। অসমীয়া বৈষ্ণৱ সমাজৰ তুলনামূলক উদাৰ দৃষ্টি-ভঙ্গীয়েও উল্লিখিত ধৰণৰ মহামিলনৰ সেতু নিৰ্মাণত সহায়ক উপাদান হিচাপে ক্ৰিয়া কৰিছে।

আমাৰ এই গ্ৰন্থত সকলো ধৰ্ম, সকলো সম্প্ৰদায় আৰু জনগোষ্ঠীৰ উৎসৱ সমূহক সুকীয়া সুকীয়া ভাবে আলোচনা কৰা হৈছে। বিহুৰ দৰে যিবোৰ উৎসৱৰ বৰ্তমান চৰিত্ৰ ব্যাপক আৰু জাতীয় প্ৰকৃতিৰ— তেনে কৃষি-ভিত্তিক জাতীয় উৎসৱৰ ক্ষেত্ৰত অৱশ্যে কোনো ধৰ্মীয় বা সম্প্ৰদায়ভিত্তিক গোন্ধ পাবলৈ নাই।

পাঠকসকলে গ্ৰন্থখনিত অন্তৰ্ভূক্ত কোনো উৎসৱ সন্দৰ্ভত কোনো তথ্য-পাতিৰ আসোঁৱাহ পালে তথা অসম্পূৰ্ণতা দেখা পালে লিখকক তৎকালে অৱগত কৰিবলৈ অনুৰোধ জনোৱা হ'ল।

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

কনকলতা পথ
লাচিত নগৰ
গুৱহাটী - ৭

## সূচীপত্র

# প্ৰথম অধ্যায়

## প্ৰথম ভাগ

## সৰ্বভাৰতীয় পূজা ঃ শক্তি পূজা আৰু দুৰ্গোৎসৱ

শক্তি পূজাৰ মূল ৰূপ দুটা। (এক) মাতৃৰূপিনী শক্তি বা শক্তি ৰূপত মাতৃ পূজা, (দুই) শক্তিৰ প্ৰতীক ৰূপত বিভিন্ন প্ৰতীক পূজা।

মাতৃ ৰূপটো আদি মাতৃ ৰূপত প্ৰাচীন কালৰে পৰা বিভিন্ন ধৰ্মীয় পৰম্পৰাত পূজিত হৈছে। দ্ৰাবিড় সকলৰ মাজত আছিল এই পূজা বহুল প্ৰচলিত। আদিম মাতৃ ৰূপত পৃথিৱীকেই প্ৰথম পূজা কৰা হৈছিল। আদি মাতৃ শক্তিৰ প্ৰতীকী ৰূপত নানা পূজা প্ৰচলিত থাকিলেও অসমীয়া সমাজত পোনপটীয়া ভাৱে পৃথিৱী পূজা, প্ৰকৃতি পূজা আদি প্ৰচলিত নাই। কিৰাত (মঙ্গোলীয়) সকলৰ মাজত ভূমি পূজা, স্ত্ৰী পূজা আদি মাতৃ পূজাৰেই সংস্কৰণ। আৰ্যমূলীয় ধৰ্মত অদিতি, উষা, বাক আদি দেৱীসকল আৰাধ্যা দেৱী হিচাপে প্ৰসিদ্ধ হ'লেও বৰ শক্তিশালী নাছিল। বৈদিক দেৱতা ইন্দ্ৰ, বৰুণ আদিৰ শক্তি আছিল প্ৰবল। বিষ্ণু, ব্ৰহ্মা, মহেশ্বৰ— পালন, সৃজন আৰু ধ্বংসৰ প্ৰধান ধাৰক শক্তি। এই তিনি গৰাকীৰ ভিতৰত মহেশ্বৰৰ শক্তি ৰূপত কালী, দুৰ্গা, পাৰ্বতী, মহেশ্বৰী আদি দেৱীৰ পূজাৰ প্ৰচলন হিন্দু পৰম্পৰাত আৰ্যেতৰ (আগ্নেয়) মূলৰপৰা অহা বুলি বহুতে অনুমান কৰে। এই ধাৰাত শক্তি হ'ল লৌকিক, মানৱীয় ৰূপ বা চৰিত্ৰ বিশিষ্ট এই শক্তি। দাৰ্শনিক ভিত্তিত শক্তিৰ স্থিতি সম্পূৰ্ণ অবৈদিক নহয়। এই বৈদিক পৰম্পৰা তথা দাৰ্শনিক পৰম্পৰা আৰু লৌকিক পৰম্পৰা--দুয়োৰে সমন্বয়ত অসমত বিভিন্ন ৰূপত শক্তি পূজাৰ ভেটি গঢ় লৈ উঠিছে।

আৰ্য ধৰ্ম শক্তি পূজাভিত্তিক বা শক্তি পূজাৰ প্ৰাধান্য থকা ধৰ্ম নহয়। ঋকবেদৰ 'দেৱীসূক্ত'ও মাতৃশক্তিৰ প্ৰাধান্য বৰ্ণনাকাৰী সূক্ত নহয়। ইয়াত মাতৃৰূপিনী দুৰ্গা, কালী, লক্ষ্মী, সৰস্বতী, মহামায়া আদিৰ স্বৰূপ ফুটি উঠা নাই। তথাপি ইয়াতো প্ৰকৃতি শক্তিৰ মাহাত্ম্য ফুটি উঠিছে। প্ৰকৃতিস্বৰূপা আদ্যাশক্তিৰ মহত্ত্ব ইয়াতো উলাই কৰা সম্ভৱ নহয়।

সৰস্বতী মহাৰহস্যোপনিষদ, সাবিত্ৰী উপনিষদ, দেৱী উপনিষদ, সৌভাগ্য লক্ষ্মী উপনিষদ, গীতোপনিষদ, শ্ৰীৰাধিকাতাপিনী উপনিষদ, শ্ৰীৰাধোপনিষদ আদি শক্তিৰ মাহাত্ম্য প্ৰকাশিনী উপনিষদবিলাকৰ প্ৰাচিনত্ব প্ৰশ্নাতীত নহয়। আমি দেখা পাও যে মহাকাব্য ৰামায়ণ আৰু মহাভাৰত ৰচনাৰ আগলৈকে শক্তিৰূপিনী দেৱীৰ মাহাত্ম্য উপলব্ধি কৰি পূজা-অৰ্চনা কৰা শ্ৰেণী এটা নাই যদিও শক্তিৰ মহিমা-জ্ঞাপক আখ্যান অৱশ্যে তেতিয়াও আছিল। দুৰ্গাদেৱীৰ নাইবা কালীৰ মহিমা বেকত কৰা কাহিনী উপকাহিনীবে তুলনামূলক ভাবে পিচৰ যুগতহে ঠন ধৰি উঠিছে। 'মহাভাৰত'ত যুদ্ধ আৰম্ভ হোৱাৰ আগতে শ্ৰীকৃষ্ণৰ পৰামৰ্শমতে অৰ্জুনে দেৱী দুৰ্গাৰ আৰাধনা কৰিছে। যুদ্ধত জয় হ'বৰ কাৰণে দেৱী দুৰ্গাই অৰ্জুনক বৰ দিছে। মূল বাল্মীকিয় ৰামায়ণত দেৱী পূজাৰ মাহাত্ম্য বৰ্ণিত হোৱা নাই। তান্ত্ৰিক পুৰাণবোৰ ৰচনা হোৱাৰ পিচত ৰচনা হোৱা ৰামায়ণৰ পাঠসমূহতহে প্ৰক্ষিপ্ত ৰূপত দেৱীপূজাৰ কথা সোমাইছে।

পৌৰাণিক যুগৰপৰাহে দেৱী মাহাত্ম্য বিভিন্ন ধৰণে প্ৰকাশিত হৈছে; কিন্তু এই ক্ষেত্ৰতো দেখা যায় যে কেৱল শক্তি-মাহাত্ম্য প্ৰকাশৰ বাবে কোনো এখন পুৰাণ ৰচিত হোৱা নাই। পণ্ডিতসকলে একমত প্ৰকাশ কৰি আহিছে যে ঋকবেদৰ 'দেৱীসুক্ত' ৰামায়ণ, মহাভাৰতত উল্লিখিত দেৱীৰ মাহাত্ম্যসূচক কথা আৰু এইবোৰ কথাৰ মৰ্মৰ দ্বাৰা প্ৰভাবান্বিত হোৱা যেন লগা অন্যতম মাৰ্কণ্ডেয় পুৰাণৰ পৰাই পিচৰ-যুগলৈ বিস্তৃত ৰূপত শক্তি সাধনাৰ তন্ত্ৰই গা কৰি উঠিছে।

শক্তিৰ মহিমা বৰ্ণিত থকা উপপুৰাণ আৰু আখ্যানবোৰ পৌৰাণিক যুগৰ শেহৰ ফালৰ বুলি অনুমান কৰা হয় আৰু সঠিক ভাবেই এইবোৰ কৈৰাতজ বুলি কোৱা হয়। কোনো কোনো গ্ৰন্থকাৰে কৈৰাতজ শব্দটোৰ প্ৰতি অৱমাননা প্ৰকাশ কৰি 'আৰ্যেতৰ' বিশেষণ দিয়ে যদিও, প্ৰকৃতাৰ্থত ভাৰতীয় ধৰ্মৰ বহুত কথাই আৰ্য-ভিন্ন অন্য উৎসৰপৰা উন্নীত কৰা। আৰ্য-ভিন্ন হ'লেই তাক আৰ্যেতৰ বোলাৰ যুক্তিযুক্ততা নাই।

কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আৰু কামাখ্যা তন্ত্ৰ আদিৰ ৰচনা পৌৰাণিক যুগৰ শেষ অধ্যায়ৰ। এইবোৰ উপ পুৰাণতহে কামাখ্যাৰ বৰ্ণনা পীঠৰ উৎপত্তিৰ পদ্ধতি আৰু পূজাৰ পদ্ধতি বৰ্ণিত হৈছে। পূজাৰ পদ্ধতি মূলতঃ আৰ্য-ভিন্ন অষ্ট্ৰিক নাইবা কৈৰাতজ আছিল, পিচলৈ আৰ্য পূজা পদ্ধতিৰ লগত খাপ খুৱাই লোৱা হ'ল। পীঠ স্থান বিলাকো মূলতঃ অনা-আৰ্য নিষাদ আৰু কিৰাতৰ বাসস্থানহে। তন্ত্ৰ আৰু পুৰাণে আৰ্য আৰু অনা-আৰ্যৰ মাজত সমন্বয়ৰ সেতু

ৰচনা কৰিলে আৰু মূলতঃ আৰ্যভিন্ন ধৰ্মৰ প্ৰভাৱে এক ভাৰতীয় স্বৰূপ গঢ় দিলে।

ভাৰতত প্ৰচলিত দক্ষ যজ্ঞৰ কাহিনী অতি পুৰণি, পতি নিন্দা শুনি সতীয়ে প্ৰাণত্যাগ কৰাৰ কাহিনীও পুৰণি; কিন্তু সতীৰ অঙ্গ ছেদৰ কাহিনী সিমান পুৰণি নহয়।

গোপথ ব্ৰাহ্মণ, মহাভাৰত, ভাগৱত পুৰাণ আৰু স্কন্দ পুৰাণত দক্ষ যজ্ঞ আৰু পতিনিন্দা শুনি নাইবা পতি আমন্ত্ৰিত নোহোৱা বাবে সতীয়ে প্ৰাণ ত্যাগ কৰাৰ কাহিনী আছে। গোপথ ব্ৰাহ্মণ, ভাগৱত আৰু স্কন্দ পুৰাণত সতীৰ প্ৰাণ ত্যাগৰ কথা আছে; কিন্তু অঙ্গ ছেদৰ কথা নাই। মহাভাৰতত বীৰভদ্ৰই দক্ষযজ্ঞ নাশ কৰাৰ কথা আছে, সতীৰ প্ৰাণ ত্যাগ, সতীৰ অঙ্গ ছেদ আদিৰ কাহিনী নাই।

কালিকা পুৰাণ, দেৱী ভাগৱত বৃহদ্ধৰ্ম পুৰাণত সতীৰ অঙ্গ-ছেদৰ কথা আছে। এইবোৰ পুৰাণ তুলনামূলক ভাবে শেহৰ যুগৰ ৰচনা আৰু অঙ্গ-ছেদৰ কাহিনীটো আৰ্য-ভিন্ন শক্তি-পীঠ স্থানবোৰক আৰ্যধৰ্মৰ অন্তৰ্ভূক্ত কৰাৰ বৃহৎ প্ৰয়োজনত ৰচনা কৰা বুলি অনুমান কৰাৰ থল আছে। কালিকাপুৰাণত বৰ্ণিত কামাখ্যাকে ধৰি মুঠ একাৱন্নখন পীঠৰ প্ৰতিখনেই মূলত আৰ্য-ভিন্ন নিষাদ, কিৰাত আদি পুৰণি জাতিৰ বাসস্থানৰ অন্তৰ্ভুক্ত।

৭ম শতিকাত ৰচিত 'দেৱী পুৰাণ'ত উল্লেখ আছে যে ভাৰতৰ বিভিন্ন স্থানত শক্তিপূজা ভিন্ন ভিন্ন ৰূপত কৰা হয়। কামৰূপৰ কামাখ্যা, কোলকাতা (পূৰ্বৰ কলিকতা)ৰ কালিঘাট, পঞ্জাবৰ জ্বালামুখী, উৰিষ্যাৰ বিৰজাত শক্তিপূজা কৰা হয়।

বিভিন্ন ঐতিহাসিক লিপি বা ফলি বিলাকত দেৱী শক্তিৰ উল্লেখ নথকা নহয়। বনমাল আৰু ইন্দ্ৰপালৰ লিপিত কামেশ্বৰ মহাদেৱৰ শক্তিৰূপত মহাগৌৰীৰ উল্লেখ আছে। তেজপুৰ আৰু গুৱাহাটী লিপিত মহাগৌৰীৰ উল্লেখ আছে।

কামাখ্যা মন্দিৰ কেইটাৰ বাহিৰেও অসমত যিবোৰ শক্তিপীঠত আজি পৰ্যন্ত পূজা-অৰ্চনা চলি আছে সেইবোৰৰ ভিতৰত তাম্ৰেশ্বৰী কেচাঁইখাতী মন্দিৰ, মালিনী থান, ভৈৰৱী মন্দিৰ, দীৰ্ঘেশ্বৰী মন্দিৰ, বাম্ৰেশ্বৰী মন্দিৰ আদি প্ৰধান। এই কথা সহজবোধ্য যে কামৰূপ বা অসমত যি শক্তিপূজা বিভিন্ন ধৰণে বিভিন্ন স্থানত চলি আছে সেইবোৰৰ উৎস অসমৰ বাহিৰত আছিল বুলি কোৱাৰ সিমান ভিত্তি নাই। আদিবাসী অষ্ট্ৰিক, বড়ো, জয়ন্তীয়া, দেউৰী আদি সম্প্ৰদায়ৰ মাজত খামা, বাথৌ বুঢ়া— ভন্নী বুঢ়ী, বুঢ়া-বুঢ়ী, বুঢ়া-গোসাঁই,

বুঢ়ী-গোসাঁনী ৰূপত প্ৰায় সকলো ঠাইতে থলুৱা দেৱ-দেৱী হিচাপে পূজিত হৈ আহিছে। আধুনিক মূৰ্তি-পূজা ৰূপত দুৰ্গা পূজা কেতিয়াৰপৰা হ'ল সেয়াও ৰহস্যাবৃত নহয় যেন লাগে। শিৱসাগৰৰ দেৱী দৌল, কলিয়াবৰৰ হাতী মূৰাৰ দুৰ্গা মন্দিৰ, কাজিৰঙাৰ তথা বোকাখাটৰ কাক গোসাঁনীৰ দৌল, যোৰহাটৰ বুঢ়ী গোসাঁনীৰ থান আদি বহুবোৰ মন্দিৰেই আহোম ৰাজতন্ত্ৰৰ তুংখুঙীয়া পৰ্বত নিৰ্মাণ কৰা।

শক্তি পূজাৰ তান্ত্ৰিক মত কিদৰে উদ্ভৱ হ'ল এই লৈ পণ্ডিতসকলৰ মতদ্বৈধতা আছে। ইতিহাসবিদসকলৰ ভিতৰত প্ৰায় সকলোৱেই এই ক্ষেত্ৰত একমত যে শক্তি আৰু তান্ত্ৰিক মতবাদৰ উৎস অনাৰ্য— অষ্ট্ৰিক আৰু তিব্বেতো-বাৰ্মাণ। কেবাগৰাকীও ঐতিহাসিকে বঙ্গৰ পাল বংশৰ ৰাজত্ব কালত তান্ত্ৰিক মতবাদে বঙ্গত শিপা মেলে বুলি মত প্ৰকাশ কৰিছে। নৱম শতিকাৰ পিছত এই তন্ত্ৰবাদে বঙ্গত শিপা মেলি সমগ্ৰ ভাৰততে বিয়পি পৰা বুলি অনুমান কৰা হয়। কিন্তু এই মতবাদ আংশিক ভাৱেহে সঠিক। অসমৰ শক্তিপীঠ কামাখ্যা, তাম্ৰেশ্বৰী কেচাইখাতী, বিভিন্ন বুঢ়াগোসাঁনী মন্দিৰ আজিৰ অষ্ট্ৰিক আৰু তিব্বেতো বাৰ্মাণ উৎপত্তি অনস্বীকাৰ্য।

## তন্ত্ৰ আৰু মাতৃ-পীঠ পূজা

অসমলৈ মাতৃ পূজাৰ পীঠ সমূহ কিদৰে আহিল ? এই কথা সদায় ৰহস্যাবৃত। আধুনিক গৱেষক পণ্ডিতসকলে মাতৃপূজাক এক উৰ্বৰতা কৃষ্টিৰ বিকশিত ৰূপ আখ্যা দিছে। ডঃ কাকতিয়ে 'ভগ্ন-শিশ্ন পূজা' ৰচনাত ইজিপ্তৰ লিংগ পূজা প্ৰচলনৰ ইতিহাস[১] ব্যাখ্যা কৰি কৈছে ইজিপ্তত লিংগ পূজা প্ৰচলনৰ ক্ষেত্ৰত ওছিৰিছৰ অংগ-চ্ছেদ কৰাৰ ফলত যিবোৰ স্থানত পৰিছিল সেইবোৰ স্থানতে একোখন লিংগ পীঠ হ'ল। ওছিৰিছৰ ঘৈণীয়েক আইচিছে এই কাহিনীত ওছিৰিছৰ শৱটো চ্ছেদ কৰি ইজিপ্তৰ চৌদিশে চটিয়াই দিছে। অসমত প্ৰচলিত শক্তি পীঠৰ জন্মৰ কাহিনীত স্ত্ৰী (সতী)ৰ দেহ পুৰুষ (শিৱ)ই চৌদিশে ছটিয়াই দিছে। ভাৰতীয় শাক্তপন্থত ইজিপ্তৰ শাক্তপন্থৰ সমান্তৰাল ভাৱে পুৰুষৰ ঠাইত তিৰোতাৰ শ আৰু তিৰোতাৰ গুপ্তাংগৰ সলনি কৰা হৈছে। ড০ কাকতিয়ে এই ক্ষেত্ৰত পি টমাছে "এপিকছ, মীথছ আণ্ড লিজেণ্ড" গ্ৰন্থত সন্নিবিষ্ট কৰা মতৰ প্ৰতি সমৰ্থন আগবঢ়াইছে। "ভাৰতীয় শাক্তপন্থত পুৰুষৰ ঠাইত তিৰোতাৰ

দ্ৰষ্টব্যঃ বাণীকান্ত চয়নিকা, পৃঃ ২৭১

শ আৰু তিৰোতাৰ গুপ্তাংগৰ সলনি কৰা হৈছে।... পৃথিবীৰ প্ৰায় সকলো পুৰণি সভ্য জাতিবোৰৰ ভিতৰত নানান ক্ৰমেৰে লিংগ পূজা বিয়পি পৰিছিল। পুৰণি ইজিপ্ত, গ্ৰীচ, ৰোম, চিৰিয়া আদি দেশত নানান ক্ৰম আৰু প্ৰতিমূৰ্তিত লিংগপূজা চলিছিল। ভাৰতীয় সংস্কৃতিৰ বিশেষজ্ঞসকলৰ মতে লিংগপূজা ভাৰততো অতি পুৰণি কালৰপৰাই অনাৰ্যসকলৰ মাজত চলি আহিছে। শিদেৱ (লিংগপূজা)সকল আদিম কালত[২] ইন্দ্ৰবৈৰী আৰু যজ্ঞবৈৰী আছিল; কিন্তু কালক্ৰমত আৰ্যসকলে এই শিদেৱৰ ৰীতিকে নিজৰ ধৰ্মৰ মাজত স্থান দিলে।

"লিংগ পূজাৰ সমান্তৰাল প্ৰথা হিচাপে পৃথিৱীৰ নানা জাতিৰ ভিতৰত যোনি পূজাৰ মূৰ্তি প্ৰতীক বা বাস্তৱ পদাৰ্থত চলি আছে।" এই যোনি পূজা এসময়ত অসমত অতি প্ৰবল ৰূপত চলি আছিল।

অসমত তান্ত্ৰিক পদ্ধতিৰ মাতৃ পূজাৰ কিদৰে প্ৰৱেশ ঘটিল সেই সম্পৰ্কে নানা ৰহস্য এতিয়াও বিদ্যমান। কোসাম্বীয়ে উল্লেখ কৰিছে যে পুৰণি উৰ্বৰতা কৃষ্টিয়ে তান্ত্ৰিক পদ্ধতিত এক প্ৰকাৰ উন্নত ৰূপত পুনৰুজ্জীৱিত হ'ল। অসমত তন্ত্ৰবাদৰ প্ৰসাৰ কিদৰে ঘটিল[৩] তাৰ ইতিহাস খুচৰিলে আমি অসমত বৌদ্ধ ধৰ্মৰ সম্প্ৰসাৰণ আৰু ইয়াৰ বিকৃতিবো ইতিহাস বিচাৰি পাওঁ। ভাস্কৰ বৰ্মণৰ দিনত কামৰূপত বৌদ্ধ ধৰ্মৰ ব্যাপকতা নাছিল, যি দুই এজন বৌদ্ধ আছিল তেওঁলোকে গোপনে বৌদ্ধ ধৰ্ম পালন কৰিছিল। ৰজা নিজে বৌদ্ধ নাছিল কিন্তু নীতিনিষ্ঠ শ্ৰমণক ৰজাই শ্ৰদ্ধা আৰু সম্মান প্ৰদৰ্শন কৰিছিল। হিৱেনচাঙক ৰজা ভাস্কৰে আমন্ত্ৰণ জনাই কামৰূপলৈ আনটোৱেই তেওঁৰদ্বাৰা শ্ৰমণসকলক শ্ৰদ্ধা কৰাৰ নিদৰ্শন। বৌদ্ধ বিগ্ৰহ কামৰূপত হোৱা নাছিল, তথাপি কিয় গোপনে বৌদ্ধ মত চৰ্চা হৈছিল ? ইয়াৰ নিহিত কাৰণ কি ? এনেবোৰ প্ৰশ্নৰ উত্তৰত আমি এটা কথাই কব পাৰোঁ যে এই গোপনে বৌদ্ধ ধৰ্ম চৰ্চা কৰাসকলেই তান্ত্ৰিক পথৰ বিকাশত অৰিহণা যোগাইছিল। ভাস্কৰ বৰ্মণৰ ৰাজ্যত গোপনে ধৰ্ম চৰ্চা কৰা বৌদ্ধ থকাটোৱে বুজায় যে কামৰূপত বৌদ্ধ ধৰ্ম প্ৰচাৰ ভাস্কৰ বৰ্মণৰ ৰাজত্বৰ আগতেই হৈছিল।

তাৰানাথৰ 'হিষ্ট্ৰি অৱ্‌ বুদ্ধিজিম ইন ইণ্ডিয়া' গ্ৰন্থত কামৰূপত মহাযান পন্থী বৌদ্ধ মতৰ প্ৰচলন ভাস্কৰ বৰ্মণৰ বহু আগতেই হৈছিল বুলি উল্লেখ

(২) ডঃ কাকতি, পৃষ্ঠা - ২৭১

(৩) D.D. Kosambi: *The Culture and Civilizatio.*s*of Ancient India*, 1986 edition, পৃঃ ১৭৮।

আছে। তাৰানাথৰ মতে সিদ্ধ নামেৰে সূৰ্য উপাসক এজনে যেতিয়া আৰ্য দিটিকৰ ধৰ্ম পথৰ মৰ্ম বুজি পালে তেতিয়া তেওঁ মহাচৈত্য নামেৰে বিহাৰ নিৰ্মাণ কৰিলে। তেওঁ বিভিন্ন সংঘক আপ্যায়িত কৰিলে আৰু কামৰূপত বৌদ্ধ ধৰ্মৰ এইদৰেই প্ৰসাৰ ঘটিল। দিটিক অজাত শত্ৰু আৰু মহামতি অশোকৰ মাজৰ– খৃঃপূঃ ২৭৩-২৩২ চনৰ লোক বুলি অনুমান কৰা হয়। তাৰানাথৰ ৰচনাত এইটোও উল্লেখ [৪] আছে যে মাতৃচেতা অশ্বঘোষে বৌদ্ধ ধৰ্মত দীক্ষা গ্ৰহণ কৰাৰ আগতে তৰ্কত কামৰূপৰ বৌদ্ধসকলকো পৰাভূত কৰিছিল। অশ্বঘোষ ১০০ খৃঃৰ লোক বুলি অনুমান কৰা হয়। তাৰানাথৰ মতেই অশ্বভৱ নামেৰে এগৰাকী ধৰ্ম প্ৰচাৰকে কামৰূপত মহাযান বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰিছিল। এই অশ্বভৱৰ কাহিনীতেই তাৰা-মন্ত্ৰৰ উল্লেখ পোৱা যায়। এই কাহিনী অনুসৰি অশ্বভৱই তেওঁৰ কিছুসংখ্যক শিষ্যসহিতে কামৰূপলৈ আহিছিল। ইয়াতে তেওঁৰ কেইজনমান শিষ্য সৰ্প দংশনত আঘাতপ্ৰাপ্ত হৈছিল। অশ্বভৱই তাৰা-মন্ত্ৰৰ সহায়ত এই দংশিত শিষ্যসকলক বিষমুক্ত কৰিছিল। হিউয়েন চাঙৰ দিনত বৌদ্ধ সকলৰ সংখ্যা হ্ৰাস আৰু গোপন ধৰ্ম সাধনালৈ লক্ষ্য ৰাখি এই কথা অনুমান কৰিব পাৰি যে মুকলি ধৰ্ম-সাধনাৰ ঠাইত এটা গোপন (তান্ত্ৰিক ?) বৌদ্ধমতে ইতিমধ্যে গা কৰি উঠিছিল। তাৰানাথৰ ৰচনাৰ উপৰি কল্হনৰ 'ৰাজ তৰঙ্গিনী'তো কামৰূপ জীয়ৰী অমৃতপ্ৰভাৰ পিতৃৰ গুৰু স্তৌন্পাৰ কথা উল্লেখ আছে। অমৃতপ্ৰভাৰ পিতৃ বৌদ্ধ ধৰ্মী আছিল বুলি[৫] প্ৰমাণিত হয় ইয়াৰ পৰা। ৰাজতৰঙ্গিনীৰ মত অনুসৰি পঞ্চম শতিকাৰ ৰজা মেঘবাহনৰ পত্নী অমৃত প্ৰভাৰ শহুৰ সম্ভৱতঃ বলবৰ্মণ আছিল। বলবৰ্মণৰ গুৰু যদি স্তৌন্পা হয়, তেন্তে তেওঁ তিব্বতৰ লোক হোৱাৰ সম্ভাৱনাই অধিক। সদ্যহতে আমি স্তৌন্পাৰ আদিবাসস্থান, লো নামৰ স্থানৰ ভৌগোলিক অৱস্থান আদিৰ বিতৰ্কলৈ নগৈ এটা কথাত একমত হ'ব পাৰোঁ যে স্তৌন্পা আৰু বলবৰ্মণৰ দিনত কামৰূপত বৌদ্ধ ধৰ্মৰ প্ৰচলন হৈছিল। অমৃত প্ৰভাই ৰজাক হাটকেশ্বৰ মন্ত্ৰ প্ৰদান কৰাৰ কথা ৰাজতৰঙ্গিনীৰ তৃতীয় তৰঙ্গৰ ৩৬৫ স্তৱকত আছে। হাটকেশ্বৰ মন্ত্ৰৰ

---

(৪) দ্ৰষ্টব্য : The comprehensive History of Assam, Vol I, এইচ কে বৰপূজাৰী সম্পাদিত গ্ৰন্থখনত সন্নিবিষ্ট এম, এম, শৰ্মাৰ Religion অধ্যায়।

(৫) ৰাজতৰঙ্গিনী, আৰ এছ পণ্ডিত অনূদিত ইংৰাজী তাঙৰণি, তৰঙ্গ, তৃতীয়, পৃঃ ৬৯, ১৯৯০ সংস্কৰণ।

উল্লেখে আৰু অমৃতপ্ৰভাই[৬] এই মন্ত্ৰ ৰজাক প্ৰদান কৰা কথাই অমৃতপ্ৰভাৰ পিতৃ ৰাজ্যতে এই মন্ত্ৰৰ শিক্ষা গ্ৰহণৰ ইঙ্গিত প্ৰদান কৰে। এই মন্ত্ৰৰ সাধনা লব্ধ ক্ষমতা কিমান প্ৰবল তাৰ উল্লেখ ৰাজতৰঙ্গিনীৰ একেটা তৰঙ্গতে উল্লেখ আছে। মন্ত্ৰসিদ্ধ কথাৰ কাৰ্যকাৰিতাৰ বিতৰ্ক নকৰাকৈও আমি এই কথা মানি লব পাৰোঁ যে পঞ্চম শতিকাত তন্ত্ৰ-মন্ত্ৰৰ লগত বৌদ্ধ মতৰ অনুগামীসকল পৰিচিত আছিল আৰু ইয়েই পিচলৈ অনুগামীসকলক তান্ত্ৰিকাচাৰী হোৱাৰ বাবে পথ সুগম কৰি দিছিল। ডুবিৰ ফলিত বলবৰ্মণে বহু আহুতি প্ৰদান কৰা আৰু দক্ষিণা দিয়াৰ উল্লেখ থকা কথাটোৱে বলবৰ্মণ বৌদ্ধ ধৰ্মলৈ দীক্ষিত হোৱাৰ কথাটো সন্দেহজনক বুলি তোলে, স্তৌনপাৰ প্ৰভাৱত যদি বৌদ্ধ ধৰ্মৰ প্ৰসাৰ ঘটিছিলো— সেয়া বলবৰ্মণৰ ধৰ্মমতৰ উদাৰতা নালক নাছিল। শৈৱ আৰু বৌদ্ধ সকলৰ সমন্বয়ৰ বাবে সম্ভৱত এনে সেতুয়েই হৈ পৰিছিল ভিত্তি। ৰাজতৰঙ্গিনীৰ বিশ্বাসযোগ্যতা দলিয়াই নিদিয়াকৈও এই কথা ক'ব পাৰি যে শৈৱ মতাৱলম্বী অথবা হিন্দু মতাৱলম্বী কামৰূপী ৰজাৰ বাবে স্তৌনপাৰ প্ৰতি সহানুভূতিশীল আৰু শ্ৰদ্ধাশীল হোৱাটো ভাস্কৰ বৰ্মণ হিউয়েন চাঙৰ প্ৰতি শ্ৰদ্ধাশীল হোৱাৰ দৰেই বাস্তৱধৰ্মী। এইটো অনুমান যোগ্য কথা যে হয় বলবৰ্মণ বৌদ্ধ ধৰ্মৰ শ্ৰমণৰ প্ৰতি অনুৰাগীহে আছিল নাইবা মেঘবাহনৰে সম্পৰ্ক প্ৰতিষ্ঠাৰ ফলত বলবৰ্মণৰ বৌদ্ধসকলৰ প্ৰতি উদাৰ ভাৱৰ জন্ম হৈছিল; কিন্তু বৌদ্ধ ধৰ্মই কামৰূপৰ মাটিত দৃঢ় ভেটি স্থাপনৰ বাবে এই উদাৰতাই যথেষ্ট নাছিল।

মহাযানী শাখাৰ বজ্ৰযানী মতৰ প্ৰসাৰ পিচলৈ কামৰূপত হৈছিল বুলি কোৱা হয়। এই বজ্ৰযানী মত মন্ত্ৰ আৰু মেজিক প্ৰধান। বজ্ৰযানী মতৰ বৌদ্ধ তান্ত্ৰিক সকলৰ প্ৰভাৱ যে কামৰূপত পৰিছিল তাৰ পৰোক্ষ প্ৰমাণ বলবৰ্মণৰ নগাঁও লিপিত থকা বনমাল বৰ্মণৰ ধৰ্মীয় কাৰণত দেহত্যাগ আৰু জয়মালৰ ধৰ্মীয় কাৰণত জীৱনটোক অসাৰ ভাবি সিংহাসন ত্যাগে বৌদ্ধ ধৰ্মৰ প্ৰভাৱ বিস্তাৰৰে ইঙ্গিত দিয়ে। বনমাল বৰ্মণে খৃঃ ৮৩৭-৮৫৫ খৃঃৰ ভিতৰত আৰু জয়মাল বা বীৰবাহুৱে ৮৫৫ খৃঃ ৮৬০ খৃঃৰ ভিতৰত ৰাজত্ব কৰিছিল। বজ্ৰযানী মতৰ বৌদ্ধসকলে শৈৱ তন্ত্ৰ আৰু শাক্ত তন্ত্ৰ তথা মন্ত্ৰ কৃষ্টিৰ প্ৰভাৱত যে মূল বৌদ্ধ মতৰপৰা খহি পৰিছিল সেয়া সহজবোধ্য।

---

(৬) উক্ত অনুদিত গ্ৰন্থ; পৃঃ১০৯। "To the king who was enamoured of the queen and sympathetic towards her she, on one occassion, imparted the Hatakeswar Mantra which gave access to patala." 465, Taranga Third.

কামৰূপ এই যুগত ইন্দ্ৰজাল বিদ্যাৰ প্ৰাবল্য থকা ৰাজ্য। খৃঃ নৱম শতিকাত অদ্বৈতবাদী শঙ্কৰাচাৰ্যই বেদান্ত ধৰ্ম প্ৰচাৰৰ বাবে কামৰূপলৈ আহিছিল। সেই সময়ত কামৰূপত শাক্ত সিদ্ধ পুৰুষ আছিল অভিনৱ গুপ্ত। তেওঁ বেদান্ত সূত্ৰৰ শাক্ত ভাষ্য এখন ৰচনা কৰিছিল বুলি জনা যায়। অভিনৱ গুপ্তই তৰ্কত হাৰি শঙ্কৰাচাৰ্যৰ ওপৰত প্ৰতিশোধৰ মনোভাৱেৰে কুমন্ত্ৰ কৰি শঙ্কৰাচাৰ্যৰ শৰীৰত ভগন্দৰ ৰোগ বিয়পায়। 'শঙ্কৰ দ্বিগ্বিজয়' গ্ৰন্থৰ মতে অভিনৱ গুপ্তক শঙ্কৰাচাৰ্যৰ শিষ্য পদ্মপাদে ওভোতা প্ৰতিশোধমূলক মন্ত্ৰেৰে প্ৰাণে মাৰে। এইবোৰ কথাই প্ৰমাণ কৰে যেজালি, তন্ত্ৰ-মন্ত্ৰৰে কামৰূপ সেই সময়ত ভৰি পৰিছিল— 'কালিকা পুৰাণ আৰু পিচৰ 'যোগিনী তন্ত্ৰ' এই তন্ত্ৰ-মন্ত্ৰৰ যুগৰ উৰ্বৰতা কৃষ্টিৰ বিকশিত ৰূপ মাতৃপূজাৰ শিখৰত উঠা পৰ্বৰ সাহিত্য। যোগিনী তন্ত্ৰত বৰ্ণিত কৈৰাতজ ধৰ্ম সেয়ে অনৈতিহাসিক নহয়, ই এক পৰম্পৰাৰে সমৃদ্ধ অথচ বিকৃতিৰে ভৰা পৰিণতি।

অসমত শক্তিপীঠৰ সংখ্যা শিৱ মন্দিৰতকৈ কম হ'লেও যিখিনি আছে সেয়া তাৎপৰ্য আৰু ঐতিহাসিক গুৰুত্বৰ ফালৰপৰা নিচেই কম নহয়। প্ৰচিন অসমৰ ধৰ্ম বুলিলেই আমি কামাখ্যা বা তাম্ৰেশ্বৰী মন্দিৰৰ কথা বাদ দি একো আলোচনাই কৰিব নোৱাৰোঁ। উজনিৰ দেউৰীসকলৰ উপৰি ভূঞাসকলো আছিল শাক্ত। জয়ন্তীয়াসকল আছিল জয়ন্তীদেৱীৰ পূজাৰী— শাক্ত। খাছিসকল আছিল মাতৃপূজক— মাতৃতান্ত্ৰিক। এইবোৰ জনগোষ্ঠীৰ শক্তিপীঠসমূহত বলি দিয়া হয় অস্ত্ৰাঘাত কৰি বা ডিঙি কাটি।

সদিয়াৰ তাম্ৰেশ্বৰী বা কেঁচাইখাতী, মালিনী, ফুলবাৰী আদিত কামাখ্যা মন্দিৰৰ দৰেই নানা ধৰণে শক্তি পূজাৰ প্ৰচলন হৈছিল। তদুপৰি অসমৰ সকলো জনজাতিৰ মাজতে শ্চামন বা চামুণ্ডা, কালী আদিৰ লগতে নানা ভূত-প্ৰেতৰ পূজা বলি দি কৰা হৈছিল।

দাৰ্শনিক ৰূপত হৰি-হৰ যিদৰে অভিন্ন সেইদৰে হৰি-হৰৰ শক্তিৰূপিনী মহেশ্বৰী আৰু নাৰায়ণীও অভিন্ন। শক্তিৰ উপাসনাত মাৰ্কণ্ডেয় পুৰাণৰ অৱদান সৰ্বজন-স্বীকৃত। মাৰ্কণ্ডেয় পুৰাণতে নাৰায়ণী আৰু চণ্ডীৰ মাজত দাৰ্শনিক পাৰ্থক্য ৰখা হোৱা নাই।

মাহেশ্বৰী স্বৰূপেন

নাৰায়ণি নমোঽস্তুতে।

বৰাহৰূপিনী শিৱে

নাৰায়ণি নমোস্তুতে।।

নাৰায়ণী, বৰাহৰূপিনী, শিৱানী মহামায়া আদি শক্তি স্বৰূপিনীৰ মাজত কোনো পাৰ্থক্যৰ সীমাৰেখা টনা নহয় এই দাৰ্শনিক অৰ্থত। বিষ্ণু আৰু শিৱৰ শক্তি লক্ষ্মী আৰু দুৰ্গাৰ সন্মিলিত প্ৰভাৱে যেন সৃষ্টিৰ মূল শক্তি ব্ৰহ্মৰ প্ৰভাৱো কিঞ্চিত ম্লান কৰে। এগৰাকী পণ্ডিতে এই দিশটোলৈ লক্ষ্য কৰি কৈছে যে অনাৰ্য পদ্ধতিৰ পূজা-অৰ্চনা আৰু সাধন ব্যৱস্থাই এইদৰে আৰ্য দেৱ-দেৱীৰ স্থানত শক্তিশালী ভাৱে খোপনি পুতিলে। পৌৰাণিক ধৰ্মত এই কথা আৰু স্পষ্ট হৈ পৰিল।(৭) পৌৰাণিক যুগত পাৰ্বতী, চণ্ডী, কালী আদি দেৱীসকলে প্ৰভূত প্ৰতিষ্ঠা লাভ কৰিলে। মাতৃ তথা শক্তি পূজাৰ প্ৰৱাহমান ধাৰাটো সমন্বয়ৰ ধাৰা। আৰ্যৰ বৈদিক যুগৰ প্ৰাকৃতিক সত্তা, উপনিষদৰ দৰ্শন তথা অনা-আৰ্যৰ (দ্ৰাবিড়, মঙ্গোলীয় আৰু কোল-মুণ্ডা)ৰ অনা-আৰ্য উপাদানৰ সমন্বয়ত ভাৰতীয় শাক্ত ধৰ্মই গা কৰি উঠিল।

প্ৰচিন কামৰূপ তথা প্ৰাগজ্যোতিষপুৰৰ কামাখ্যা সুপ্ৰচিন তিব্বেতো-বাৰ্মাণ দেৱী খা-মাৰ পৰা উদ্ভূত বা আৰ্যীকৃত ৰূপ হ'ব পাৰে।(৮) নীলা আকাশ দেৱতাৰ (নীলাচলৰ) শক্তি খা-মাৰ ৰূপান্তৰৰ ইতিহাস অতি দীঘলীয়া আৰু ৰহস্যাবৃত হোৱা বাবেই সম্ভৱতঃ শাক্তপীঠ হিচাপে কামাখ্যা সুবিকশিত হোৱাৰ পিছত উল্লিখিত ধৰণৰ উত্তৰাধিকাৰ প্ৰতিষ্ঠাৰ প্ৰয়াস কৰা নহয়। কামাখ্যা দেৱীৰ আৰাধনা কামৰূপৰ ইতিহাসৰ দৰেই সুপ্ৰচিন। একেদৰে তাম্ৰেশ্বৰী কেঁচাইখাতী গোসাঁনীৰ পূজাৰ ইতিহাসো সদিয়াৰ ইতিহাসৰ দৰেই প্ৰচিন। তথাপি ৭ম-৮ম শতিকামানত অসমলৈ প্ৰৱেশ কৰা দেউৰী সকলৰ কেঁচাইখাতী গোসাঁনীৰ সন্মুখত পূজা, বলি-বিধান দিয়াৰ ঐতিহাসিক প্ৰমাণ আছে। আহোম ৰজা সকলে এই শাক্ত পীঠক ৰাজকীয় পৃষ্ঠপোষকতাৰে শক্তি প্ৰদান কৰিছিল।

শাক্ত পীঠ আৰু শক্তি পূজাৰ এই শক্তিশালী পৰম্পৰাৰ আধাৰতে গঢ় লৈ উঠিছে আধুনিক যুগত দুৰ্গা পূজাৰ শক্তিশালী ভিত্তি। জনজাতি সকলে

---

(৭) ৰাপ চন্দ্ৰ মহন্ত, ভাৰতীয় ধৰ্ম-সাধনা, প্ৰথম প্ৰকাশ, ১৯৬৭, পৃঃ ২১

(৮) ড০ বাণীকান্ত কাকতিয়ে কামাখ্যা শব্দৰ উৎপত্তি অষ্ট্ৰিক মূলৰ শব্দৰ পৰা হোৱা বুলি কৈছে। কামাখ্যা– প্ৰেতাত্মা (Ghost) ৰ দেৱী। দ্ৰষ্টব্যঃ Mother Godess Kamakhya, P-40.

*বুঢ়াগোঁসাই-বুঢ়ীগোঁসানীৰ পূজা কৰি আহিছিলেই, আজিকোপতি এই পূজা-* অৰ্চনা বিভিন্ন ৰূপত চলি আহিছে। এই বুঢ়ীগোঁসানী পূজা কৰা সকলৰ মাজত দুৰ্গা দেৱীৰ পূজা সাৰ্বজনীন পূজা হিচাপে সমাদৃত হোৱাটো স্বাভাৱিক।

## দহ তন্ত্ৰ মহাবিদ্যাৰ তান্ত্ৰিক সাধনা

তান্ত্ৰিক মহাসিদ্ধ পৰম্পৰাই ভাৰতৰ বৈষ্ণৱ, শৈৱ, শাক্ত, বৌদ্ধ আৰু কোনো কোনো ইছলামধৰ্মী পন্থাতো প্ৰভাৱ বিস্তাৰ কৰিছে। অসম, তিব্বত আৰু নেপালৰ সুদীৰ্ঘকালীন ইতিহাসৰ লগত সাঙোৰ খাই আছে তন্ত্ৰ। তিব্বতী বৌদ্ধ সকলৰ বাহিৰে আজি জগতত পূৰ্ণ ৰূপত তন্ত্ৰ ধৰ্ম বৰ্তি আছে বুলি কব নোৱাৰি। পুৰণি বৌদ্ধ ধৰ্ম কেতিয়াবাই নিঃশেষ হ'ল যদিও তন্ত্ৰবাদী মহাযান পন্থী, মন্ত্ৰযানপন্থী আৰু বজ্ৰযান পন্থী তান্ত্ৰিক ধৰ্ম আজিকোপতি ঠাই বিশেষে ভাৰতৰ ভিতৰত আৰু বাহিৰতো বৰ্তি আছে।

তন্ত্ৰৰ মূল কথা অতি জটিল, ৰহস্যাবৃত। তন্ত্ৰ সাধনাত দেৱীৰ বিশেষ স্থান আছে। আনহাতে তন্ত্ৰ সাধনাত মানুহৰ দেহাটোৱেই হ'ল ইয়াৰ আত্মিক বিকাশৰ বাবে শ্ৰেষ্ঠ যান। তন্ত্ৰই মন্ত্ৰ আৰু যোগ সাধনাৰ জৰিয়তে দেহত সুপ্ত ৰূপত থকা শক্তি (কুণ্ডলিনী শক্তিক) জাগ্ৰত কৰাৰ পথ নিৰ্দেশ কৰে।

দেহৰ ভিতৰতে থকা কুণ্ডৰ শক্তিক জাগ্ৰত কৰাৰ মন্ত্ৰ আৰু যোগ সাধনাৰ পথেই কুণ্ডলিনী তান্ত্ৰিক পথ। হিন্দু পৰম্পৰা অনুসৰি আত্মিক মুক্তি অৰ্জনৰ দুই পথঃ (এক) ৰূপহীন আধ্যাত্মিক সাধনাৰ পথ আৰু (দুই) দ্বিতীয়টো পথ ক্ৰমশঃ আত্মিক মুক্তি অৰ্জনৰ ৰীতি-বহুল সাধনা নাইবা ৰূপযুক্ত সাধনাৰ পথ। এই দ্বিতীয় পথটো তান্ত্ৰিক পথ বা যোগ কৌশলৰ দ্বাৰা পৰিচালিত, মন্ত্ৰৰ দ্বাৰা পৰিপালিত পথ। প্ৰথমটো পথ অদ্বৈত পৰম পদ লাভৰ পথ।

এই অদ্বৈত পথৰ পৰা ফালৰি কটা মন্ত্ৰ আৰু যোগৰ দ্বাৰা পৰিপালিত আৰু পৰিচালিত পথ আনহাতে দুটা ধাৰাত বিভক্ত। এটা শুদ্ধ নিৰ্মল বা সো-পথ। আনটো পঞ্চ 'ম' কাৰযুক্ত বাম পথ।

নিৰ্মল পথটো বিধি অনুসৰি চলা পথ। আনহাতে আনটো পথ কৌলীয় বা কূল ভিত্তিক পথ। নিৰ্মল পথটো ভক্তৰ পথ— ভক্তি প্ৰধান, ই পৰম্পৰা আৰু বিধিৰ বাহিৰলৈ নাযায়। আনহাতে বাম পথটো পৰম্পৰা বা বিধিৰ বাহিৰলৈ প্ৰায়োগিক পদ্ধতিৰে আগবাঢ়িবপৰা পথ। এই দ্বিতীয়টোৰ ক্ষেত্ৰত

পৰম্পৰা বহির্ভূত কৰ্মও যুক্ত হোৱাৰ সুকথা আছে। এই তান্ত্ৰিক বামাচাৰী পথটো সাত্ত্বিকাচাৰে নিষিদ্ধ কৰা পাঁচটা 'ম' যুক্ত। সেই কেইটা হ'লঃ (এক) মৈথুন, (দুই) মদ্য, (তিনি) মাংস, (চাৰি) মৎস্য আৰু (পাঁচ) মুদ্ৰা। এই পঞ্চ 'ম' ক দেৱীৰ প্ৰতি উচৰ্গা কৰা হয়; কিন্তু বামাচাৰীসকলেও এই পঞ্চ 'ম'ক নিজৰ সম্ভোগৰ বাবে ব্যৱহাৰৰ কথা নকয়, যদিও বাস্তৱত সেইটোৱেই হয়, তামসিকতাৰ ফলত আত্মিক মুক্তি নঘটি বিকৃতিহে প্ৰচুৰ ভাবে ঘটে।

বামাচাৰী পথো দুই ধৰণৰ পৰম্পৰা বা আচাৰৰ ভিত্তিত গা কৰি উঠিব পাৰে। প্ৰথমটো প্ৰতীকী– প্ৰতীকী অৰ্থত পঞ্চ 'ম'ৰ ব্যৱহাৰ প্ৰতীকী হয়, প্ৰকৃত বস্তু গত অৰ্থত নহয়। দ্বিতীয়টো প্ৰকৃত বস্তুগত ব্যৱহাৰৰ পথ। মূল পৰম্পৰাটো প্ৰতীকী– কিন্তু বিকৃতিটো সদায় প্ৰভাৱশীল আৰু বস্তুগত ব্যৱহাৰৰ পথ।

তন্ত্ৰত শক্তি হ'ল আৰাধ্যা দেৱী, শিৱ বা পৰম ঈশ্বৰ বা পৰম শান্তিৰ শক্তি ৰূপিনী। তান্ত্ৰিক মতত এই শক্তি বাহিৰা শক্তি নহয়, দেহৰ ভিতৰৰা নিয়ন্ত্ৰিত শক্তি, নিজৰ গৰ্ভত থকা কুণ্ডত ইয়াৰ আধাৰ।

তান্ত্ৰিক শক্তি সাধনা তিনিটা উপাদানেৰে সম্পূৰ্ণ হয়ঃ (ক) তন্ত্ৰ, (দুই) মন্ত্ৰ আৰু (তিনি) যন্ত্ৰ। তন্ত্ৰ হ'ল শিক্ষণ– যিটো লক্ষ্য সাধনৰ বাবে তন্ত্ৰ ৰচিত হৈছে সেয়াই তন্ত্ৰৰ শিক্ষণ। মন্ত্ৰ হৈছে শক্তিৰ শব্দ ৰূপ। মন্ত্ৰৰে ৰূপ দিয়া হয় শব্দ ৰূপত সেই দেৱীক (শক্তিক) যাৰ পদত বিলীন হ'বলৈ তান্ত্ৰিকৰ সাধনা। আনহাতে যন্ত্ৰ হ'ল সেই আসন– যি আসনত বহি শিক্ষণ আৰু শব্দ উচ্চাৰণ সঠিক ৰূপত কৰাটো সম্ভৱ হয়।

উপাসনাৰ লক্ষ্য অনুসৰি মন্ত্ৰ আৰু যন্ত্ৰ ভিন্ন হয়।

তন্ত্ৰৰ পথ ইঙ্গিত জৈৱিক বাসনা বা কামনা পূৰণৰ বা প্ৰবৃত্তিৰ পথ আৰু আত্মিক সুখ, শান্তি, সুস্বাস্থ্য আৰু দীৰ্ঘায়ুৰ পথ বা নিবৃত্তিৰ পথ হ'ব পাৰে।

তন্ত্ৰ সাধনা আনহাতে নানা ভাবনাৰ দ্বাৰা পৰিচালিত হ'ব পাৰে। এই ভাৱনাবোৰ হ'ল ত্ৰি বিধ– পশু ভাৱনা, বীৰ ভাৱনা আৰু দিব্য ভাৱনা।

ত্ৰিবিধ ভাৱনাৰ দৰেই তন্ত্ৰৰ সাতবিধ আচাৰ (এক) বেদাচাৰ, (দুই) শৈৱাচাৰ, (তিনি) বৈষ্ণৱাচাৰ, (চাৰি) দক্ষিণাচাৰ, (পাঁচ) বামাচাৰ, (ছয়) সিদ্ধান্তাচাৰ আৰু (সাত) কৌলাচাৰ।

তান্ত্রিক যোগঃ তান্ত্রিক যোগ শক্তি সাধনাৰ অৱস্থান; কিন্তু শৰীৰ বা মনৰ সাধাৰণ ভংগিমা নুবুজায়। শৰীৰ বা মনৰ সাধাৰণ ভংগিমাই সাধাৰণতে সাধনাৰ ক্ষেত্ৰত সহায় কৰিব পাৰে। যোগ হ'ল শৰীৰ আৰু মনৰ এক বিশেষ অৱস্থা, যি অৱস্থাত শৰীৰ আৰু মন কোনো ধৰণৰ বাধাৰদ্বাৰা বিঘ্নিত নহয়। অৰ্থাৎ, জাগতিক সকলো বাধাৰ পৰা মুক্ত ই শৰীৰ আৰু মনৰ অৱস্থা– যি অৱস্থাই সচেতন সত্তাৰ লগত বিলীন হোৱাৰ পথত দেহ আৰু মনক একোৱেই বাধা দিব নোৱাৰে।

তান্ত্রিক যোগই শৰীৰক তিনিটা ভাগত ভাগ কৰিছে। এই শৰীৰ কিন্তু সাধাৰণ শৰীৰ নহয়। চেতনাৰ গৃহ স্বৰূপ এক বিশেষ অৱস্থা এই শৰীৰ। এই তিনি চেতনাৰ গৃহ হ'ল–

(এক) স্থূল শৰীৰ

(দুই) সূক্ষ্ম শৰীৰ আৰু

(তিনি) কৰণ শৰীৰ।

স্থূল শৰীৰ হ'ল ষোল্লটা অংগত বিভক্ত শৰীৰ যাক চাৰিটা ভাগত ভাগ কৰিব পাৰি। ই হ'ল চেতনাৰ স্থূল গৃহ। এই অংগ সমূহ হ'ল–

(এক) পাঁচ সংবেদনশীল অংগ বা ইন্দ্রিয় ঃ

(১) চকু, (২) কাণ, (৩) ছাল, (৪) জিভা আৰু (৫) নাক।

(দুই) পাঁচ কৰ্ম অংগঃ

(১) কণ্ঠ, (২) হাত, (৩) ভৰি, (৪) শৌচদ্বাৰ–মূত্ৰদ্বাৰ আৰু (৫) জনন অংগ।

(তিনি) পঞ্চ ভূত বা উপাদান ঃ (১) ইথাৰ বা আকাশ, (২) বায়ু, (৩) অগ্নি, (৪) পানী, (৫) মাটি।

(চাৰি) মন।

সূক্ষ্ম শৰীৰ ঃ স্থূল শৰীৰৰ অনুৰূপ এক লঘু শৰীৰ বা সূক্ষ্ম শৰীৰ। গতিকে ই এটা শৰীৰৰ অৱস্থা মাত্ৰ। স্থূল শৰীৰৰ পৰা উদ্ভূত এটা পাতল, লঘু অৱস্থা, তুলনামূলক ভাবে মুক্ত অৱস্থা। ই স্থূল শৰীৰৰ জীৱ শক্তি।

কৰণ শৰীৰ ঃ কৰণ অৱস্থাটো হ'ল এনে এটা অৱস্থা য'ত শৰীৰ শৰীৰ হৈ নাথাকে। শৰীৰৰ বাকী দুটা অৱস্থাৰপৰা মুক্ত – ই হ'ল বাকী দুটা শৰীৰৰ সৃষ্টি ক্ষমতা। ই হ'ল উচ্চ পৰ্যায়ত উপনীত হোৱা এক মন শক্তি। সাতটা

উপাদানৰে গঠিত ই সৃষ্টি শক্তি। পাঁচ তনমাত্র আৰু দুই মন মাত্ৰৰে গঠিত এই কৰণ শৰীৰ।

পঞ্চ তনমাত্র হ'ল– গন্ধ, ৰস, ৰূপ, স্পৰ্শ আৰু শব্দ তনমাত্র। আনহাতে অহঙ্কাৰ আৰু বুদ্ধি হ'ল বাকী দুটা উপাদান যাক সম্পৰ্কিত কৰিব পাৰি মনৰ লগত।

## প্ৰকৃতি আৰু পুৰুষ ঃ

উল্লিখিত কৰণ শৰীৰৰ ঊৰ্ধত যি দুটা মূল উপাদান আছে– সেই দুটা হ'ল প্ৰকৃতি আৰু পুৰুষ। প্ৰকৃতি হ'ল আদ্যা শক্তি। প্ৰকৃতি হ'ল তিনিটা গুণৰে গঠিত– সত্ত্ব, ৰজঃ আৰু তমঃ। এই তিনিটা গুণ হ'ল তিনিটা শৰীৰৰ আধাৰ। সত্ত্ব হ'ল কৰণ শৰীৰৰ, ৰসঃ সূক্ষ্ম শৰীৰৰ, তমঃ হ'ল স্থূল শৰীৰৰ আধাৰ। সত্ত্ব গুণে পঞ্চ ইন্দ্ৰিয়, ৰজঃ গুণে পঞ্চ কৰ্ম অংগ, তমঃ গুণে পঞ্চ ভূতৰ জন্ম দিছে।

আত্মন বা পুৰুষ, সত্ত্বাঃ পুৰুষ বা সত্ত্বা হ'ল সকলো বস্তু, পৃথিৱী, শৰীৰ আৰু অভিজ্ঞতাৰপৰা মুক্ত অৱস্থা। ই হ'ল স্বয়ং চেতনা, মনৰ অৱস্থা ৰূপ অহঙ্কাৰ নহয়।

পৰম ব্ৰহ্ম পুৰুষ আৰু প্ৰকৃতিৰ একীভূত অৱস্থা। প্ৰকৃতি হ'ল মায়াৰ লগত জড়িত, শক্তি হ'ল চেতনাৰ শক্তি। প্ৰকৃতিয়ে আত্মাৰ, পুৰুষৰ প্ৰকৃত স্বৰূপ প্ৰকাশ কৰে।

তিনিও শৰীৰ পাঁচটা কোষ আৰু সাতটা স্তৰত বিভক্ত হৈ নিজৰ অস্তিত্ব ৰক্ষা কৰি থাকে।

পাঁচটা কোষ হ'ল (১) অন্নময় কোষ, (২) প্ৰাণময় কোষ, (৩) মনোময় কোষ, (৪) বিজ্ঞানময় কোষ আৰু (৫) আনন্দময় কোষ। ইয়াৰ উপৰি চিত্তময় আৰু সত্ত্বা অৱস্থাত চৰম উৎকৰ্ষত উপনীত হয় তন্ত্ৰ সাধনাৰ সফলতা।

যোগৰ চাৰিটা পথৰ কথা সাধাৰণতে কোৱা হয়। মন্ত্ৰ, হঠ, লয় আৰু ৰাজ যোগ। কুণ্ডলিনী যোগ হ'ল লয় যোগ। কোনো কোনোৱে আনকো এক যোগ পথ হিচাপে বিভাজিত কৰিছে।

আনহাতে যোগৰ সাত বিধ সাধনাৰ উল্লেখ পোৱা যায়– যেনে (এক) ষট্ কৰ্ম, (দুই) আসন, (তিনি) মুদ্ৰা, (চাৰি) প্ৰত্যাহাৰ, (পাঁচ) প্ৰাণায়াম, (ছয়) ধ্যান আৰু (সাত) সমাধি।

*কুণ্ডলিনী যোগ হ'ল এনে এক যোগ যি দেহৰ নিহিত শক্তিক জাগ্ৰত কৰি* সুক্ষ্ম শৰীৰৰ অৱস্থালৈ উন্নীত কৰে আৰু এই সুক্ষ্ম শৰীৰ বিৰাজ কৰে সাত চক্ৰত বা প্ৰাণ শক্তিৰ আধাৰত। এই চক্ৰসমূহ হ'ল (১) মূলাধাৰ চক্ৰ, (২) স্বাধিস্থান চক্ৰ বা জল চক্ৰ, (৩) মণিপুৰ চক্ৰ বা অগ্নি (নাভি চক্ৰ), (৪) অনাহাৰ চক্ৰ বা বায়ু (হৃদয়) চক্ৰ, (৫) বহুধা চক্ৰ বা গ্ৰীবা চক্ৰ, (৫) প্ৰিনেত্ৰ বা অজ্ঞ চক্ৰ আৰু (৭) সহস্ৰ পদ্ম চক্ৰ বা শিৰ চক্ৰ।

তন্ত্ৰ মতে সুক্ষ্ম শৰীৰ বাসত্তৰ হাজাৰ নাড়ীৰ দ্বাৰা বা স্ৰোতৰ দ্বাৰা গঠিত। ইয়াৰ ভিতৰত চৈধ্যডাল নাড়ী তাৎপৰ্যপূৰ্ণ আৰু আৰু তিনিডাল অত্যন্ত গুৰুত্বপূৰ্ণ।

সুষুম্না নাড়ী হ'ল আটাইতকৈ গুৰুত্বপূৰ্ণ নাড়ী। সুক্ষ্ম মেৰুদণ্ডৰ মাজেদি ইয়াৰ গতি, শৰীৰৰ বিভিন্ন চক্ৰ ইয়াত পথসদৃশ সজ্জিত। ই অগ্নি সদৃশ, ইয়াক সক্ৰিয় বা প্ৰজ্জ্বলিত কৰি ৰাখে কুণ্ডলিনীয়ে।

ইড়া আৰু পিঙ্গলা হ'ল আন দুই নাড়ী। সুক্ষ্ম মেৰুদণ্ডৰ গুৰিত ইড়া আৰু পিঙ্গলাৰ জন্ম। ইড়াই বহন কৰে চন্দ্ৰৰ শক্তি, পিঙ্গলাই বহন কৰে সূৰ্যৰ শক্তি। ইড়া শেষ হয় বাওঁ নাসিকাত আৰু পিঙ্গল শেষ হয় সোঁ নাসিকাত।

সুক্ষ্ম শৰীৰৰ কৰ্ম বা গতি অনুসৰি প্ৰাণ হয় পাঁচ প্ৰকাৰ (এক) সমান বায়ু, (দুই) ব্যাণ বায়ু, (তিনি) উড়ান বায়ু, (চাৰি) প্ৰাণ বায়ু আৰু (পাঁচ) অপ্ৰাণ বায়ু।

তন্ত্ৰই নিৰ্দেশ কৰা মতে মহা মাতৃ বা মহেশ্বৰী কামাখ্যাৰ অৰ্থই হ'ল জ্ঞান, শক্তি আৰু দৈৱিক আনন্দ। এই মহাশক্তিৰ দহটা ৰূপ। সকলো সন্মিলিত হৈ মহা মাতৃ হৈছে; কিন্তু এই দহটা ৰূপৰ কোনো কোনো ৰূপৰ সুকীয়া তান্ত্ৰিক আৰাধনাও সম্ভৱ। এই দশমহাবিদ্যা হ'লঃ (এক) কালী, ৰূপান্তৰৰ বা যৌগিক ৰূপান্তৰৰ দেৱী, (দুই) তাৰা– তাৰা হ'ল বক্ষিণীশব্দ শক্তিৰ দেৱী, ওম ধ্বনিৰ শক্তি, ৰূপ, (তিনি) ত্ৰিপুৰাসুন্দৰী বা ৰাজৰাজেশ্বৰী, তিনি মহানগৰীৰ দেৱী, কুমাৰী কিম্বা সমস্ত ক্ৰীড়াময়তা, সৌন্দৰ্য আৰু নতুন অভিজ্ঞতাৰ আধাৰ দেৱী, (চাৰি) ভূবনেশ্বৰী– ঈশ্বৰৰ শক্তি ৰূপ। আদি মাতৃৰূপিনী শক্তি, মায়া। (পাঁচ) ভৱানীঃ ভৱানী সকলো বাক শক্তিৰে সৰ্ব্বোচ দেৱী– অগ্নিস্বৰূপিনী, সকলো তেজস্বিনী শক্তিৰ মূৰ্ত, (ছয়) ছিন্ন মস্তাঃ মনৰ উৰ্ধত চেতনা শক্তি। শাৰীৰিক চেতনাৰ উৰ্ধলৈ যোৱা যৌগিক অৱস্থা হ'ল

ছিন্নমস্তা ৰূপ, (সাত) ধুমাৱতীঃ ধুমাৱতীৰ অৰ্থ ধোঁৱা—ৰূপিনী বা কোনো ৰূপবিহীনা। সকলো ৰূপৰ নেতিবাচক ৰূপ হ'ল ধুম্ৰ ৰূপ। জীৱনৰ আদি অন্ধকাৰ, অন্ধ অন্ধকাৰ। ই চৰম সত্য। এই সত্যৰ স্বীকৃতি স্বৰূপা যেন এই ধুমাৱতী শক্তি—ৰূপিণী দেৱী। (আঠ) বগলামুখীঃ বগলামুখী তাৰাৰ লগত জড়িত, তাৰাৰ এটা ৰূপ বুলি গণ্য কৰা হয়। সকলো সম্মোহিনী শক্তিৰ গৰাকী বুলি ভবা হয় বগলামুখী দেৱীক। (ন) মাতঙ্গীঃ চিন্তা, মত বা মাতৰ অধিষ্ঠাত্ৰী দেৱী। অৰ্থাৎ, জ্ঞানৰ বহিপ্ৰকাশৰ নিয়ন্ত্ৰণকাৰী দেৱী। (দহ) কমলাত্মিকা বা দেৱী আনন্দময়ীঃ সকলো ৰূপ প্ৰকাশৰ অধিষ্ঠাত্ৰী দেৱী কমলা।

শক্তিপীঠত এই দহ ৰূপত বা দহ মহাবিদ্যা ৰূপত যৌগিক, তান্ত্ৰিক পদ্ধতিৰে সাধনা কৰা হয়।

## শক্তি ৰূপী যোনি পূজা

অসমৰ ধৰ্মীয় উৎসৱবিলাকৰ চৰিত্ৰ আৰু পদ্ধতি, উৎপত্তিৰ কাৰণ আদি বুজিবৰ বাবে আমি কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰৰ শৰণ লব লাগিব। লোক কথা অনুসৰি বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত জন্মা, অৰ্থাৎ ভূমি পুত্ৰ নৰক। জনক ৰজাৰ পালিত পুত্ৰ নৰক। কিৰাত অধিপতি ঘটক বা ঘটকাসুৰক বধ কৰি নৰক কামৰূপৰ ৰজা হৈছিল। ঘটকক বধ কৰাৰ পিছতহে কৰতোৱাৰ পৰা সন্ধ্যা-ললিতা-কান্তা পৰ্যন্ত এই অঞ্চল দ্বিজাতিৰ বাসস্থান হ'ল। কিৰাতসকলক যে এই অঞ্চলৰ পৰা আঁতৰ কৰি পঠোৱা হৈছিল সেইটো নিশ্চিত। বিদৰ্ভ ৰাজকন্যা মায়াৰ লগত নৰকৰ বিবাহ সম্পন্ন হয় আৰু নৰক হৈ পৰে কামাখ্যা ভক্ত। সেই সময়ত উপকথা অনুসৰি বলিপুত্ৰ বাণ শোণিতপুৰৰ অসুৰ ৰজা আছিল। লোককথা অনুসৰি বাণৰ ধৰ্ম আছিল শৈৱ। বাণৰ সংসৰ্গত পৰি ব্ৰাত্য বা আৰ্যধৰ্ম গ্ৰহণ কৰা নৰকো অসুৰৰ দৰে হ'ল। বিষ্ণু আৰু পৃথিৱীৰ পূজা নৰকে বাদ দিলে। কামাখ্যাৰ প্ৰতিও ভক্তি-বিমুখ হ'ল। নৰকে আনকি ব্ৰহ্মপুত্ৰ বশিষ্ঠ মুনিকো কামাখ্যা দৰ্শন কৰিবলৈ নিদি কামাখ্যা দুৰ্গৰপৰা বাহিৰ কৰি দিলে। ইয়াতেই ক্ৰোধান্বিত হৈ বশিষ্ঠ মুনিয়ে নৰকক অভিশাপ দিলে। দেৱী কামাখ্যাও বশিষ্ঠৰ অভিশাপৰ ফলত অন্তৰ্ধান হ'ল। ইয়াৰ পিছতে নৰকে ব্ৰহ্মাক তপস্যা কৰি ব্ৰহ্মাৰপৰা পাঁচটা বৰ ললে। বৰ অনুসৰি নৰক হ'ল দেৱতা, অসুৰ, ৰাক্ষস আৰু দেৱযোনিত ওপজাসকলৰ অবধ্য। চন্দ্ৰ-সূৰ্য থাকে

মানে তেওঁৰ বংশ ছেদ নহ'ব, তিলোত্তমাকে ধৰি দেৱাংগনাসকল তেওঁৰ প্ৰণয়িনী, তেওঁ অজেয় আৰু মৰ্যাদা তথা শ্ৰীসম্পন্ন। কিন্তু বশিষ্ঠৰ শাপ মোচনৰ বৰ তেওঁ নললে। এইবাৰ নৰকৰ তেজ চৰিল। নৰকক পিছত বিষ্ণুৰ মনুষ্যৰূপী অৱতাৰ শ্ৰীকৃষ্ণই বধ কৰে। যুদ্ধৰ সময়তে নৰকে দেখা পালে যে কালিকা-কামাখ্যা দেৱীয়েও অস্ত্ৰ ধাৰণ কৰি তেওঁৰ বিৰুদ্ধে থিয় দিছে।

বশিষ্ঠৰ অভিশাপৰ কোপ নৰকৰ মৃত্যুৰ ফলত শেষ হ'ল। ইয়াৰ পিছত কি হ'ল অনুমান কৰিব পাৰি যদিও বুৰঞ্জী নিমাত। মাত্ৰ কালিকা পুৰাণৰ বহুত পিছত ৰচনা কৰা যোগিনী তন্ত্ৰৰ মত অনুসৰি কামৰূপ হৈ পৰিল যোনি পীঠেৰে ভৰা।

'যোগিনীতন্ত্ৰ'ত কামৰূপৰ সকলো পীঠকে নটা শ্ৰেণীত বিভক্ত কৰা হৈছে। এই নটা শ্ৰেণীকেই যোনি বোলা হয়। তান্ত্ৰিক ধৰ্মৰ প্ৰসাৰ যে এই স্থানত সেই সময়ত হৈছিল সেয়া নিশ্চিত।

যোগিনী তন্ত্ৰৰ মতে—

সৰ্ব্বেশি যোগিনীপীঠে ধৰ্মঃ কৈৰাতজঃ মতঃ।

কামৰূপে ন সংন্যাসস্তথা দীৰ্ঘব্ৰতং প্ৰিয়ে॥

কামৰূপত কৈৰাতজ মত বোলোঁতে সন্দেহাতীত ভাবে বুজোৱা হৈছে—কিৰাত সকলৰ শক্তি পূজাক চৰিত্ৰ আৰু তেওঁলোকৰ সৰ্বাত্মক অধিপত্যৰ কথা। নৰকৰ মৃত্যুৰ পিছত সম্ভৱতঃ পুনৰ কিৰাতসকলৰ ধৰ্ম আৰু সমাজ প্ৰভাৱশীল হৈ পৰিল আৰু কামাখ্যাকে ধৰি আন পীঠ সমূহত প্ৰবল ভাবে তান্ত্ৰিক সাধনা চলিবলৈ ধৰিলে।

যোগিনীতন্ত্ৰত উল্লিখিত তীৰ্থৰ শ্ৰেণীসমূহ হ'ল উপবীথি, বীথি, উপপীঠ, পীঠ, সিদ্ধ পীঠ, মহাপীঠ, ব্ৰহ্মপীঠ, বিষ্ণুপীঠ, ৰুদ্ৰপীঠ। বাণীকান্ত কাকতিয়ে যোগিনীতন্ত্ৰৰ মতৰ বিস্তৃত বিৱৰণ তেওঁৰ 'কৈৰাত ধৰ্ম' ৰচনাত দাঙি ধৰিছে।

যোগিনীতন্ত্ৰত কামৰূপ দেশখনকে বিভিন্ন ভাগত পীঠ হিচাপে ভাগ কৰিছে। সেইবোৰ হ'ল— কামৰূপ সৌমাৰ, নাথবৃক্ষ, শ্ৰীপীঠ, কোমপীঠ, চৈহাৰ, বত্ন পীঠ, মণিপীঠ আদি। যোগিনী তন্ত্ৰৰ মতে কামৰূপত যিমান মানুহ আছে সকলো দেৱতা স্বৰূপ আৰু ইয়াত য'ত যি পানী আছে সকলো তীৰ্থ স্বৰূপ। 'কামৰূপ হ'ল দেৱী ক্ষেত্ৰ; ইয়াৰ সমান আন কোনো ঠাই হ'ব নোৱাৰে। অন্য দেশত

দেৱীয়েই বিৰল, কিন্তু কামৰূপত ঘৰে ঘৰে দেৱী অৰ্থাৎ কামৰূপত তিৰোতা মাত্ৰেই দেৱী স্বৰূপিনী।

কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎসমং ন চ।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।
(যোগিনীতন্ত্ৰ)

"কামৰূপৰ ধৰ্ম কৈৱাৰ্তজ (কিৰাত বা পৰ্বতীয়া জাতিৰ আচৰণ পৰা উদ্ভূত)। কামৰূপত সন্ন্যাস বিধি বা কোনো দীৰ্ঘ ব্ৰতৰো ব্যৱস্থা নাই। ইয়াত হাঁহ, পাৰ, কাছ, গাহৰি খাব পাৰি। এৰিলে দুৰ্গতি হয়। সেই কাৰণে ইয়াত সংসৰ্গ দোষ (জাতি-বৰ্ণ-নিৰ্বিশেষে মিলা-মিছা কৰাত দোষ) নাই। স্ত্ৰী ধৰ্মত (স্ত্ৰী ধৰ্ম-ঋতু, অৰ্থাৎ ঋতু কালত সংযম কৰিব লাগে।) ধৰ্ম বুলি মানি লব লাগে। (কাৰণ ইয়াত ব্ৰহ্মচৰ্য সিদ্ধ নহয়)।" যোগিনী তন্ত্ৰৰ মতে সৌমাৰত মানুহে সকলো দ্ৰব্য বিক্ৰী[১] কৰে আৰু সকলো বস্তু ভক্ষণ কৰে। কোনো পীঠত স্বজাতিৰ দ্বাৰা প্ৰৱৰ্তিত ধৰ্ম প্ৰচলিত।

যোগিনীতন্ত্ৰৰ মতে 'যি পীঠত যি আচাৰ সেই পীঠত সেই আচাৰেই বিধিসিদ্ধ'– অৰ্থাৎ ইয়াত বিভিন্ন পীঠৰ ধৰ্মাচাৰক নিন্দা কৰাটো গ্ৰহণীয় নহয়। তান্ত্ৰিক সাধন মাৰ্গৰ প্ৰায় সকলো পথেই যোগিনী তন্ত্ৰত লিপিবদ্ধ হৈছে। ত্ৰিমুণ্ডী, পঞ্চমুণ্ডী* আদি তান্ত্ৰিক সাধনা আৰু ভূতনাথৰ সন্মুখত বলি দিয়াৰ প্ৰথা যোগিনীতন্ত্ৰত ব্যাখ্যা কৰা হৈছে। উল্লিখিত ত্ৰিমুণ্ড বা পঞ্চমুণ্ড মাটিত পুতি তাৰ ওপৰত ভূত নাথৰ পূজা বিধিমতে কৰি বলি দিলে মনোকামনা পূৰ্ণ হয়।

**ষট কৰ্ম :** সাধন বা পূজাৰ থলী শূন্য ঘৰ, নদীৰ পাৰ, চাৰি আলিৰ সংযোগ থলী, বেল গছৰ তল, শ্মশান বা নিৰ্জন স্থান। তান্ত্ৰিক ষট্ কৰ্মৰ ভিতৰত শান্তি, বশীকৰণ, স্তম্ভন, বিদ্বেষ, মাৰণ, উচাটন প্ৰক্ৰিয়া পৰে। ইয়াৰ ভিতৰত ষট্ কৰ্ম মাৰণ হ'লে মৰা শৱৰ ওপৰত বা মৰা শৱ নহ'লে শ্মশানত কৰা নিয়ম।

---

(১) কৈৱাৰ্তজ ধৰ্ম, বাণীকান্ত চয়নিকা, পৃঃ ২৭৬-৭৭

* ত্ৰিমুণ্ডী : তিনিটা মানুহৰ মূৰ বা মানুহৰ মূৰ, ম'হৰ মূৰ আৰু মেকুৰীৰ মূৰ। পঞ্চমুণ্ডীঃ শগুণৰ মূৰ, সাপৰ মূৰ, কুকুৰৰ মূৰ, শিয়ালৰ মূৰ, মানুহৰ মূৰ বা মানুহৰ পাঁচটা মূৰ।

কালিকা পূজাৰ স্থান হিচাপে শ্মশান শ্ৰেষ্ঠ স্থান। পূজাৰ নিয়মমতে সম্পূৰ্ণ নাঙঠ হ'ব লাগে। সম্পূৰ্ণ নাঙঠ হ'ব নোৱাৰিলে বাঘ ছাল বা ৰঙা পাটৰ কাপোৰ পিন্ধা নিয়ম। মাছ, মঙহ আৰু মদেৰে অগ্নিত হোম কৰা নিয়ম। মহা প্ৰয়োগ অৰ্থাৎ মন্ত্ৰৰ জৰিয়তে সিদ্ধি লাভৰ সৰ্বোচ্চ গন্তীৰ সময়ত ক'লা ছাগলী বলি দিব লাগে।

তান্ত্ৰিক সাধন মাৰ্গ যোগিনী তন্ত্ৰত উল্লিখিত মতে শয্যাসাধন, ত্ৰিবাট, চতুৰ্বাট সাধন, মুণ্ড সাধন (ওপৰত উল্লেখ কৰা), স্বপ্নাৱতী বিদ্যা, মধুমতী বিদ্যা, পদ্মাৱতী বিদ্যা, বশীকৰণ বিদ্যা আদি সাধনৰ লগতে দিব্য যোগ, বীৰ যোগ আদি ৰহস্যময় যোগ প্ৰক্ৰিয়াৰ জৰিয়তে পুষ্ট। এই সাধন আৰু যোগৰ জটিল প্ৰক্ৰিয়া বিলাক অনুসৰণ কৰাৰ জৰিয়তেহে কালিকা শক্তিৰ চৰণ পৰশ লাভ কৰা সম্ভৱ।

## দুৰ্গা পূজা

অসমত শক্তিৰূপিনী দুৰ্গাৰ পূজা শৰৎ আৰু বসন্ত দুয়োটা ঋতুতে কৰা হয় যদিও শৰৎকালীন দুৰ্গাপূজা অধিক জনপ্ৰিয় আৰু বৰ্তমান ই এক উৎসৱৰ ৰূপ পৰিগ্ৰহ কৰিছে।

বৰ্তমান যি দুৰ্গা পূজা জনপ্ৰিয় পূজা হিচাপে শৰৎকালত আয়োজন কৰা হয়, এই পূজা মূলতঃ সৰ্বভাৰতীয় পূজাৰ আৰ্হিতেই একেসময়তে কৰা হয়। প্ৰফুল্ল দত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে নগৰ অঞ্চলত দুৰ্গা পূজাৰ আয়োজন ৰাজকীয় ভাবে চলে। দুৰ্গা পূজা কেতিয়াৰপৰা ইমান জাকজমকতাপূৰ্ণ ৰূপত আৰম্ভ হ'ল তাৰ ইতিহাস চালে আমি উগ্ৰতাৰা, কামাখ্যা, তাম্ৰেশ্বৰী, বুঢ়ীগোসাঁনী তথা শিৱসাগৰৰ ৰাজকীয় পৃষ্ঠপোষকতাত হোৱা দুৰ্গা পূজাৰ ইতিহাস পৰ্যালোচনা কৰিব লাগিব। নগৰ অঞ্চলত আধুনিক দুৰ্গা মূৰ্তিৰ পূজাৰ সূচনা হোৱাৰ বহু আগৰে পৰাই এনে প্ৰাচিন কামৰূপীয় বা প্ৰাগজ্যোতিষপুৰীয়া দেৱী পূজা চলি আছিল।

কামাখ্যাৰ শক্তি পূজা সম্ভৱতঃ প্ৰাচীন প্ৰাগজ্যোতিষৰ ইতিহাসৰ সমানেই প্ৰাচীন। তদুপৰি গুৱাহাটি মহানগৰীৰ উগ্ৰতাৰা মন্দিৰত শক্তিপূজা অতি ভক্তি আৰু ধুমধামেৰে পালন কৰা হয়। গুৱাহাটীৰ কামাখ্যা পীঠৰ উপৰি অসমৰ

কামৰূপ জিলাৰ ক্ষেত্ৰী আৰু নগাওঁ জিলাৰ শিলঘাটত কামাখ্যা পীঠ আছে। শক্তি পূজাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ স্থান দখল কৰি থকা তাম্ৰেশ্বৰী বা কেঁচাইখাতী মন্দিৰ সদিয়াত। আদিতে এই মন্দিৰ সম্ভৱতঃ অকল দেউৰীসকলৰদ্বাৰা পূজিত হৈছিল। পিছলৈ আহোম ৰজা আৰু ডাঙৰীয়াসকলেও এই তাম্ৰেশ্বৰী দেৱীক পূজা অৰ্চনা কৰাটো নিয়মিত হৈ পৰিছিল। তাম্ৰেশ্বৰী মন্দিৰত এসময়ত নৰবলি দিয়া প্ৰথা প্ৰচলিত আছিল। নৰবলি প্ৰথা এসময়ত যে অন্যান্য শক্তিপীঠ সমূহতো প্ৰচলিত আছিল তাৰো বহুতো প্ৰমাণ পোৱা যায়। গৌৰীনাথ সিংহৰ দিনত অসমৰ প্ৰায় সকলো মন্দিৰতে নৰবলি দিয়া প্ৰথা সম্পূৰ্ণ বন্ধ হয়। নৰবলি প্ৰথা বন্ধ কৰি তাৰ পৰিবৰ্তে কেবালাখো পশু-পক্ষী বলি দি দেৱীৰ ৰোষৰপৰা পৰিত্ৰাণ পাবলৈ যত্ন কৰা হৈছিল।

শক্তি পূজাৰ প্ৰাবল্য আৰু ৰাজপৰিয়ালৰ পৰা এই পূজাৰ প্ৰতি আগবঢ়োৱা পৃষ্ঠপোষকতা, শক্তি-পূজাৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিবলৈ ৰাজপৰিয়ালে কৰা আতিশয্য, বিশেষকৈ মহাৰাণী ফুলেশ্বৰীৰ দিনত বৈষ্ণৱসকলক জোৰপূৰ্বক দেৱীৰ আগত শিৰ নত কৰিবলৈ বাধ্য কৰা আৰু বলিৰ তেজৰ ফোঁট দিয়াৰ ঘটনাৰ পৰাই বৈষ্ণৱ আৰু শাক্তৰ মাজত এক সংঘাতৰ সূত্ৰপাত হয় বুলি কোনো ঐতিহাসিকে কয়।

শক্তিপূজাৰ এনে প্ৰাধান্যলৈ চাই এই কথা কব পাৰি যে দুৰ্গা, কামাখ্যা, কালী, কাত্যায়নী আদি নানা নামত বিস্তীৰ্ণ পৰিবেশত চলি থকা পূজা-অৰ্চনাই আধুনিক যুগতো দুৰ্গা পূজাক এক বৃহৎ ধৰ্মীয় উৎসৱলৈ পৰিণত কৰাত মুখ্য ভূমিকা পালন কৰিছে। পৰম্পৰাগত ভাৱে শক্তিপীঠলৈ যোৱাৰ অভ্যাস থকা লোকসকলে আধুনিক যুগত পশ্চিম বংগৰ পৰা অহা লোকসকলৰ অনুপ্ৰেৰণা আৰু সাংগঠনিক তৎপৰতাত আৰম্ভ হোৱা দুৰ্গা পূজাক ধৰ্মীয় উৎসৱ হিচাপেই আকোৱালি ললে।

অসমত কামাখ্যাকে ধৰি সকলো শাক্ত পীঠ তথা দশভূজা দুৰ্গা মন্দিৰ (হাতী মূৰাৰ দুৰ্গা মন্দিৰৰ দৰে) বা শিৱসাগৰৰ দেৱী দৌলৰ দৰে ক্ষেত্ৰ সমূহত নিয়মিত পূজা-অৰ্চনাৰ বাবে পূজাৰী নিযুক্তি, ভূমি দান তথা সম্পদ আদিৰ ব্যৱস্থা গ্ৰহণৰ ক্ষেত্ৰত কোঁচ আৰু আহোম ৰাজতন্ত্ৰৰ অৱদানেই আটাইতকৈ বেছি। কামাখ্যাৰ শিলৰ কলি, কমতেশ্বৰী মন্দিৰৰ শিলৰ কলি, কামাখ্যা-

উগ্ৰতাৰাৰ ভূমি দানৰ তামৰ ফলি, দীৰ্ঘেশ্বৰী মন্দিৰৰ শিলৰ ফলি, শিলঘাটৰ কামাখ্যা মন্দিৰৰ শিলৰ ফলি, হাতীমূৰা পাহাৰৰ দুৰ্গা মন্দিৰৰ শিলৰ ফলি, দীৰ্ঘেশ্বৰী মন্দিৰৰ দেৱ-দেৱীৰ ৰূপৰ জাপিৰ লিপি, নীলাচলৰ কামাখ্যাৰ ৰংঘৰৰ গাৰ তামৰ ফলি, জয়ন্তীয়াপুৰৰ কালিকা মঠৰ তামৰ ফলি, নীলাচল ভুৱনেশ্বৰী মন্দিৰৰ ভূমি দানৰ তামৰ ফলি, আদিয়ে প্ৰমাণ কৰে যে নৰনাৰায়ণ, প্ৰাণনাৰায়ণ, ৰাজেশ্বৰ সিংহ, প্ৰমত্ত সিংহ, গৌৰীনাথ সিংহ, জয়ন্তীয়া ৰজা আদিয়ে শক্তি আৰু দুৰ্গা পূজাৰ পৃষ্ঠপোষকতা কৰিছিল।

প্ৰফুল্ল দত্ত গোস্বামী প্ৰমুখ্যে পণ্ডিতসকলে এই মত ব্যক্ত কৰি গৈছে যে বৰ্তমান নগৰাঞ্চলত যি দুৰ্গা পূজা প্ৰচলিত আছে সেয়া ইংৰাজৰ ক্ষমতা বিস্তাৰৰ পিছত, উনৈশ শতিকাৰ পৰা ইংৰাজৰ সহযোগী বঙালী বিষয়া আৰু কেৰাণী সকলে আৰম্ভ কৰা। বৰ্তমান অসমৰ প্ৰায় সকলো নগৰতে ধুম-ধামেৰে শাৰদীয় দুৰ্গা পূজা হয়। আনকি গাঁও অঞ্চলতো সুসংগঠিত ভাবে দুৰ্গা পূজাৰ আয়োজন কৰা দেখা যায়। শাৰদীয় শুক্লপক্ষৰ ষষ্ঠীত দুৰ্গা প্ৰতিমা প্ৰতিষ্ঠা কৰা হয়, চাৰিটা তিথিত সম্পূৰ্ণ শাস্ত্ৰ-সম্মত ভাবে নৈবেদ্য, বলি আদি দি পূজা কৰা হয়। দশমীত দুৰ্গা প্ৰতিমা বিসৰ্জন দি পূজা শেষ কৰা হয়। দুৰ্গা প্ৰতিমা বিসৰ্জন দি পূজা শেষ কৰা হয়। দুৰ্গা দেৱীৰ পূজাত ম'হ, ছাগলী, পাৰ আদি বলি দিয়া হয় যদিও আজিকালি ডাঙৰ জীৱ-জন্তু বলি দিয়াৰ পৰিৱৰ্তে প্ৰতীকী বলিৰ ব্যৱস্থা কৰা দেখা যায়। কামাখ্যাত আজিকালি ছাগলী বলি দিয়া হয়, আনহাতে উগ্ৰতাৰা মন্দিৰত নৱৰাত্ৰিৰ দিনা ম'হ বলি দিয়া প্ৰথা আছে।

দুৰ্গা পূজাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল পূজা স্থলীৰ ওচৰতে হোৱা মেলা। বিপুল উলহ-মালহেৰে সৰু বৰ অজস্ৰ ব্যৱসায় প্ৰতিষ্ঠানে এনে মেলাত অংশ গ্ৰহণ কৰে। আনহাতে সকলো ধৰ্ম,বৰ্ণ, শ্ৰেণীৰ মানুহেই আনকি আনুষ্ঠানিক পূজা নকৰা সকলেও ৰং-তামাচাত ভাগ লয়। বিভিন্ন সামগ্ৰী ক্ৰয় কৰে। কাপোৰ, বেলুন, পুতলা আদিৰ পয়োভৰ দেখা যায় ক্ৰয়-বিক্ৰয় কৰা সামগ্ৰীসমূহৰ মাজত।

দুৰ্গা পূজাৰ আন এক বৈশিষ্ট্য হ'ল পূজা স্থলীত বা পূজাৰ কেইদিনত মেলাৰ স্থলীত আয়োজিত হোৱা নাট ভাওনা, সঙ্গীত-নৃত্যানুষ্ঠান, ওজা-পালি

আদি পৰম্পৰাগত অনুষ্ঠান, ঢুলীয়া অনুষ্ঠান আদি। কোনো কোনো স্থানত আৰতি অনুষ্ঠানটোও বেচ আকৰ্ষণীয় ভাবে আয়োজিত কৰা হয়।

দুৰ্গা প্ৰতিমা বিসৰ্জনৰ দিনা বিসৰ্জন অনুষ্ঠান চাবৰ বাবে নগৰ-মহানগৰ বিলাকত লাখ হিচাপে লোক সমবেত হোৱা দেখা যায়।

দুৰ্গা পূজাৰ উপৰি জনজাতি আৰু অন্যান্য আদিবাসীকে ধৰি চাহ জনজাতিসকলৰ মাজত বিভিন্ন মাতৃৰূপী তথা শক্তিৰূপী দেৱীৰ অৰ্চনা কৰা দেখা যায়। জয়ন্তীয়াসকলৰ জয়ন্তী দেৱীয়েই অসমত বুঢ়াগোসাঁনী, কছাৰী সকলৰ বুঢ়াগোসাঁনী আৰু জয়ন্তীয়াৰ বুঢ়া গোসাঁনীৰ লগত পাৰ্বতী কিম্বা দুৰ্গাৰ কোনো দৰ্শনভিত্তিক পাৰ্থক্য নাই। তাই আহোমসকলে বুঢ়া গোসাঁনী (ফি মে খাও) সুবচনী ৰূপত পূজা কৰে। কাৰ্বি সকলে (যিসকল খৃষ্টান হোৱা নাই) এতিয়াও কালী বা চামন পূজা কৰে। সুবচনী সবাহ হিচাপে কৰা হয় ঘৰুৱা ভাৱে।

## প্ৰথম অধ্যায়

### দ্বিতীয় ভাগ

# কামাখ্যা দেৱীৰ পূজা আৰু অম্বুবাচী মেলা

অম্বুবচী মেলা আৰু কামাখ্যা দেৱীৰ পূজা আষাঢ়ৰ সাত তাৰিখে আৰম্ভ হয় আৰু চাৰিদিন ব্যাপি চলে। এই উৎসৱ অসমৰ উৰ্বৰতা কৃষ্টি বা শক্তি পূজাৰ বিকাশৰ ইতিহাসত সৰ্বোচ্চ বিকশিত ৰূপ বুলিব পাৰি। মূল উৰ্বৰতা দেৱী পৃথিৱী। দেৱী পৃথিৱীয়ে মাতৃ ৰূপে জগতক দিয়ে সকলো শস্য, সকলো সম্পদ। এই পৃথিৱী বা প্ৰকৃতি দেৱীৰ ৰজস্বলা ৰূপ এটা কল্পনা কৰা হৈছে বৰ্ষাকালীন কৃষি কাৰ্য আৰম্ভ হোৱাৰ আগে আগে। প্ৰথম বৰ্ষাৰ পৰশত ওফন্দি উঠা মাটিৰ বুকুখনৰ দৰেই যেন প্ৰকৃতিৰো বুকুখন হয় এই বতৰত সৃষ্টিকামী।

অতি তাৎপৰ্যপূৰ্ণ কথা হ'ল এই সময়তে কামাখ্যা দেৱীৰ মূৰ্তি পবিত্ৰ জলেৰে স্নানাদি কৰাই দেৱীৰ মহাপীঠত পূজা সম্পন্ন কৰা হয়।

পৃথিৱী ঋতুমতী হোৱাৰ ধাৰণাটোও মূলতঃ কৃষি কৰ্ম বা ধানখেতিৰ লগত জড়িত কথা। বাৰিষাৰ প্ৰথম বৃষ্টিপাত হোৱাৰ লগে লগে মাটি কুমলি ওফন্দি উঠে। সৃষ্টিৰ কামনাৰে শক্তিশালী প্ৰকৃতি বা পৃথিৱী দেৱী যেন প্ৰস্তুত হয় সকলো সম্পদৰে জগতক ওপচাই দিবৰ বাবে। পৃথিৱী যে স্ত্ৰী বা বসুমতী আৰু পৃথিৱীৰ কৰুণাতে জগতৰ মানুহে অন্ন তথা সম্পদ লাভ কৰিছে এই কথা আদিম কালৰ পৰাই মানুহে কল্পনা কৰি আহিছে। নাৰী ঋতুমতী হ'লেহে সন্তানসম্ভৱা হোৱাৰ দৰে পৃথিৱীও ঋতুমতী হ'লেহে সন্তান (শস্য) সম্ভৱা হ'ব। এইটো উৰ্বৰতা কৃষ্টি। কিমান পুৰণি এই উৰ্বৰতা কৃষ্টি তাৰ তুলনা নাই। সম্ভৱ কিৰাত ধৰ্মৰ বিকাশৰ পিছৰ কৃষ্টি। কৈৰাতজ ধৰ্ম যদি যোগিনীতন্ত্ৰৰ ধৰ্ম বুলি মানি লোৱা হয় তেন্তে এই ধৰ্মত স্ত্ৰীধৰ্ম অৰ্থাৎ ঋতুকালত সংসৰ্গক অধৰ্ম বুলি মানি লোৱা নহয়। (সংসৰ্গাৎ পাতকাং নৈব স্ত্ৰীধৰ্মে ধৰ্মমাশ্ৰয়েৎ) অম্বুবাচীত কিন্তু ঋতুমতী পৃথিৱীৰ বুকুত সকলো ধৰণৰ কৃষিকৰ্ম নিষেধ কৰা হৈছে।

অম্বুবাচী আৰম্ভ হোৱাৰ পৰা অম্বুবাচী শেষ নোহোৱা পর্যন্ত বীজ ৰোপন নিষেধ। পাঠ্য কৰ্ম, অন্যান্য শুভকর্ম, বিশেষ যাত্ৰা নিষেধ। এই ধৰণৰ নিষেধবোৰ সম্ভৱতঃ মানুহৰ ক্ষেত্ৰতো প্ৰযোজ্য বাবেই এইবোৰ যোগিনীতন্ত্ৰত বৰ্ণিত অৱস্থাটোৰ পিচৰ যুগৰ হ'ব পাৰে। এয়া অনুমানহে। পৃথিৱী মাতৃৰ পূজা কৰাৰ সময় বা কামাখ্যা দেৱীৰ পূজাৰ সময় কিয় অম্বুবাচীত লোৱা হ'ল সেয়া প্ৰশ্নৰ বিষয়। যোনি পূজা বা কুমাৰী পূজা যিবোৰ স্থানত কৰা হয় সেইবোৰ স্থানত ঋতুকালত নাৰী অস্পৃশ্য নহয়। সম্ভৱ এইটো এক লোকাচাৰ হোৱা বাবেই নাৰীৰ ঋতুমতী অৱস্থাৰ দৰে পৃথিৱীৰ ঋতুমতী অৱস্থাটোক পৰম পৱিত্ৰ অৱস্থা বুলি মানি লোৱা হৈছে। ৭ আষাঢ়ত অম্বুবাচী যাত্ৰা আৰু ১০ আষাঢ়ত কামাখ্যা দেৱীৰ মহাপূজা সম্পন্ন হয়।

এই পূজাৰ মাহাত্ম্য সৰ্বত্ৰ প্ৰচাৰিত হোৱা বাবে বৰ্তমান সমগ্ৰ ভাৰতৰ উপৰি পৃথিৱীৰ আন আন দেশৰ মানুহো শক্তিপীঠ কামাখ্যালৈ আহে শক্তি পূজাৰ অভিজ্ঞতা অৰ্জন আৰু অৰ্চনা কৰাৰ উদ্দেশ্যে। কামাখ্যাৰ অম্বুবাচীত কেবা লাখো ভক্ত সমবেত হয়।

অম্বুবাচীত এখন বিশাল মেলা অনুষ্ঠিত হয়। মেলাত সকলো ধৰণৰ সামগ্ৰীয়েই বিক্ৰী হয়। তান্ত্ৰিক ধৰ্মীয় লোকসকলৰ উপৰি অজস্ৰ সাধু-সন্ন্যাসী, কগ্ন আৰু লোক কামাখ্যা মন্দিৰলৈ আহে দেৱী স্তুতিৰ বাবে। ধৰ্মপ্ৰাণ লোকসকলে কামাখ্যাত পূজা সম্পন্ন কৰি দান-দক্ষিণা দিবৰ বাবেই চৌদিশৰ পৰা ভিক্ষাপ্ৰাৰ্থী লোকৰো সমাগম হয়।

## শীতলা পূজা আৰু আই সবাহ

আই বা বসন্ত ৰোগৰ নিয়ন্ত্ৰক দেৱীৰ নাম শীতলা। পৰোক্ষ ভাবে স্বাস্থ্য তথা জন্ম-মৃত্যুৰ এক প্ৰধান নিয়ন্ত্ৰক শক্তি হিচাপে শীতলা বা আইৰ স্থান। বসন্ত ৰোগৰ মাৰাত্মক ভয়াবহতাৰ প্ৰতি লক্ষ্য ৰাখি নিৰুপায় হৈ মানুহে এগৰাকী দেৱী কল্পনা কৰিছে। তেওঁ আই বা বসন্ত দেৱী হিচাপে পূজা সেৱা পাই আহিছে। এই বসন্ত দেৱীকে শীতলা দেৱীও বোলা হয়।

আই বা বসন্ত দেৱীৰ নাম কিয় শীতলা হ'ল এই সম্পৰ্কত মত ভিন্নতা থাকিলেও এটা লৌকিক মত সকলোৱে আদৰ কৰা আৰু মানি লোৱা যেন লাগে। নবীন চন্দ্ৰ শৰ্মাই এই মত ব্যক্ত কৰি কৈছে 'বসন্ত ৰোগৰ ঘৰ জ্বালা-

যন্ত্ৰণা আৰু পোৰণি। এই জ্বালা-যন্ত্ৰণা আৰু পোৰণি সোনকালে শীতল পৰাতো ৰোগীয়ে সততে কামনা কৰে। তেনে ক্ষেত্ৰত এই ৰোগৰ অধিষ্ঠাত্ৰী দেৱীগৰাকীৰ নাম শীতলা বুলি কলেই যেন ৰোগীৰ গাটো শীতল পৰে, এনে এটি মনস্তাত্ত্বিক ক্ৰিয়ালৈ লক্ষ্য কৰিয়েই বোধকৰো দেৱী গৰাকীৰ নাম শীতলা দিয়া হৈছে।" শীতলা গদৰ্ভবাহিনী। কিন্তু কোনো কোনোৱে বৃষভবাহিনী বুলিও কয়। স্কন্দ পুৰাণৰ মতে দেৱী গৰ্দভবাহনা; কিন্তু অসমত দেৱী বৃষভবাহনা। জয়ৰামৰ 'শীতলা' পুথিৰ মতেই অসমত প্ৰচলিত হোৱা বাবে দেৱীক বৃষভ বাহনা বুলি কোৱা হয়। কিন্তু মহাদেৱ শিৱৰ বাহন বৃষভ। গতিকে স্কন্দ পুৰাণৰ মতটো অধিক বিবেচনাযোগ্য বুলি অনুমান কৰিব পাৰি। স্কন্দ পুৰাণতো দেৱীৰ নাম শীতলা থকালৈ চাই এই কথা অনুমান কৰিব পাৰি যে দেৱীৰ নাম শীতলা হোৱাটো নতুন কথা নহয়।

শীতলা পুথিত দেৱী শীতলাক বৰ্ণনা কৰা হৈছে দুৰ্গা দেৱীৰেই এটা ৰূপ হিচাপে। কাৰণ শ্যামাদেৱী, মুণ্ডমালিনী, মহামায়া, ত্ৰিনেত্ৰা, বেদমাতা আদি সম্বোধন কেৱল মহাশক্তি দেৱীকহে কৰা হয়। শীতলা পূজা শক্তি পূজাৰেই এটা ৰূপ। শীতলা দেৱী ত্ৰিনেত্ৰা, বিবস্ত্ৰা, শ্বেতাংগী, শূৰ্পাধাৰী, চতুৰ্ভূজা। তেওঁৰ হাতত মাৰ্জনী, কলহ আৰু শূল। মূৰত কূলা। বায়ু আৰু উত্তাপ বিস্ফোটকৰ তেওঁ নিয়ন্ত্ৰক। উদাহৰণ স্বৰূপে এই পদ দ্ৰষ্টব্যঃ

'বিবস্ত্ৰ শৰীৰ যাৰ গাৱে শোভে অলংকাৰ
দশোদিশ গাৱৰ বমন।
শুক্লকান্তি চতুৰ্ভূজা দেৱলোকে কৰে পূজা
বেদমাতা বৃষভ বাহন॥
মাৰ্জনী কলমহস্তা তিনিনেত্ৰা মহামায়া
শূৰ্পাধৰি আছা মস্তকত।
পদ্মপত্ৰ শিৰে শোভে ভ্ৰমৰে নচাৰে লোভে
সূৰ্যজ্যোতি দেখি সুশোভিত॥
বিস্ফোট প্ৰসাদে লৈয়া মনুষ্যৰ গাৱে দিয়া
বায়ুৰূপে ফুৰাহা সদায়।
ভাবি শীতলাৰ পাৱ বিপ্ৰ মুনি সবে গাৱে
দুঃখতাৰী তুমি বিনে নাই॥"

শীতলা দেৱীয়েই অন্যৰূপত দেৱী ভগৱতী, মহামায়া, শ্যামা, নাৰায়ণী, চণ্ডিকা, উমা, শিৱা, জয়া, দুৰ্গা, কালী। গতিকে এইটো সহজবোধ্য যে মহামৰী

ৰূপত হোৱা বসন্তৰ মাৰণ শক্তিৰ পৰা পৰিত্ৰাণ পোৱাৰ বাবেই মহাশক্তিৰ পূজা কৰা হয়।

শীতলা মূৰ্তি পূজা যিদৰে কৰা হয়, ঠিক সেইদৰে শীতলা আই সবাহো কৰা হয়। শীতলা আই পূজা আমাৰ গাঁও অঞ্চলত অতি পৱিত্ৰ ভাবেৰে বয়স্কা মহিলা সকলে অনুষ্ঠিত কৰে। আই সৱাহ সম্পূৰ্ণ পৱিত্ৰ নিৰামিষ সৱাহ। বুট, মগু আদিৰ প্ৰসাদ, কল-কুহিয়াৰৰ পৰা আৰম্ভ কৰি সকলো ফল-মূল আৰু সুগন্ধি ফুল আই সবাহৰ নৈবেদ্য। ধূপ-ধূনা জ্বলাই শীতলা আইৰ বেদী সন্মুখত লৈ আইসকলে শীতলা আইৰ নাম গায়।

অসমীয়াৰ আই নাম লৌকিক সাহিত্যৰ সমল। আই সৰ্বশক্তিৰ আধাৰ বাবেই তেওঁক সৰ্বজয়া, মহামায়া, ভগৱতী ৰূপত কল্পনা কৰা হৈছে। আমাৰ প্ৰচলিত লৌকিক বিশ্বাস অনুসৰি আইৰ সাতগৰাকী ভনী–

"দুখীয়াৰ ঘৰলৈ আহে সাতো ভনী
দিবলৈ নাইকিয়া একো;
মূৰৰ চুলি ছিঙি দুটি পাৰ মলচি
দেহাক পাৰি দিছো সাঁকো।
নাজানি সোমালো আইৰে ফুল বাৰীত
নাজানি ছিঙিলো কলি;
এইবাৰ দোষকে ক্ষেমিবা আই-মাতৃ
মাতো চৰণতে ধৰি।
দুখীয়াৰ পুতলা আয়ে তুলি দিলে
আইৰ মান দয়ালু নাই;
আইৰ নাম শীতলা দুখীয়াৰ পুতলা
দি যোৱা বুকু জুৰাই।

আইৰ বন্দনাত এইটো স্পষ্ট হয় যে বসন্ত ৰোগৰ কাৰণ আইৰ ওচৰত কৰা অপৰাধ। স্তুতি-মিনতি কৰি এই অপৰাধৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰা হয়। আইৰ নামতে প্ৰকৃততে লুকাই আছে আইৰ বাসস্থান শক্তিপীঠবোৰৰ নাম।

কামাখ্যাৰ মুখতে নাও ভৰা দিলে
লুইতৰ মুখলৈ চাই;
বাটত লগে পাই গণেশে সুধিলে
কি ফুল ভৰা দিছা আই ?

নাৱত আনিলা ফুলৰে কৰণী
বঠাতে আনিলা দান;
কৈলাসত আছিলা আই ভগৱতী
শদিয়াত পাতিছা থান।

লৌকিক বিচাৰত আই হ'ল মহাশক্তি। পূজা, তুতি-মিনতিৰে আইক সন্তুষ্ট কৰিব পাৰিলেহে জগতৰ নিৰীহ প্ৰাণী, বিশেষকৈ পুত্ৰ কন্যাসকলৰ মুক্তি। সেয়ে আই সবাহত দেখা যায় মাতৃসকলে সভক্তিৰে বন্দনা কৰে।

উজাই আহিলে আইৰে সাতে ভনী
বালিতে পুতিলে খুটি;
ভটিয়াই যোৱাগৈ আইৰে সাতে ভনী
কাতৰকৈ কৰিছো তুতি।

এই কাতৰ তুতি কৰি আইৰ সাত ভনীক লুইতৰ বুকুয়েদি ভটিয়াই যাবলৈ অনুনয় বিনয় কৰা আই সবাহৰ নাম যে অসমৰ কবি প্ৰতিভা থকা আই-মাতৃসকলৰ অপূৰ্ব কল্পনা তাক বঢ়াই নকলেও হয়। আই নামৰ আই কেউগৰাকী দয়াৰ সাগৰ, কৰুণাময়ী।

নীলাচলৰ ভগৱতী দেৱী, কামাখ্যা দেৱীক বন্দনা কৰা হয় আই সবাহত।

'আই ঠাকুৰাণী আই
তোমাৰ নীলাচলে গতি;
দুয়ো চৰণলৈ প্ৰাৰ্থনা জনাইছো
তুষ্ট হোৱা ভগৱতী।'

—এই নামৰ মাজত যি মহত্ত্ব লুকাই আছে সেয়াই শক্তিৰ আধাৰ মহামায়া মহাদেৱীৰ মহত্ত্ব।

আই নামৰ সুৰ আৰু কথা অতি কোমল। ভক্তি ভাৱৰ এক অতুলনীয় সমাহাৰ ঘটাইছে আই নামতীসকলে। আই নামত সকলো ভক্তিৰ পৰ্যায় অতিক্ৰমি সম্পূৰ্ণৰূপে দেহ-মন আইৰ চৰণত সপি দি পৰিত্ৰাণ বিচৰা হয় আই ৰোগৰ যন্ত্ৰণাৰ পৰা।

ফুলে দি পূজিলোহেঁতেন ভ্ৰমৰে চুমিলে,
দুগ্ধ দি পূজিলোহেঁতেন দামুৰীয়ে পিলে।
ধন দি পূজিলোহেঁতেন আপোনাৰে আছে,
জল দি পূজিলোহেঁতেন বোদালিলে মাছে।
অন্ন দি পূজিলোহেঁতেন গৰুৱে খচিলে,

বস্ত্র দি পূজিলোহেঁতেন মাৰেৰে সিজালে।
মন দি পূজিলোহেঁতেন মনৰো নাই থিত,
চিত দি পূজিলোহেঁতেন পাপে জর্জৰিত।
যেহি বস্তু দিওঁ মাতৃ সেহি বস্তু চুৰা,
নামেৰে পূজিম আই গধূলিকৈ-পুৱা।

দেখা যায় অসমীয়া সমাজত আই-মাতৃৰ পূজা সাত্বিক— নাম প্ৰধান। ই তান্ত্ৰিক পাশৰপৰা মুক্ত আৰু সকলো ভয়ঙ্কৰ ভাৱনাৰ উৰ্ধত। সম্পূৰ্ণ কোমল, শান্ত ভাৱৰ প্ৰাধান্য আই-মাতৃৰ পূজাত। সেয়ে গদৰ্ভ বাহিনী বা বৃষভবাহিনী যিয়েই নহওক, আই সবাহৰ আই মাতৃ কিন্তু সকলো দয়াৰ আধাৰহে। পবিত্ৰ, সুন্দৰী আৰু দয়াৱতী এই আয়ে ৰোগ নিৰাময় নকৰি পৰেনে ? এই পবিত্ৰ ভাৱনাই সন্দেহাতীত ভাৱে যন্ত্ৰণাকাতৰ লোকসকলক সকাহ দিয়ে।

## লক্ষ্মী পূজা আৰু লখিমী সবাহ

দুৰ্গা পূজা, ৰাসলীলা আৰু হোলি উৎসৱৰ বাহিৰেও ভাৰতীয় ধৰ্মীয় পৰম্পৰাৰ লগত সম্পৰ্ক ৰাখি অন্যান্য নানা পূজা কৰা হয়। এই পূজাবিলাকৰ ভিতৰত কালী পূজা, লক্ষ্মী পূজা, সৰস্বতী পূজা, কাৰ্তিক পূজা, গণেশ পূজা, জগদ্ধাত্ৰী পূজা প্ৰধান। শাৰদীয় দুৰ্গা পূজাৰ দৰে জাক-জমকতা, মেলা আদিৰ পয়োভৰ আন পূজাত নহয়।

এই পূজাবিলাকৰ ভিতৰত লক্ষ্মী পূজা প্ৰতি ঘৰতে ঘৰুৱা পূজা হিচাপে পালন কৰা হয়। লক্ষ্মী পূজাৰ দুটা ৰূপ আমাৰ চকুত পৰে। এটা ৰূপত লক্ষ্মী বা মহালক্ষ্মীক মূৰ্তি ৰূপত প্ৰতিষ্ঠা কৰি লক্ষ্মী-পূৰ্ণিমাৰ দিনা শাস্ত্ৰীয় নিয়মেৰে পূজা কৰা হয়। আনটো ৰূপ লৌকিক। এই লৌকিক ৰূপত লক্ষ্মী মূৰ্তি পূজা কৰা নহয়। লখিমী সবাহ পতা হয়। লখিমী সবাহ ধলুৱা পৰম্পৰাত থাপনা পাতি, নাম প্ৰসঙ্গ কৰি অনুষ্ঠিত কৰা হয়। এই লখিমী পূজা যিহেতু কছাৰী আৰু তাই আদি জনগোষ্ঠীৰ মাজত ভিন্ন নামত ভিন্ন ৰূপত পতা হয়, সেয়ে ভাৰতীয় পৰম্পৰাৰ মূৰ্তি পূজক অপসাৰিত কৰি গাওঁ অঞ্চলত লখিমী সবাহহে অধিক বিস্তৃত ৰূপত প্ৰচলিত হ'বলৈ ধৰিলে বুলি অনুমান কৰিবৰ থল আছে। কিছুমান ঠাইত লখিমী সবাহ ব'হাগ মাহত আৰু কিছুমানে নতুনকৈ শস্য চপোৱা সময়ত পাতে যদিও লখিমী সবাহ লক্ষ্মী পূজাৰ দিনাই কৰা সাধাৰণ

নিয়ম। লক্ষ্মীৰ মূৰ্তি অৱশ্যে লখিমী সবাহত প্ৰতিষ্ঠা কৰা নহয়। লখিমী সবাহত ফুল, তুলসী, মাহ-প্ৰসাদ আৰু অন্যান্য সাত্ত্বিক পূজাৰ নৈবেদ্যৰে সজোৱা হয়।

ড° লীলা গগৈয়ে উল্লেখ কৰিছে যে হিন্দু ধৰ্মৰ লক্ষ্মী দেৱী আৰু লখিমী সৱাহৰ লখিমী দেৱী যদিও ঐশ্বৰ্য বিভূতিৰ দেৱী হিচাপে একে তথাপি লখিমী সম্পূৰ্ণৰূপে কৃষি শস্যৰ তথা কৃষিৰ অধিষ্ঠাত্ৰী দেৱী।[1] লখিমী সবাহৰ নামবোৰৰ বিশ্লেষণ কৰিলে ড° গগৈদেৱৰ উক্তিৰ সত্যতা থকা যেন লাগে। লৌকিক বিচাৰত বড়োসকলৰ মাইনাও তথা তাইসকলৰ লখিমী পূজাৰ লগত বৰ্তমান অসমত প্ৰচলিত লখিমী পূজাৰ মিল আছে যেন লাগে। উভয় ক্ষেত্ৰতে লখিমী পূজাৰ লগত কৃষি উৎপাদন তথা কৃষি ঐশ্বৰ্যৰ সম্পৰ্ক আছে।

তাইসকলে লখিমী সবাহ দুবাৰ বা তিনিবাৰ অনুষ্ঠিত কৰে। এবাৰ বছৰৰ আৰম্ভণিতে খেতিত লগাৰ আগতে আৰু কেতিয়াবা আহিন-কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাত লখিমীক পথাৰত প্ৰতিষ্ঠা কৰিবলৈ, তাৰ পিচত পথাৰৰ লখিমী ঘৰলৈ আনি ভৰাঁলত চাকি লগাই সেৱা কৰি প্ৰতিষ্ঠা কৰা হয়। কোনো কোনোৱে ধান দাই শেষ নকৰি কেইগোছামান পথাৰতে 'লখিমী' এৰে। আনহাতে কোনো কোনোৱে ভৰাঁলত তিনিগোছা ধান শইচে সৈতে আনি ওলোমাই থয়। পথাৰৰ পৰা অনা শেষ ধান তিনি গোছা বহুতে পবিত্ৰ বস্ত্ৰৰে (নতুন গামোচাৰে) মেৰিয়াই আনি ভঁৰালৰ দুৱাৰ মুখত প্ৰতিষ্ঠা কৰে। এই সকলো কৰ্মতে লখিমী বুলি উল্লেখ কৰোতে শইচৰ অধিষ্ঠাত্ৰী দেৱীকে বুজোৱা হয়। [2] এইবোৰ কথাৰ প্ৰতি লক্ষ্য ৰাখি লীলা গগৈ দেৱে উল্লেখ কৰিছে যে লখিমী সবাহ হিন্দু আদৰ্শ আৰু আহোমসকলৰ লোকাচাৰৰ সংমিশ্ৰণত সৃষ্টি হোৱা যেন লাগে।

সাগৰ মন্থনত জন্ম হোৱা লক্ষ্মী দেৱীয়েই লোকাচাৰত পূজিত লক্ষ্মী দেৱী। লখিমী সৱাহৰ নামত আছে—

সাগৰৰ মাজতে আছিলা লক্ষ্মী আই
সাগৰৰ শেলুকা খাই,
মনিচৰ মাজলৈ আহিলা লক্ষ্মী আই
কলে পিঠা গুৰি পাই।

---

(১) দ্ৰষ্টব্য : অসমীয়া লোক-সংস্কৃতিৰ ৰূপৰেখা।

(২) ড০ লীলা গগৈ, অসমীয়া লোক-সংস্কৃতিৰ ৰূপৰেখা, পৃঃ ১৫-১৬, ১৯৮৪ চনৰ সংস্কৰণ।

লখিমী সবাহত ওচৰৰ পুখুৰী বা নৈৰ পৰা ঘটত পানী আনি সবাহৰ থলীত থাপনাৰ কাষত ৰখা হয়। অনুমান কৰা হয় যে লখিমী পানী (সাগৰ)ত থাকে।

কি কৰিছা লক্ষ্মী আই
সাগৰতে পৰি,
ভঁৰালৈ যাব লাগে
জাকৈ খালৈ ভৰি।

লক্ষ্মী সবাহৰ নামৰ লগত হৰ মহাদেৱে কৃষি-কাৰ্য কৰাৰ কাহিনীটো সোমাল কি দৰে সেয়া বিচাৰ্য বিষয়। লখিমী সবাহৰ লখিমী গৰাকী যে শইচৰ দেৱী আৰু হালোৱা মহাদেৱে এই লখিমীক কৃষি-কাৰ্যৰ জৰিয়তে আয়ত্ত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল সেয়া সবাহৰ নামত প্ৰকাশ পাইছে। লোক কথাত সকলো দেৱ-দেৱতা আনকি হনুমানকো কৃষি-কাৰ্যত সহায় কৰা শক্তি হিচাপে সুমুৱাই লোৱা হৈছে। লখিমী সবাহৰ নামত কৃষি-কাৰ্যত সম্পাদিত সকলো কৰ্ম তথা ব্যৱহৃত সকলো উপাদানৰে অন্তৰালত থকা দেৱতাক অৰ্চনাৰ উপলক্ষ্য কৰি গোৱা হৈছে—

ইন্দ্ৰক খুজিলা পানী ঐ মহাদেউ
কুবেৰে কঠিয়া দিলে,
হোলোঙা গোমেৰে জোঁট জৰি কৰিলা
বলোভদ্ৰই নাঙল দিলে।
কুকলা কপিলা হালেখন জুৰিলা
কাৰ্শলা সাপৰে লক,
ডালৰ হনুমানে আলিৰ কাষ কাটিলে
ভালুকে ডকালে গৰু।

ইয়াত ইন্দ্ৰ, কুবেৰ, হনুমান, ভালুক (ঋক্ষৰাজ) আৰু বিভিন্ন ধৰণৰ সাপে (শিৱৰ সহচৰ কিম্বা অলংকাৰ) নামৰ মাজত প্ৰৱেশ কৰিছে। এই হালোৱা জন যে শিৱ, তেওঁ কৰা কৃষি-কাৰ্য যে পাৰ্বতী গোসাঁনীৰ বাবে ভয় কিম্বা চিন্তাৰ বিষয় সেয়া লখিমী নামত সোমাই আছে। হিন্দু পৰম্পৰাত লক্ষ্মী দেৱী সকলো ঐশ্বৰ্য, ধন-সম্পত্তিৰ গৰাকী। আমাৰ লখিমী সবাহত লখিমী কিন্তু অকল কৃষি শইচৰ দেৱী। অৱশ্যে কৃষিজীৱী সমাজত কৃষি শইচেই হ'ল সকলো সম্পদৰ মূল ভিত্তি।

লখিমী সবাহত আন নাম নাগাই লক্ষ্মী চৰিত্ৰ পুথিখনি বহুতেই পাঠ কৰে। আহিন-কাতি মহীয়া পূৰ্ণিমাত অনুষ্ঠিত লক্ষ্মী সবাহত গ্ৰাম্য লোকসকলে তুলসী তলত বন্তি প্ৰজ্বলন কৰি লখিমী সবাহ পূবফালে মুখ কৰি আগ চোতালত বা ভঁৰালৰ সন্মুখত অনুষ্ঠিত কৰে।

## সৰস্বতী পূজা

সৰ্বভাৰতীয় পৰম্পৰাৰ যিবোৰ উৎসৱ অসমত অতীব জনপ্ৰিয়-- সেইবিলাকৰ ভিতৰত দুৰ্গাপূজা, হোলি, দেৱালিৰ লগতে সৰস্বতী পূজাৰ স্থান। কাৰণ বিদ্যালয়সমূহৰ সমূহ ছাত্ৰ-ছাত্ৰীৰ উপৰি ঘৰুৱা ভাবেও সৰস্বতী পূজাৰ আয়োজন কৰা হয়। সৰস্বতী জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী। সৰস্বতীৰ বাহন ৰাজহংস, হাতত বীণা আৰু পুস্তক। জ্ঞান আৰু পোহৰৰ আৰাধনাত ব্ৰতী সকলৰ বাবে সেয়ে সৰস্বতী বন্দনা এক স্বভাৱজাত উদ্দীপনা জাগ্ৰত কৰা পূজা।

সৰস্বতী পূজা কেতিয়াৰ পৰা প্ৰচলন হ'ল আৰু কেতিয়াৰ পৰা সৰস্বতী জ্ঞানবিকাশৰ সৰ্বময় ক্ষমতা ধাৰণকাৰী দেৱীত পৰিণত হ'ল-- সেই সম্পৰ্কে সঠিক ঐতিহাসিক তথ্য পাতি পাবলৈ নাই। তথাপি শব্দৰ উৎপত্তিগত অৰ্থৰ ফালৰপৰা চাবলৈ গ'লে সৰস্বতী হ'ল নৈ বা পানীৰ দেৱী। এই নৈ বা পানীয়েই নিয়ন্ত্ৰণ কৰে শস্যৰ উৎপাদন বা অন্নৰ উৎপাদন। অন্নই হ'ল জীৱনৰ চালিকা শক্তিৰ উৎপাদক- অৰ্থাৎ অন্নই জীৱন। অন্নই সেয়ে জ্ঞান ধাৰণকাৰী মানুহৰ জীৱনৰো আধাৰ আৰু জ্ঞানৰো আধাৰ। সেই হিচাপে অন্নদাত্ৰী নৈ-মাতৃ গৰাকীয়েই যে জ্ঞানৰো মাতৃ সেই ক্ষেত্ৰত কাৰো সন্দেহ থাকিব নালাগে।

হিন্দু পৰম্পৰাত গণেশে সিদ্ধিদাতা জ্ঞানৰ দেৱতা। কিন্তু নৈৰ দেৱী, ব্ৰহ্মাৰ মানস পুত্ৰী সৰস্বতী কেতিয়াৰপৰা জ্ঞান, বিবেক বা বাক শক্তিৰ অধিষ্ঠাত্ৰী হ'ল জনা নাযায়-- শক্তিৰূপিনী দুৰ্গাৰ সহচৰী হিচাপে অধিষ্ঠাত্ৰী এই শক্তিৰূপিনী সৰস্বতী হৈ পৰিল সম্পূৰ্ণৰূপে ছাত্ৰ-ছাত্ৰীসকলৰ সৰ্ববিধ মঙ্গলৰ নিয়ন্ত্ৰণকাৰী। বাগদেৱী বীণাপাণিৰ আশীৰ্বাদ অবিহনে জ্ঞানৰ বিকাশ অসম্ভৱ। দেখাত সৰস্বতীক বন্দনা কৰাটো এটা বাধ্যবাধকতা, কিন্তু বাস্তৱত এই উৎসৱ কিন্তু আনন্দ-উল্লাসেৰে পৰিপূৰ্ণ; কেৱল এক জ্ঞান-অৰ্জনৰ বাধ্য-বাধকতা থকা অৰ্চনা নহয়।

অসমত কিছুমান স্থানত সৰস্বতীৰ মূৰ্তি প্ৰতিষ্ঠা কৰি পূজা কৰা নহয়। সৰস্বতীৰ বেদী প্ৰতিষ্ঠা কৰি বেদীত মাহ-প্ৰসাদ নৈবেদ্যৰে শৰাই আগবঢ়োৱা

হয়। বেদীত সৰস্বতীৰ থাপনা প্ৰতিষ্ঠা কৰা হয়। থাপনাত থাকে গন্ধ-পুষ্প তুলসীৰ লগতে গ্ৰন্থ। এই সবাহ মূলতঃ গ্ৰন্থপূজালৈ ৰূপান্তৰিত হয়। প্ৰকৃততে এইটো হ'ল গ্ৰন্থ পূজাৰ এক লৌকিক উৎসৱ। ব্ৰাহ্মণৰ মন্ত্ৰপাঠ ইয়াত মূল কথা নহয়, মূল কথা গ্ৰন্থৰূপী সৰস্বতীৰ প্ৰতি প্ৰকাশ পোৱা ভক্তি। গ্ৰন্থই ইয়াত সৰস্বতী, জ্ঞানৰ অধিষ্ঠাত্ৰী।

সৰস্বতী পূজা এইদৰে তন্ত্ৰ-মন্ত্ৰৰ দ্বাৰা অতি কঠোৰ ভাবে নিয়ন্ত্ৰিত নহৈ গ্ৰন্থ (জ্ঞান)ৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱাৰ ফলত জাত-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো লোকে নিবিড় ভাবে বন্দনা কৰিবপৰা উৎসৱত পৰিণত হৈছে।

দুৰ্গা, কালী, চামুণ্ডা আদি দেৱীৰ সমাৰ্থক দেৱী জনজাতি বা অদিবাসীসকলৰ মাজত থাকিলেও সৰস্বতী বা জ্ঞানৰ অধিষ্ঠাত্ৰী কোনো সুপ্ৰাচীন দেৱী সততে চকুত নপৰে। তাইসকলৰ জাছিংফা জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী— সৰস্বতীৰ সমতুল্য। জাছিংফাৰ পূজা জ্ঞান-বিকাশৰ লক্ষ্য আগত ৰাখি কৰা হয়।

সৰস্বতী পূজা সৰ্ব্বজনীন হোৱাৰ এটা মূল কাৰণ হ'ল বিদ্যালয়সমূহৰ ভিতৰত পূজা অনুষ্ঠিত কৰাৰ সুবিধা থকাটো। প্ৰতিখন বিদ্যালয়তে হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰী পূজাৰ লগত জড়িত হৈ পৰা বাবে আৰু তেওঁলোকে পূজাৰ বাবে সুন্দৰ বগা সাজ-পাৰ পিন্ধি ওলাই আহি এক সুন্দৰ পৰিৱেশ গঢ়ি তোলা বাবে সৰস্বতী পূজা হৈ পৰে সুবেশ সুন্দৰ পূজাৰীসকলৰ সমাৱেশ। ই মূল পূজাতকৈও অধিক আকৰ্ষণীয় এক উৎসৱমুখৰ পৰিৱেশৰ জন্ম দিয়ে।

সৰস্বতী পূজাৰ আনটো উল্লেখনীয় দিশ হ'ল পূজাৰ লগতে আয়োজন কৰা— মাহ্-প্ৰসাদ, খিচিৰী, পায়স, মিঠাই আদিৰ আয়োজন। খাদ্য-সম্ভাৰৰ আয়োজনে স্বাভাৱিকতে উৎসৱমুখৰ পৰিবেশটো অধিক আকৰ্ষণীয় কৰি তোলে।

মূল পূজা সময় মতে অনুষ্ঠিত হয়। পূজাত ব্ৰাহ্মণে মন্ত্ৰ পাঠ কৰে আৰু সৰস্বতী বন্দনা সমূহীয়া ভাবে ছাত্ৰ-ছাত্ৰীসকলে গায়। সৰস্বতী পূজা যদিও হিন্দুসকলৰ পবিত্ৰ পূজা তথাপি অন্য ধৰ্মৰ লোকসকলে আহি জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱীৰপৰা বৰ প্ৰাৰ্থনা কৰাত কোনো বাধা বা আপত্তি নাথাকে।

# প্ৰথম অধ্যায়

## তৃতীয় ভাগ

# শিৱ পূজাৰ ইতিহাস

শিৱ পূজা কামৰূপৰ আদি পুৰুষৰ পূজাৰ দৰে। লৌকিক, তান্ত্ৰিক আৰু শাস্ত্ৰীয় এই তিনিও ধৰণৰ শিৱ পূজাই প্ৰচলিত যদিও, থলুৱা কৃষ্টিৰ লৌকিক শিৱ ভোলানাথৰ আদৰেই বেছি। লোক কৃষ্টিৰ এক লাইখুটা হিচাপে শিৱ প্ৰায় সকলো থলুৱা জনগোষ্ঠীৰ হৃদয়ৰ মণি-কোঠাত সোমাই আছে। প্ৰচিন কামৰূপৰ প্ৰায় সকলো ৰাজতন্ত্ৰৰে আদি দেৱতা বা গোষ্ঠীৰ উপাস্য দেৱতা শিৱ। ভাস্কৰ বৰ্মণে ঘোষণা কৰিছিল যে তেওঁ শিৱৰ বাহিৰে কাকো পূজা নকৰে। বৰ্মণ বংশ, শালস্তম্ভ বংশ, কোঁচ ৰাজবংশ, খেন বংশ, পাল বংশ সকলোৰে শিৱ পূজাৰ পৰম্পৰা গভীৰ। প্ৰায় সকলো ৰাজ বংশৰে শাসন, ভূমিদান আদিৰ শিলালিপি তথা তাম্ৰশাসন বিলাকত মহেশ্বৰ, মহা মহেশ্বৰ, পৰম পৰমেশ্বৰ মহাদেৱ আদি নামেৰে অভিহিত কৰা দেখা যায়। কেৱল ধৰ্মপাল তৃতীয় ভূমিদান লিপিত শিৱক বন্দনা কৰাৰ পৰিৱৰ্তে বিষ্ণুক আৰাধনা কৰিছিল। ইয়াৰ অৰ্থ অৱশ্যে এইটো নহয় যে পাল বংশৰ শিৱ ভক্তি নাছিল।

অসমৰ পশ্চিম সীমান্তত শক্তিশালী কোঁচ ৰাজ্যৰ নিৰ্মাতা বিশ্বসিংহৰ পিতৃ-মাতৃ উপকথা অনুসৰি শিৱভক্তিত অটল আছিল। উপকথা অনুসৰি হাৰিয়া মেচৰ পুত্ৰ বিশুৰ জন্ম হৈছিল শিৱৰ ঔৰষত। শিৱৰ পুত্ৰ বুলি এইদৰে বিশুৰ গাত দেৱত্ব আৰোপ কৰাৰ মূল কাৰণ হয়তো এইটোও হ'ব পাৰে যে কোঁচ ৰাজবংশৰ প্ৰতিষ্ঠাতা হিচাপে বিশ্বসিংহৰ (বিশুৰ শৈশৱত বয়সৰ নাম) প্ৰজাৰ অচলা ভক্তি আৰু আনুগত্য প্ৰয়োজন আছিল আৰু সেয়ে মূল উপাস্য আদিপুৰুষৰ সন্তান হিচাপে তেওঁক প্ৰতিষ্ঠা কৰা হৈছিল।

অসমৰ জন-সমষ্টিৰ মাজত আটাইতকৈ বিস্তৃত ভাবে বিয়পি থকা বড়ো-কছাৰী তথা বড়ো মূলৰ লোকসকলৰ বাথৌ বুঢ়া, শিৱৰাই আৰু তেওঁৰ পত্নী বুলি গোসাঁনী পাৰ্বতী, ভৱৰী (ভৰলী) বুঢ়ী, ভৈৰৱী, দুৰ্গা বা কালী নানা নামেৰে

বিভূষিতা ৰূপত সৰ্বত্ৰ পূজিত হৈছিল। দেউৰীসকলৰ বুঢ়া-বুঢ়ী, পৰমেশ্বৰ কুণ্ডি মামা, অন্যান্য জনজাতিবিলাকৰ মূল উপাস্য দেৱতা শিৱৰ সৈতে একে আৰ্হিৰ আদি দেৱতা মহেশ্বৰ।

'দৰং ৰাজ বংশাৱলী'ত বিশ্ব সিংহৰ পূজা-অৰ্চনাৰ বিস্তৃত বিৱৰণ দিয়া আছে। বিশ্বসিংহই দুৰ্গা বা পাৰ্বতীক মালা-মন্ত্ৰৰে জপ কৰি দিনটোৰ পবিত্ৰ কৰ্ম আৰম্ভ কৰিছিল। ইয়াৰ পিচতে শিৱক ব্ৰহ্মমন্ত্ৰ আৰু মালা-মন্ত্ৰৰে জপ কৰিছিল। ইয়াৰ পিচত পুৰাণ পাঠ আৰু হৰি নাম পাঠ শুনিছিল। দেৱী দুৰ্গাৰ মন্ত্ৰ জপোতেও সেয়া প্ৰথম মনতে 'বিষ্ণুক সুমৰি' লৈহে আৰম্ভ কৰিছিল বুলি জনা যায়। হৰি-হৰ অভিন্ন গণ্য কৰা বাবেই এইটো সম্ভৱ হৈছিল।

দুৰ্লভ নাৰায়ণৰ ৰাজসভাত হেম সৰস্বতীয়ে প্ৰহ্লাদ চৰিত আৰু হৰগৌৰী সংবাদ এই দুখন পুথি ৰচনা কৰাটোৱে বৈষ্ণৱ আৰু শৈৱ— এই দুয়ো পন্থাৰ প্ৰাধান্যৰ কথাকে সূচায়। হেম সৰস্বতীয়ে তেওঁৰ পৰিচয় দিছিল ৰুদ্ৰ সৰস্বতী তথা পশুপতিৰ নাতি (বা পুত্ৰ) বুলি। কবিৰত্ন সৰস্বতীয়ে (জয়দ্ৰথ বধৰ প্ৰণেতা)ও দুৰ্লভ নাৰায়ণক বিষ্ণু আৰু শিৱৰ ভক্ত বুলি অভিহিত কৰিছে। তাম্ৰধ্বজ ৰজাৰ সভা কবি ৰুদ্ৰ কন্দলীয়েও ব্যক্ত কৰিছে যে তাম্ৰধ্বজ আছিল বিষ্ণু ভক্ত, তেওঁ মহামায়াৰ পূজাও কৰিছিল। কমতাপুৰৰ বৰ্ণনাবিলাকে প্ৰমাণ কৰে যে এই অঞ্চলৰ মূল দেৱ-দেৱী আছিল শিৱ, বিষ্ণু আৰু তেওঁলোকৰ শক্তিৰূপিনী দেৱী দুৰ্গা, পাৰ্বতী আৰু মহামায়া।

কোঁচ ৰজা নৰনাৰায়ণে দুৰ্গা আৰু শিৱ পূজা কৰিছিল। আহোম ৰাজ্য আক্ৰমণৰ পূৰ্বে ৰণ-জয়ৰ অভিপ্ৰায়েৰে তেওঁ প্ৰথম কছাৰী পৰম্পৰা অনুসৰি এক পূজা কৰিছিল। ইয়াৰ পিছতে ভূটীয়া সকলৰো এক পূজা সমাৰোহৰ আয়োজন কৰিছিল। দেওধনি নৃত্য প্ৰধান এই ৰণ-জয়ৰ পূজা অৰ্চনা ইয়াৰ পিচত গোহাঁইকমল আলিৰ উত্তৰে কোঁচ, মেচ ভূটীয়াসকলে আৰু ইয়াৰ দক্ষিণ ফালে ব্ৰাহ্মণসকলে অনুষ্ঠিত কৰাৰ নিয়ম কৰি দিছিল। নৰনাৰায়ণে পুৰণি কিৰাতজ পৰম্পৰা অনুসৰি শিৱ আৰু অন্যান্য সকলো দেৱতাৰে পূজা ম'হ, গাহৰি, হাঁহ, পাৰ বলি দি মদ-ভাতেৰে পূজা কৰি প্ৰকৃততে জনজাতিসমূহৰ ঐক্য সাধনৰ কাম কৰিছিল। শিৱৰ নিৰ্দেশিত এই কৰ্ম কৰি নৰনাৰায়ণে মূলতঃ নিজৰ প্ৰধান উপাস্য দেৱতা শিৱ আছিল বুলি প্ৰতিপন্ন কৰিছিল।

জনজাতি পৰম্পৰাত দেখা যায়, বড়ো-কছাৰীৰ আদি পিতৃ বাথৌ-শিব্ৰাই, দেউৰীৰ আদি পিতৃ গিৰা-গিৰচী পিচাডেমা, ৰাভাৰ লান ৰাজা বা লান দেৱতা, ডিমাছাৰ আদি দেৱতা শিব্ৰাই, তিফ্ৰা আৰু তিৱাৰ আদি দেৱতা-দেৱী শিৱ-পাৰ্বতী, কাৰ্বিৰ আদি দেৱতা মহাদাই বা মহাদেউ, সোণোৱাল কছাৰীৰ খিৰিং ৰজা বা বাইথা। মূলতঃ শিৱ এই জনজাতি পৰম্পৰাত আদি দেৱতা। শিৱ লিংগ অথবা শিল ৰাভাসকলৰ শিৱৰ প্ৰতীক।

অজনজাতিসকলৰ জীৱনতো যে শিৱ পূজা আছিল ৰণজয়, পুত্ৰলাভ আদিৰ বাবে কৰা আদি-পুৰুষৰ পূজা সেইটো শ্ৰীমন্ত শঙ্কৰৰ পিতৃ কুসুম্বৰে পুত্ৰ লাভৰ বাবে গোপেশ্বৰ শিৱৰ পূজা কৰাটোৱেই প্ৰমাণ কৰে। কুসুম্বৰে লিংগ ৰূপত শিৱ পূজা কৰিছিল পুত্ৰ লাভৰ বাবে। ভূষণ দ্বিজৰ গুৰু চৰিতত শিৱ পূজাৰ উল্লেখ, 'গুৰুলীলা'ত (ৰাম ৰায়ৰ) শ্ৰীশঙ্কৰদেৱক শঙ্কৰৰ অৱতাৰ বুলি গণ্য কৰা আদিয়ে শিৱ-পূজাৰ বা শৈৱমতৰ প্ৰাধান্যৰ কথা বুজায় যদিও নৱ-বৈষ্ণৱ ধৰ্মত হৰি-হৰক অভিন্ন পৰমেশ্বৰ হিচাপেহে কল্পনা কৰা হয়। আনহাতে জনজাতি পৰম্পৰাৰ যি পশু বলি আৰু মদ-ভাত দি নৃত্য-প্ৰধান শিৱ-পূজাৰ ব্যৱস্থা আছে, তেনে পদ্ধতি নৱ-বৈষ্ণৱ ধৰ্মত নাই।

আহোম ৰজাসকলৰ মাজত ছুছেনফাই প্ৰথম নাগশঙ্কৰ মন্দিৰ পুনৰ নিৰ্মাণ ১৪৮০ খৃঃত সম্পূৰ্ণ কৰি শিৱ পূজাৰ আনুষ্ঠানিকতা সম্পূৰ্ণ কৰিলে। শিৱৰ আৰ্হিৰ দেৱতা তাই পৰম্পৰাত থকা বাবে আহোমসকলে শিৱ পূজা কৰাত কোনো ধৰণৰ অস্বাভাৱিক বাধাও আহি পৰা নাছিল। প্ৰতাপ সিংহই প্ৰথম শিৱ পূজা কৰিবৰ বাবে ব্ৰাহ্মণ পূজাৰী নিয়োজিত কৰিছিল বুলি জনা যায়। প্ৰতাপ সিংহই নেঘেৰিটিং শিৱ দৌল নিৰ্মাণ কৰাই পূজাৰ ব্যৱস্থা কৰিছিল। গদাধৰ সিংহই ১৬৯১ চনত মাইবেলাত লাংকুৰি মন্দিৰ, ১৬৯৪ত উমানন্দত শিৱ মন্দিৰ, ১৬৯৫ চনত বিশ্বনাথ মন্দিৰ নিৰ্মাণৰ উপৰি ভূমিদান দি পূজা অৰ্চনাৰ ব্যৱস্থা কৰিছিল।

ৰুদ্ৰ সিংহক (১৬৯৬-১৭১৪ খৃঃ) পিতৃ গদাধৰ সিংহৰ দৰেই শিৱ ভক্ত বুলি জনা যায়। ৰুদ্ৰ সিংহই অসমত বৈদিক নীতি-নিয়ম আহোম ৰজা সকলে মানি চলাটোত গুৰুত্ব দি পূৰ্বৰ প্ৰথাবোৰ প্ৰায় বিলোপ কৰিলে। তেওঁ শিৱ পুৰাণ অসমীয়াত ৰচনা কৰিছিল। ৰুদ্ৰ সিংহ শিৱ বা হৰ-গৌৰীৰ উপাসক বুলি বিভিন্ন ভূমিদান লিপি আৰু ৰবটোপৰ গাত লিখা আছে। ডেৰগাৱঁৰ শিৱ দৌল, শিৱসাগৰৰ শিৱদৌলৰ পূজাৰী নিযুক্ত কৰিছিল ৰুদ্ৰসিংহই।

শিৱ সাধনাৰ ক্ষেত্ৰত ৰুদ্ৰ সিংহৰ আটাইতকৈ ডাঙৰ অৱদান হ'ল শিৱ পুৰাণৰ অসমীয়া সংস্কৰণৰ প্ৰণয়ন। এই পুৰাণখনে অসমীয়া সমাজৰ শিৱসাধনাক এক নতুন মাত্ৰা প্ৰদান কৰিলে।

শিৱ সিংহই ১৭১৮ চনত নীলাচলৰ কামেশ্বৰ মন্দিৰ, একে বছৰতে সিদ্ধেশ্বৰ মন্দিৰ, ১৭১৯ চনত এই মন্দিৰত উমানন্দৰ মূৰ্তি স্থাপন, ১৭২৮ চনত কমলেশ্বৰ শিৱ মন্দিৰ, ১৭৩৪ চনত ডেৰগাৱঁত শিৱ মন্দিৰত ৰাণী অম্বিকাৰে সৈতে ভূমিদান, ১৭৩৮ ত বীৰেশ্বৰ শিৱমন্দিৰত পূজাৰী নিযুক্তি আৰু ভূমিদান, ১৭৩৯ আৰু ১৭৪১ ত উমানন্দত ভূমিদান কৰিছিল। শিৱ সিংহৰ শিৱ পূজাৰ শ্ৰেষ্ঠতম নিদৰ্শন হ'ল ১৭৩৪ চনত শিৱসাগৰত নিৰ্মাণ কৰা শিৱমন্দিৰ। ১৭২৫ চনত তেওঁ বিশ্বেশ্বৰ আৰু গোপেশ্বৰ মন্দিৰত ভূমিদান কৰে আৰু ভৃংগেশ্বৰ আৰু সিদ্ধেশ্বৰ মন্দিৰ নিৰ্মাণ কৰে।

প্ৰমত্ত সিংহ (১৭৪৪-১৭৫১) আৰু ৰাজেশ্বৰ সিংহই গদাধৰ সিংহৰ দিনৰেপৰা গঢ় লৈ উঠা শৈৱ মন্দিৰ আৰু শিৱ পূজাক পৃষ্ঠপোষকতা কৰা পৰম্পৰা জীয়াই ৰাখিলে। প্ৰমত্ত সিংহই ১৭৪৪ চনত শুক্ৰেশ্বৰ মন্দিৰ আৰু ১৭৪৯ চনত উত্তৰ গুৱাহাটীত ৰুদ্ৰেশ্বৰ মন্দিৰ নিৰ্মাণ কৰে। ৰাজেশ্বৰ সিংহই (১৭৫১ -১৭৬৯) খৃঃৰ ভিতৰত ১৭৫৫ ত মনিকৰ্ণেশ্বৰ মন্দিৰ, ১৭৬৪ চনত শুৱালকুছিত সিদ্ধেশ্বৰ মন্দিৰ আৰু চিত্ৰাচল পাহাৰৰ নৱগ্ৰহ মন্দিৰো নিৰ্মাণ কৰে। এই নৱগ্ৰহ মন্দিৰত গ্ৰহ সমূহক যোনি পীঠত উপবিষ্ট লিংগ হিচাপে স্থাপনা কৰি শিৱ পূজাৰ প্ৰাধান্য প্ৰতিপন্ন কৰিছে। লক্ষ্মী সিংহই (১৭৬৯-১৭৮০) বিশ্বেশ্বৰ শিৱ মন্দিৰ আৰু গৌৰী বল্লভ মন্দিৰ নিৰ্মাণ কৰাৰ উপৰি বিশ্বনাথ মন্দিৰৰ পূজাৰী নিযুক্ত কৰে। আহোম ৰাজত্বৰ সামৰণি পৰ্বতো চন্দ্ৰকান্ত সিংহই শিৱ-ভক্ত পহুমৰীয়া সকজনা গোসাঁইক ১৮১৬ চনত সেৱক যোগান ধৰিছিল।

আহোম ৰজাসকলৰ ভিতৰত জয়ধ্বজ সিংহ চক্ৰধ্বজ, সিংহ, ৰুদ্ৰ সিংহই মুদ্ৰা প্ৰচলন কৰোতে নিজকে হৰগৌৰীৰ সেৱক বা শিৱনামৰ সেৱক বুলি ঘোষণা কৰিছিল।

এই বিস্তৃত শিৱ পূজাৰ ইতিহাসে প্ৰমাণ কৰে যে অসমত শিৱ পূজা আছিল অতি স্বাভাৱিক আদি পুৰুষ বা আদি দেৱতাৰ পূজা। ই আজিকোপতি প্ৰচলিত আছে বিভিন্ন পদ্ধতিৰে অজস্ৰ শিৱ মন্দিৰত।

শিৱ পূজাৰ দুটা বৈশিষ্ট্য সাধাৰণতে পুৰণি মন্দিৰবোৰত প্ৰচলিত থকা দেখা যায়। এটাত শিৱ চতুৰ্দশীত ছানালী (সাধাৰণতে ক'লা ছাগলী) ডিঙি মুচৰি মাৰি বলি দিয়া হয়। আনটো হ'ল দেৱ-দাসী নৃত্য। শিৱপূজাৰ লগত দেৱ দাসী নৃত্যৰ প্ৰচলন সুদীৰ্ঘ কাল ধৰি বৰ্তি আছিল। পৃষ্ঠপোষকতাৰ অভাৱত আৰু সম্ভৱতঃ পিচলৈ বিয়পি পৰা ব্যভিচাৰ আৰু নিৰাপত্তাহীনতাৰ ফলত দেৱদাসী প্ৰথা সম্পূৰ্ণ লোপ পালে।

## শিৱ ৰাত্ৰি

'শিৱ ৰাত্ৰি' অসমৰ শৈৱসকলৰ এক প্ৰধান উৎসৱ। এই উৎসৱত সকলোবোৰ শিৱ মন্দিৰ, বুঢ়াগোসাঁই থান, বাথৌ মন্দিৰ তথা পৰম্পৰাগত ভাবে শিৱৰ লগত জড়িত স্থানত শিৱ-পূজা হয় আৰু লগতে এখন মেলা বহে।

অসমৰ সকলো জনজাতিৰ মাজতে শিৱ হ'ল আদি দেৱ— বুঢ়াগোসাঁই আৰু পাৰ্বতী বুঢ়ীগোসাঁনী বা আদি মাতৃ। বুঢ়া-বুঢ়ীৰ পূজা অৰ্চনা বিভিন্ন প্ৰকাৰে, লৌকিক নিয়মেৰে কৰা দেখা যায়। সম্প্ৰদায় ভেদে লোকাচাৰো ভিন্ন ভিন্ন। বড়োসকলৰ বাথৌ শিব্ৰাই সবাৰো উৰ্ধত, দেৱাদিদেৱ। বাথৌ বুঢ়া য'ত বিদ্যমান তাত বিভিন্ন নামত বুঢ়ী গোসাঁনীও বিদ্যমান। ৰুদ্ৰ, শিৱ, ভোলানাথ, মহাদেৱ, আদি নানা নাম এই গৰাকী আদি দেৱতাৰ। ভল্লী বুঢ়ী, বুঢ়ী গোসাঁনী, ভৈৰৱী আদি নানা নামত দেৱতাৰ লগে লগে দেৱী পূজা চলে। দেউৰীসকলৰ কুণ্ডিমামাৰ উপৰি বলিয়া গোসাঁই তথা পিচাছি গোসাঁনীৰ পূজাও প্ৰচলিত। কাৰ্বিসকলৰ দেহাল কাৰ্চিদমতো শিৱ পূজা কৰা হয়।

আৰ্য পৰম্পৰাত শিৱ বা ৰুদ্ৰৰ অস্তিত্ব আমি সুদূৰ অতীতৰপৰাই পাওঁ। শিৱ আৰু ৰুদ্ৰ— এই দুয়ো নামত দুটা ভিন্ন ৰূপ আমি পাওঁ যদিও— সামগ্ৰিক অৰ্থত মহাদেৱ বুলি কওঁতে আমি সকলো দেৱৰে উৰ্ধত থকাজনক বুজাও। ৰুদ্ৰ হ'ল এফালে সঙ্গীত, নৃত্য তথা সুকুমাৰ কলাৰ সৰ্বাদিদেৱ, সকলো পশু-পক্ষী তথা জীৱজগতৰ ধাৰক— পশুপতি, সকলো সুন্দৰ তথা সৃষ্টিমূলক অনুপ্ৰেৰণাৰ উৎস শক্তি শিৱ, ধ্বংসৰ দেৱতা শিৱ। গতিকে জগতৰ জন্ম, স্থিতি লয়— এই তিনিও পৰ্যায়তে শিৱ মহাদেৱ আৰাধ্য দেৱতা। শিৱ যিদৰে ভীষণতাৰ সকলো দিশতে নিয়ন্ত্ৰক দেৱতা হিচাপে ভৈৰৱ ৰূপত পূজিত হয়,

ঠিক সেইদৰে কোমলতা আৰু সুন্দৰতাৰ নিয়ন্ত্ৰক তথা স্ৰষ্টা হিচাপেও শিৱ ৰূপত পূজিত হয়। আনহাতে লৌকিক ৰূপত শিৱ ভোলানাথ–চহা জীৱনৰ সকলো স্তৰতে সামান্য নৈবেদ্য প্ৰদানেৰে সকলোলোকৰ মাজতে পূজিত হয়। ভোলানাথ ৰূপত শিৱ সকলো মানুহৰে মনৰ ওচৰৰ দেৱতা। শিৱ ভোলানাথৰ কোমল হৃদয়ত এটি বেলপাত বা অন্য পবিত্ৰ গছৰ পাত উচৰ্গায়ো সকলো বিপদ দূৰ কৰিব পাৰে বুলি লোকবিশ্বাস প্ৰচলিত।

শিৱৰ এহাতত ত্ৰিশূল, আনটো হাতত ডম্বৰু– অৰ্থাৎ এফালে ধ্বংস (অসুন্দৰক), আনহাতে সুন্দৰৰ (সুকুমাৰ কলাৰ) সৃষ্টিৰ প্ৰতীক। কঁকালত বাঘ ছাল, গাত ভস্ম, শিৰত জঁটা, সকলো ভূত-প্ৰেত তথা পিশাচ-পিশাচী সহচৰ, নন্দী আৰু ভৃংগী প্ৰধান সহযোগী। শিৱৰ বাহন বৃষভ।– শিৱৰ এই ৰূপটো লৌকিক আৰু সৰ্বজনৰ মাজত সমাদৃত। সমস্ত সৃষ্টি-শক্তিৰ প্ৰতীক হিচাপে শিৱ লিঙ্গক মহাদেৱৰ প্ৰতীক হিচাপে পূজা কৰা হয়।

শিৱ মহাদেৱক অৰ্চনাৰ বাবে কোনো নৈবেদ্য বা সুকীয়া পূজাৰী লৌকিক বিচাৰত নালাগে। সামান্য ফুল, তুলসী, বেলপাতৰেই পূজা হয়। কিন্তু আৰ্যীকৃত ৰূপত শিৱ পূজাৰ সংস্কৃত মন্ত্ৰাদি পাঠ কৰা হয়। শিৱ অৰ্চনাৰ বাবে বছৰৰ এটা দিন ধাৰ্য কৰা হৈছে সম্ভৱতঃ হাজাৰ হাজাৰ বছৰৰ আগতেই। এই দিনটো হ'ল ফাগুণ মাহৰ কৃষ্ণ পক্ষৰ চতুৰ্দ্দশী তিথিৰ ৰাত্ৰি। এই ৰাত্ৰিকে শিৱৰাত্ৰি বোলে। শিৱৰাত্ৰিৰ দিনা শিৱ পূজা কৰিলে শিৱ সন্তুষ্ট হয় বুলি জনবিশ্বাস বহু প্ৰাচীন।

অসমত বড়ো জনগোষ্ঠীৰ বাথৌ মন্দিৰ, কাৰ্বি তিৱা, দেউৰী আদি জনগোষ্ঠীৰ দেওশাল তথা মহাদেও থান সমূহৰ উপৰি শিৱসাগৰ, তেজপুৰ, বাণেশ্বৰ, গুৱাহাটী, ধুবুৰী, শিঙৰী আদি ঠাইত শিৱৰাত্ৰিৰ দিনা পূজা অনুষ্ঠিত হয়। শিৱৰাত্ৰিৰ দিনা নতুনকৈ নিৰ্মাণ কৰা শিৱ মন্দিৰবিলাকতো পূজা হয়। শিৱৰাত্ৰিৰ শিৱ পূজাৰ অনুষঙ্গিক দুটা উল্লেখনীয় দিশ হ'ল বৃহৎ মেলা আৰু শিৱ পূজাৰ নৈবেদ্যৰ শাস্ত্ৰ নিচাযুক্ত দ্ৰব্য ভাং, ধোটা আদি পান। দুয়োটা কাৰণতে শিৱৰাত্ৰিৰ মেলা হৈ পৰে অতি ব্যাপক ৰূপত ভক্তৰ সমাবেশ হোৱা নিছা সেৱনৰ থলী। সম্ভৱতঃ পৃথিৱীৰ বুকুতে এনে পৰম্পৰাগত অনুষ্ঠান বিৰল। গুৱাহাটীৰ উমানন্দ, শিৱসাগৰৰ মুক্তিনাথ শিৱদৌল প্ৰাঙ্গন, তেজপুৰৰ মহাভৈৰৱ মন্দিৰ আদিত অতি বিশাল জন সমাবেশ শিৱৰাত্ৰিৰ দিনা হয়।

গুৱাহাটীত মূল শিৱ পূজাৰ থলী হ'ল শুক্লেশ্বৰ মন্দিৰ আৰু উমানন্দ। শিৱৰাত্ৰিৰ দিনা পুৱাৰেপৰা আৰম্ভ হয় শিৱ ভক্তৰ ভক্তি অৰ্চনা। শুক্লেশ্বৰ শিৱমন্দিৰত পূজা আৰু উমানন্দত প্ৰাচীন শিৱলিঙ্গত গাখীৰ তথা পানী প্ৰদান এক পবিত্ৰ কৰ্ম হিচাপে শিৱ ভক্তসকলৰ মাজত অগ্ৰাধিকাৰ প্ৰাপ্ত কৰ্ম। শিৱভক্তিৰ এই পূতা স্থলীত কিন্তু নিষিদ্ধ ভাং আৰু ডাঙৰ লাৰুৰ প্ৰতি আগ্ৰহী ভক্তিহীনৰ সমাৱেশ হয় বেছি। নিশা পূজাৰীসকলে শিৱৰাত্ৰিৰ মূল পূজা আৰম্ভ কৰে। প্ৰকৃত ভক্তসকল এই পূজাত সমবেত হয়। উমানন্দত ছাগলী বলি দিয়া হয়— বলি দিয়াৰ পৰম্পৰা ইয়াত ভিন্ন। বলিৰ ডিঙি মুচৰি বা উশাহ বন্ধ কৰি নিধন কৰা হয়। পূজা স্থলীত প্ৰস্তুত কৰা নৈবেদ্য পৰমান্ন ভক্তসকলৰ মাজত বিতৰণ কৰা হয়। উমানন্দত স্থান কম হোৱা বাবে শিৱৰাত্ৰিৰ সমাৱেশ তথা মেলা ব্ৰহ্মপুত্ৰৰ পাৰত অনুষ্ঠিত হয়।

শিৱৰাত্ৰিত তান্ত্ৰিক ভক্তসকলে তান্ত্ৰিক পদ্ধতিৰে পূজা কৰে। কিন্তু জন জীৱনত সৰ্বাগ্ৰগণ্য স্থান লাভ কৰা দেৱতা মহাদেৱে শিৱ-পাৰ্বতী তথা বুঢ়াগোসাঁই-বুঢ়ী গোসাঁনী হিচাপে সকলো ভক্তপ্ৰাণ ৰাইজৰ পৰাই চাকি এগচি, ফুল-তুলসী, মাহ-প্ৰসাদ ফলমূলৰ এখন শৰাই পায়। ভক্তসকলে নাম প্ৰসঙ্গ কৰে। শিৱ নামৰ মাহাত্ম্য অতি সাৰুৱা, লৌকিক বিচাৰত শিৱ যে দেৱাদিদেৱ হৈও নিঃস্ব, ভঙুৱা আৰু নিদ্ৰামগ্ন— এই কথাবোৰ শিৱনামৰ ছত্ৰে ছত্ৰে লুকাই আছে। ত্ৰিজগতক বৰ দি 'আপুনি নাঙঠ' হোৱা শিৱক বন্দনা কৰি ভকত-ভকতনীয়ে গায়—

'এ শিৱ এ তোমাৰ শিৰে জঁটা
ত্ৰিজগতক বৰ দি
আপুনি নঙঠা এ শিৱ এ'...

সন্দেহ নাই যে ভক্তপ্ৰাণ শিৱ এই দুখীয়া গাওঁবাসী কৃষকসকলৰ আপোন হোৱাৰ মূল কাৰণ এইটোৱেই। সাধাৰণ মানুহৰ দেৱতা যাক অতি সামান্য নৈবেদ্যৰে পূজা কৰিব পাৰি— সকলো প্ৰদান কৰাৰ ক্ষমতা যি দেৱতাৰ আছে-তেৱেঁই শিৱ। গতিকে এই ভোলানাথ শিৱ কৃষক প্ৰজাৰ প্ৰধান উপাস্য দেৱতা হোৱাটোৱেই স্বাভাৱিক।

# প্ৰথম অধ্যায়

## চতুৰ্থ ভাগ

## হোলি বা ফাকুৱা

সৰ্বভাৰতীয় পৰ্যায়ত অতীব জনপ্ৰিয় ৰঙৰ উৎসৱ ফাগুৱা বা ফাকুৱা-অসমতো পালন কৰা হয় অতি উলহ-মালহেৰে। নগৰ অঞ্চলত আজি কালি এই উৎসৱৰ পয়োভৰ সকলো ঠাইতে বিৰাজমান। কাৰণ, নগৰ অঞ্চলত প্ৰব্ৰজিত ভাৰতীয় মূলৰ লোক ভৰি আছে। তেওঁলোকে অতি উলহ-মালহেৰে ৰঙৰ উৎসৱ পালন কৰে। অসমত যি হোলি উৎসৱ পালন কৰা হয় তাৰ ধৰণ-কৰণ নিৰ্ণীত হৈছে প্ৰকৃততে মধ্যযুগৰ শেষ ভাগত ঐশ্বৰ্যমণ্ডিত হোৱা বৈষ্ণৱ সত্ৰ সমূহতে। এই সত্ৰ সমূহৰ ভিতৰতে নেতৃত্বশীল বৰপেটা সত্ৰত এই উৎসৱ পৰম্পৰাগত উলহ-মালহেৰে পতা হয়।

ৰঙৰ উৎসৱ হিচাপে হোলি হ'ল অতি প্ৰচীন কালৰেপৰা চলি অহা কোনো মৃত্তিকা-কেন্দ্ৰিক সভ্যতা বা কৃষি-সভ্যতাৰ উৰ্বৰতা কৃষ্টিৰ সংস্কৃত ৰূপ হিচাপে।

হোলি উৎসৱক অসমত দৌল উৎসৱ বোলা হয়। বৰপেটা সত্ৰত এই দৌল উৎসৱ চাৰি-পাঁচদিন ব্যাপি চলে। দৌল উৎসৱত কীৰ্তন ঘৰত থকা শ্ৰীশ্ৰীকৃষ্ণৰ মূৰ্তি গাৰঁত ফুৰোৱা হয়। নাম-প্ৰসঙ্গ কৰি নাচি-বাগি ৰং খেলি এই উৎসৱৰ সামৰণি মৰা হয়।

বৰপেটাৰ হোলি উৎসৱত ভেলা ঘৰ আৰু গোসাঁই প্ৰতিষ্ঠাৰ বাবে দৌল (মাটিৰ সিংহাসন) নিৰ্মাণ কৰা হয়। কীৰ্তন ঘৰৰ গোসাঁই মূৰ্তি ভেলাঘৰৰ চৌদিশে বা পবিত্ৰ অগ্নিৰ চৌদিশে প্ৰদক্ষিণ কৰোৱাই তাৰ পিছত দৌলত প্ৰতিষ্ঠা কৰা হয়। ইয়াতেই ভক্তসকলে গোসাঁইক পূজা অৰ্চনা কৰে। প্ৰথম দিনা গোসাঁইক বাহিৰ উলিওৱাৰপৰা পঞ্চম দিনা গোসাঁইক ভিতৰ সুমুৱালৈকে এই কেউদিনত গীত, নৃত্য, বাদ্য, ফটকা, ৰং আদিয়ে এক সুন্দৰ, আনন্দমুখৰ পৰিবেশৰ সৃষ্টি কৰে।

অসমৰ প্ৰায় সকলো ঠাইতে দৌল উৎসৱৰ দিনা গোসাঁই বাহিৰলৈ উলিওৱা হয় আৰু সমগ্ৰ গাওঁ পৰিভ্ৰমণ কৰোৱাই পুনৰ ভিতৰ সুমুৱা হয়। গোসাঁই বাহিৰলৈ উলিয়াই পবিত্ৰ পানীৰে মূৰ্তি পৰিষ্কাৰ কৰি সজাই-পৰাই গাওঁ পৰিভ্ৰমণ কৰি নাম প্ৰসঙ্গৰ লগে লগে হোলি খেলা হয়। কিছুমান ঠাইত ৰঙৰ উৎসৱ ফাকুৱাৰ লগতে এদিন বোকা খেলা হয়। কিছুমান ঠাইত ফাকুৱাৰ আগদিনা বোকাখেলা হয়। কিছুমান ঠাইত দৌলোৎসৱ দুদিনীয়া কিম্বা তিনিদিনীয়া হয়।

ফাকুৱাৰ সময় আৰু ইয়াক পালন কৰাৰ ধৰণ সামগ্ৰিক বিচাৰত উৰ্বৰতা কৃষ্টিৰ লগত মিলে যদিও ইয়াৰ লগত জড়িত হৈ আছে এক তাৎপৰ্যপূৰ্ণ ধৰ্মীয় উপকথা, যি উপকথা হিন্দুৰ উপাস্য সৰ্বশ্ৰেষ্ঠ, সৰ্বাগ্ৰগণ্য আৰু জনপ্ৰিয় ভগৱান শ্ৰীশ্ৰীকৃষ্ণৰ কথা। উপকথাৰ শাস্ত্ৰীয় ভিত্তি কিমান দৃঢ়— সেইটো পিছৰ কথা, প্ৰকৃতাৰ্থত শ্ৰীশ্ৰীকৃষ্ণ প্ৰেমিকা ঘুনুচাৰ ঘৰলৈ যাত্ৰা কৰা, যাত্ৰাৰ অন্তত ঘৰলৈ ঘূৰি আহোঁতে ৰুক্মিণীৰ লগত বিবাদ হোৱা— ৰং-ৰহইছৰ মাজেদি বা ফাকু খেলাৰ মাজেদি এই ঘুনুচা যাত্ৰা অনুষ্ঠানটোৰ অন্ত পৰা কথাই প্ৰকৃতাৰ্থত উৰ্বৰতা কৃষ্টিৰ বৰ্ণাঢ্যতা আৰু আনন্দৰ মাজলৈ আমাক লৈ যায়। ঘুনুচা যাত্ৰা মূলতঃ এক নাটকীয়তাৰে ভৰা সুন্দৰ অনুষ্ঠান। ঘুনুচা যাত্ৰাই ফাকুৱা অনুষ্ঠানটোক এক নাটকীয়তা প্ৰদান কৰিছে।

ফাকুৱা উৎসৱত ৰঙৰ ব্যৱহাৰ প্ৰতীকী অৰ্থত সৃষ্টি-মুখৰ বসন্তৰ সৃষ্টি-উল্লাসৰ লগতহে সঙ্গতিপূৰ্ণ। সেই হিচাপে এই ৰঙৰ উৎসৱে কৃষিজীৱী জন-সাধাৰণৰ মূল উৎপাদনশীল কৰ্মৰ লগত জড়িত থকা যৌনতা, প্ৰেম তথা সৃষ্টিৰ উদ্দামতাক প্ৰতিনিধিত্ব কৰে। বসন্তৰ ৰং, সৃষ্টিৰ ৰং তথা যৌৱনৰ উদ্দামতাৰ ৰং— সকলো মিলি ফাকুৱাক পৰিণত কৰে এক অন্তবিহীন আনন্দৰ উৎসৱত।

# প্ৰথম অধ্যায়

## পঞ্চম ভাগ

## বিষ্ণু পূজাঃ পৰম্পৰা আৰু প্ৰাচীনতা

বিষ্ণু পূজাৰ পৰম্পৰা অসমত শক্তি আৰু শিৱ পূজাৰ সমানেই প্ৰাচিন নহলেও বিষ্ণুৰ প্ৰাধান্য বিস্তাৰৰ কাহিনীবিলাকৰ জৰিয়তে এই কথা প্ৰতিপন্ন হয় যে বিষ্ণুক আৰাধ্য দেৱতা হিচাপে প্ৰতিষ্ঠা কৰাৰ অবিৰত প্ৰচেষ্টা হিন্দু ধৰ্মৰ প্ৰসাৰ লাভৰ প্ৰাৰম্ভৰেপৰা চলি আহিছিল। বিষ্ণুৰ প্ৰাধান্য বিস্তাৰৰ কাহিনী বিলাকৰ অন্ততঃ পাঁচটা কাহিনী প্ৰচিন কামৰূপৰ লগত জড়িত। সেই কেইটা হ'লঃ

(এক) হিৰণ্যাক্ষ বধৰ কাহিনী,

(দুই) হিৰণ্যকশিপু বধৰ কাহিনী,

(তিনি) বলি চলন,

(চাৰি) নৰক বধৰ কাহিনী,

(পাঁচ) হৰিহৰৰ যুদ্ধৰ কাহিনী আৰু

(ছয়) ৰুক্মিণীহৰণৰ কাহিনী।

হিৰণ্যাক্ষৰ কাহিনী সুপ্ৰচিন। পৌৰাণিক কিম্বদন্তি অনুসৰি জয় আৰু বিজয় বিষ্ণুলোকৰ প্ৰহৰী। অভিশপ্ত জয় আৰু বিজয় পৃথিৱীত জয় আৰু বিজয় হিচাপে জন্মে। উভয়ে মহাবীৰ। উভয়ে আৰ্যসকলৰ উপাস্য দেৱতা বিষ্ণুৰ বিৰোধী, আৰ্য ঋষি-মুনি সকলৰ যজ্ঞৰ শত্ৰু।

হিৰণ্যাক্ষক বধ কৰিবৰ বাবে বিষ্ণুৱে বৰাহ ৰূপ ধাৰণ কৰে। বৰাহ ৰূপ ধাৰণ কৰাটোৱে বুজায় যে প্ৰতীকী অৰ্থত বৰাহীসকলক বিষ্ণুমতৰ আদৰ্শৰে উদ্বুদ্ধ কৰা হৈছিল হিৰণ্যাক্ষক নিৰ্মূল কৰিবৰ বাবে। ভ্ৰাতৃ হিৰণ্যাক্ষক বধ কৰাৰ পিচত হিৰণ্যকশিপুৱে গুৰু শুক্ৰাচাৰ্যৰ পৰামৰ্শক্ৰমে অতি কঠোৰ তপস্যাৰ অন্তত দেৱ, মনুষ্য, অসুৰ কাৰো দ্বাৰা নিধন নোহোৱা আৰু দিন-ৰাত্ৰি কোনো সময়তে মৰণ নোহোৱা বৰ লাভ কৰে। ইফালে হিৰণ্যকশিপুৰ পত্নী নাগকন্যাৰ

গৰ্ভজাত প্ৰহ্লাদ নাগকন্যাৰ প্ৰযত্ন তথা নাৰদৰ প্ৰভাৱত জন্মৰেপৰাই বিষ্ণু ভক্ত হৈ পৰে।

হিৰণ্যকশিপু বধৰ কাহিনী নৃসিংহ ৰূপী বিষ্ণু অৱতাৰৰ কাহিনী। অসমত 'প্ৰহ্লাদ চৰিত্ৰ' ৰচনা হৈছে নৱ বৈষ্ণৱ আন্দোলনৰ প্ৰাক কালতে। এই কথাটোৱেও প্ৰমাণিত কৰে যে বিষ্ণুৰ মাহাত্ম্য প্ৰচাৰৰ প্ৰচেষ্টা সফল ৰূপত প্ৰাক শঙ্কৰী যুগতে হৈছিল। সম্ভৱতঃ সমুদ্ৰগুপ্তৰ ৰাজত্বকালত ভাস্কৰ বৰ্মণৰ পূৰ্বপুৰুষ মহাস্থিত বৰ্মণ বা সুস্থিত বৰ্মণৰ ৰাজত্বকালত উত্তৰ ভাৰতৰ হিন্দু সভ্যতাৰ প্ৰভাৱ কামৰূপতো পৰিছিল। এই প্ৰভাৱৰ প্ৰমাণ গুপ্ত যুগৰ ভাস্কৰ্য বিষ্ণু মূৰ্তিৰ আবিষ্কাৰৰ পৰাই জানিব পাৰি। অসমত বিষ্ণু মূৰ্তি সমূহৰ প্ৰাচীনতা ঐতিহাসিক ভাবে প্ৰমাণিত।

কামৰূপৰ এক প্ৰধান অংগৰাজ্য তেজপুৰৰ নামটোৰ ব্যুৎপত্তিগত অৰ্থৰ ফালৰপৰা অষ্ট্ৰিক ভাষাৰ লগত সম্পৰ্ক। দানৱ বা অসুৰ হিচাপে পৰিচিত ইন্দ্ৰক পৰাভূত কৰা বলিক বামণ ৰূপী বিষ্ণুৱে কৌশলেৰে পৰাভূত কৰে। 'বামন স্বৰূপে অদিতিৰ বাক্য পালি ইন্দ্ৰক স্থাপিলা ছলে বলিক নিকালি'– এই পদ ফাকিৰ সূত্ৰ ধৰি কব পাৰি যে বলিক যুদ্ধত পৰাভূত কৰিব পৰা ক্ষমতা স্বয়ং বিষ্ণুৰো নাছিল। কাৰণ বলি মহা দানী, পুণ্যৱান, মহাবীৰ-বৰপ্ৰাপ্তিৰ জৰিয়তে অপৰাজেয় শক্তিৰ অধিকাৰী। ছলেৰে বলিক শাসন ক্ষমতাৰ পৰা অপসাৰিত কৰাৰ পিচতো আমি দেখা পালো প্ৰহ্লাদে অন্তবিহীন বিষ্ণু পৰম্পৰা প্ৰতিষ্ঠাত সফলতা অৰ্জন কৰিব নোৱাৰিলে। প্ৰহ্লাদৰ পুত্ৰ বিৰোচন, বিৰোচনৰ পুত্ৰ বাণ। বাণ নৰকাসুৰৰ সম-সাময়িক। বাণ পৰম শিৱ-ভক্ত। শৈৱ শক্তিৰ প্ৰভাৱত মহাশক্তিশালী বাণে অসুৰ মতেৰে নৰকাসুৰকো প্ৰভাৱান্বিত কৰি বিষ্ণু মাহাত্ম্যক খৰ্ব কৰিবলৈ প্ৰয়াস কৰিছিল। বাণৰ দিনত হয় হৰি-হৰৰ যুদ্ধ। হৰৰ পৰাভৱে সূচনা কৰে বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ। শ্ৰীকৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰ বোৱাৰী, অনিৰুদ্ধৰ পত্নী হয় বাণৰ কন্যা উষা। অসমত 'কুমৰ হৰণ' কাব্য প্ৰাক বৈষ্ণৱ যুগৰে ৰচনা। ই পৰোক্ষ ভাবে ইঙ্গিত দিয়ে যে প্ৰাক-শঙ্কৰী যুগতে হৰি-হৰৰ যুদ্ধ আৰু হৰিৰ শ্ৰেষ্ঠতা প্ৰতিপন্নৰ ধাৰণা প্ৰতিষ্ঠিত হৈছিল।

প্ৰাগজ্যোতিষপুৰৰ ৰজা নৰক বিষ্ণুৰ ঔৰসত পৃথিবীৰ গৰ্ভত জন্ম। জন্মসূত্ৰে নৰক বৈষ্ণৱ। ঘটকাসুৰক নিধন কৰি স্বয়ং বিষ্ণুৱে নৰকক কামৰূপৰ ৰজা পাতে। গতিকে কৈৰাভক্ত কামাখ্যাৰ পূজা বিষ্ণুৰ নিৰ্দেশ মতে আৰ্যীকৃত ৰূপত অনুষ্ঠিত কৰাৰ বাবে নৰক আদিতে প্ৰতিশ্ৰুতিবদ্ধ আছিল; কিন্তু বাণৰ প্ৰভাৱত নৰকে শৈৱ আৰু আসুৰিক মত আৰু পথ অনুসৰণ কৰিবলৈ ললে।

ব্ৰাহ্মণ বশিষ্ঠকো কামাখ্যা মন্দিৰত প্ৰৱেশৰ অনুমতি নিদিলে। উপকথা অনুসৰি বশিষ্ঠই নৰকৰ মৃত্যুৰ পিচতহে কামাখ্যাত পূজা কৰিবলৈ আহিছিল। এই উপকথাৰ অন্তৰালত লুকাই থকা সত্যটো হ'ল ব্ৰাত্য আৰ্য ধৰ্মৰ প্ৰতিষ্ঠাৰ বাবে কামৰূপলৈ শ্ৰীকৃষ্ণৰ আগমন– দ্বাপৰৰ ঘটনা। কিম্বদন্তি হিচাপে সুপ্ৰাচীন। বিভিন্ন পণ্ডিতে নৰকৰ প্ৰকৃত সময় সঠিক ভাবে এতিয়াও নিৰ্ণয় কৰিব পৰা নাই। বৰ্মণ বংশৰ ৰজাসকলে নিজকে নৰক বংশীয় বুলি দাবী কৰালে চাই এই কথা ক'ব পাৰি যে নৰকৰ পৰম্পৰাগত ধাৰণাটো মৰ্যাদাসূচক। ব্ৰাত্য নৰকৰ পুত্ৰ ভগদত্তই বৈষ্ণৱ মত গ্ৰহণ কৰিছিল। মহাকাব্যিক উৎসই বৈষ্ণৱ অস্ত্ৰৰ গৰাকী মহাবৈষ্ণৱ ভগদত্তৰ বৰ্ণনাৰে এই কথা সুপ্ৰতিষ্ঠিত কৰি থৈ গৈছে। কিন্তু যি কাৰণতে নহওক ভগদত্তৰ বংশধৰ সকলৰ মাজত (বৰ্মণ বংশৰ ৰজাসকলৰ) শৈৱ মতৰ প্ৰতি অনুগত্য আছিল অতি প্ৰবল। সংস্কৃত ভাষাৰ প্ৰচলন কৰা এই বৰ্মণ বংশৰ ৰজাসকলে নিজকে প্ৰায়ে শিৱৰ পৰম ভক্ত বুলি ঘোষণা কৰাটোৱে বুজায় যে নৰকক বধ কৰি বিষ্ণুৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰাৰ পিচতো পুনৰ শৈৱ মতৰে উত্থান ঘটে। হিউয়েন চাঙে ৰজা ভাস্কৰ বৰ্মণক শৈৱ বুলি উল্লেখ কৰিছে।

শৈৱ ধৰ্মৰ প্ৰাধান্য থকা দানৱ তথা কিৰাত আৰু নিষাদসকলৰ প্ৰাধান্য এসময়ত সমগ্ৰ ভাৰত, দক্ষিণ-পূব এছিয়াত বিস্তৃত আছিল আৰু বৰ্তমানৰ চিনাক্তৰণ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ আগৰ আখ্যানবিলাকে আৰ্য বসতি বিস্তাৰ থকা অঞ্চল আৰু অনাৰ্য দ্ৰাবিড়, কিৰাত, নিষাদ বসতি প্ৰধান অঞ্চলৰ সম্প্ৰসাৰণ তথা সংকোচনৰ কোনো সুস্পষ্ট ধাৰণা নিদিলেও এই কথা পৰিষ্কাৰ যে আৰ্যসকলৰ প্ৰব্ৰজনৰ টোবোৰ যিমানে প্ৰবল শক্তিশালী হৈছিল সিমানে কিৰাত আৰু নিষাদ তথা দ্ৰাবিড়সকল ক্ৰমান্বয়ে অপসাৰিত হৈছিল। দ্ৰাবিড়সকলে ক্ৰমান্বয়ে দক্ষিণলৈ, নিষাদসকলে পাৰ্বত্যাঞ্চল আৰু বনাঞ্চললৈ, কিৰাত সকলে পূব প্ৰান্তৰ বনাঞ্চল, পাৰ্বত্যাঞ্চল তথা সমূদ্ৰ তীৰৱৰ্তী অঞ্চলত আশ্ৰয় লৈছিল। নৰকৰ আগমন (বশিষ্ঠৰ আগমন)ৰ পূৰ্বৰ কিৰাত বা দানৱ ৰজাসকলে প্ৰাগজ্যোতিষপুৰত যি ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিছিল সেই ৰাজতন্ত্ৰই মূলতঃ অসুৰ বা দানৱ ঐতিহ্যৰ সকলোখিনি বহন কৰিছিল। দেৱতা আৰু অসুৰৰ যুদ্ধ কিম্বা দানৱ আৰু আৰ্যসকলৰ যুদ্ধৰ সকলো পৰম্পৰা প্ৰাগজোতিষপুৰকেন্দ্ৰিক কিৰাত সকলে নিজৰ পৰম্পৰা হিচাপে যিদৰে মান্যতা প্ৰদান কৰিছে, ঠিক সেইদৰে উত্তৰ ভাৰতৰ যিমানবোৰ আৰ্য আৰু আৰ্য বংশোদ্ভৱ জনগোষ্ঠীয়ে প্ৰব্ৰজন কৰিছে, তেওঁলোকেও অসুৰাসকলক দানৱ বা

অসুৰ, শক্তিশালী আৰু মৰ্যাদাসম্পন্ন শিৱভক্ত ৰজা হিচাপে বা বিষ্ণুভিন্ন অন্য দেৱ-দেৱীৰ ভক্ত হিচাপে প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছে।

শিৱৰ ক্ষেত্ৰত দ্ৰাবিড়, কিৰাত আদি পৰম্পৰাৰ প্ৰভাৱ যিদৰে ব্যাপক, ঠিক তেনে ধৰণৰ প্ৰভাৱ বিষ্ণুৰ ক্ষেত্ৰত নাই বুলি ক'ব পাৰি। কিন্তু বিষ্ণুৰ শ্যাম বৰ্ণ আৰু বিষ্ণুৰ অৱতাৰ ৰাম, শ্ৰীকৃষ্ণ আদিৰ দেহৰ শ্যাম বৰ্ণ হ'ল কেনেকৈ ? এই প্ৰশ্নৰ সমাধান বিচাৰিলে আমি দেখা পাওঁ যে ইয়াৰ অন্তৰালত লুকাই আছে অনা-আৰ্য গোষ্ঠীৰ উপাস্য দেৱতাৰ প্ৰভাৱ।

আৰ্যসকলৰ আদি দেৱতা সকলৰ অন্যতম বিষ্ণুও এক আদিত্য বা সূৰ্য। ভাৰতৰ যিবোৰ স্থানত আৰ্য ধৰ্মৰ সম্প্ৰসাৰণ ঘটিছিল—সেই সকলোতে সূৰ্যৰ উপাসনাৰো বিস্তাৰ ঘটিছিল, সূৰ্যৰ মন্দিৰো নিৰ্মিত হৈছিল। দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ মন্দিৰসমূহো আদিতে সূৰ্যৰ মন্দিৰ আছিল বুলি অনুমান কৰা হয়। কোসাম্বীয়ে পুৰণি অনা আৰ্য দেৱ-দেৱীসকলক ব্ৰাহ্মণ্য ধৰ্মৰ অৰ্চিত দেৱ-দেৱীলৈ ৰূপান্তৰিত কৰাৰ এটা সফল অন্তবিহীন প্ৰক্ৰিয়াৰ কথা উল্লেখ কৰিছে। (১)

বিষ্ণুৰ ক্ষেত্ৰত এই আৰ্যীকৰণৰ প্ৰভাৱ কম যদিও দ্ৰাবিড় 'ৱিন' শব্দৰ লগত থকা সম্পৰ্কই দ্ৰাবিড় মূলৰ কিছু সাঁচ পৰা বুলি অনুমান কৰাৰ অৱসৰ সৃষ্টি কৰে।

**বৈদিক বিষ্ণু :** আদিতে বিষ্ণু আছিল উপেন্দ্ৰ। অৰ্থাৎ ইন্দ্ৰৰ তলৰ স্থানত অধিষ্ঠিত এক আদিত্য। কিন্তু এই ধাৰণাৰ ৰূপান্তৰ ঘটি পিচলৈ ইন্দ্ৰৰ দৰ্প চূৰ্ণ কৰি বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণই গোবৰ্দ্ধনধাৰী ৰূপত অৱতীৰ্ণ হ'ল। দ্ৰাবিড় 'ৱিন' আকাশ দেৱতা, শ্যাম বৰ্ণৰ। বিষ্ণু, ৰাম, কৃষ্ণৰ বৰ্ণ শ্যাম হোৱাৰ মূলতে এই আকাশ দেৱতা 'ৱিন'ৰ আকাশ ৰং (নীলা) বুলি ঠাৱৰ কৰাৰ থল আছে। আৰ্য বসতি বিস্তাৰৰ লগে লগে প্ৰচিন দেৱতা (নিষাদ, কিৰাত, দ্ৰাবিড়) সকলক নতুন ৰূপত আৰ্য দেৱতাৰ লগত সমন্বিত ৰূপত গঢ় দিয়া দেখা যায়।(২) কোসাম্বীয়ে উল্লেখ কৰিছে যে ৰামায়ণ, মহাভাৰত আৰু পুৰাণ আদিত অনা আৰ্য জনজাতীয় দেৱ-দেৱীবিলাকৰ আত্মীকৰণৰ কাহিনী ভৰি আছে। আৰ্যসকলৰ কৃষি-ব্যৱস্থাৰ সম্প্ৰসাৰণৰ লগে লগে জন-জাতি (কিৰাত-নিষাদ)

---

(১) ডি ডি গোস্বামী, The culture and Civilisation of Ancient India, ১৯৮৬ সংস্কৰণ, পৃঃ ২২।

(২) দ্ৰষ্টব্য : কোসাম্বী, উক্ত গ্ৰন্থ, পৃঃ ৪৮। চেতাজীৰ 'ভাৰতেৰ সংস্কৃতি', দ্বিতীয় তাঙৰণ, দ্ৰষ্টব্য পৃঃ ১১-১১।

সকলৰ ক্ষুদ্ৰ-ৰজা, দলপতি আদিক আৰ্যলৈ ৰূপান্তৰিত কৰিয়েই আৰ্যসকল ক্ষান্ত থকা নাছিল, সমুদায় জনজাতি জন-সমষ্টিক কৰা হৈছিল ৰূপান্তৰিত- ৰূপান্তৰিত কৰা হৈছিল উৎপাদক শ্ৰেণী শূদ্ৰলৈ। এইদৰেই শ্ৰীকৃষ্ণ, বুদ্ধ, বৰাহ মৎস্য আদি পূৰ্বৰ দেৱগণক গ্ৰহণ কৰা হৈছিল ব্ৰাহ্মণ্য ধৰ্মৰ পূজিত দেৱতা ৰূপত। এই সকলক বিষ্ণু-নাৰায়ণৰ অৱতাৰ বুলি ধৰা হ'ল। জনজাতি সকলৰ মাজত অতীব জনপ্ৰিয় দেৱতা হনুমানক বিষ্ণু-অৱতাৰ গণ্য কৰা পুৰুষোত্তম ৰামৰ বিশ্বস্ত ভকতত পৰিণত কৰা হ'ল।(৩)

একেশ্বৰবাদৰ বিকাশৰ লগত বৈদিক আহুতি তথা কৰ্ম ভিত্তিক ধৰ্মৰ প্ৰাধান্যৰ ঠাইত ভক্তি প্ৰধান (ঠিক হনুমানে ৰামক ভক্তি কৰাৰ দৰে) আৰু মূলতঃ কম ব্যয়বহুল, এক প্ৰকাৰ ব্ৰাহ্মণ্য ব্যয়-বাহুল্যৰ প্ৰাধান্যবিহীন ধৰ্মীয় মতবাদসমূহৰ বিকাশৰ সম্পৰ্ক আছে। এনে মতবাদৰ বিকাশক কোনো কোনো পণ্ডিতে ক্ষত্ৰিয় শক্তিৰ বিকাশৰ লগত সামঞ্জস্যতাপূৰ্ণ বুলি অভিহিত কৰিছে। বাসুদেৱ পন্থাৰ বিকাশৰ প্ৰক্ৰিয়া ব্যাখ্যা কৰিলে এইটো চকুত পৰে যে যি প্ৰক্ৰিয়াৰে বৈদিক কৰ্ম-প্ৰধান ধৰ্মৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হিচাপে জৈন আৰু বৌদ্ধ ধৰ্মৰ বিকাশ হৈছে, ঠিক একে প্ৰক্ৰিয়াৰেই বাসুদেৱ পন্থাৰো বিকাশ হৈছে।(৪) লুণিয়াই ছান্দোগ্য উপনিষদত থকা বাসুদেৱক কৃষ্ণ পন্থাৰ কথা উল্লেখ কৰি দেখুৱাইছে যে এই পন্থাৰ অস্তিত্ব ছান্দোগ্য উপনিষদ ৰচনা কালতে- অৰ্থাৎ খৃঃপূঃ সপ্তম শতিকাতে আছিল। ছান্দোগ্য উপনিষদত ঋষি কৃষ্ণৰ উল্লেখ আছে, কৃষ্ণ দেৱকী পুত্ৰ— ঋষি ঘোৰৰ শিষ্য। ঋষি ঘোৰ অঙ্গিৰস গোত্ৰৰ ঋষি। ঋষি কৃষ্ণই তপ, দান আৰু বিনয় বা সৰলতাৰ বাণী বিলাইছিল। মথুৰা অঞ্চলৰ যদু বংশৰ মহানায়ক— যি এই ধৰ্মীয় মতবাদৰ প্ৰচাৰক বুলি অনুমান কৰা হয়। পিচলৈ বাসুদেৱ কৃষ্ণই অৱতাৰ হিচাপে পূজা হয়।

*গোপালক কৃষ্ণৰ চৰিত্ৰটো ঋষি কৃষ্ণৰ লগত পিচত সংযোজিত হয় বৈদিক* আহিঁত। শ্ৰীকৃষ্ণৰ শিশু লীলা, যৌৱনোদীপ্ত কালৰ অপূৰ্ব লীলা হৰিবংশৰ উপৰি বায়ু আৰু ভাগৱত পুৰাণৰ উপৰি অন্যান্য পুৰাণসমূহত বৰ্ণিত হয়।

লুনিয়াই উল্লেখ কৰিছে যে, গোপালক কৃষ্ণৰ চৰিত্ৰটোৰ বিকাশ বৈদিক ধাৰাতেই সম্ভৱতঃ হৈছে। তেওঁ কৈছে যে ঋকবেদত বিষ্ণুক গোপ বুলি উল্লেখ কৰা হৈছে আৰু বৌধায়ন ধৰ্ম সূত্ৰত গোবিন্দ আৰু দামোদৰ বুলি উল্লেখ কৰা

(৩) উক্ত গ্ৰন্থ, পৃঃ ১৭০।

(৪) বি. এন. লুনিয়া, Life And Culture in Ancient India, ১৯৮২ (দ্বিতীয় তাঙৰণ), পৃষ্ঠা ২১৩ দ্ৰষ্টব্য।

হৈছে। গোবিন্দ আৰু দামোদৰ গৰুৰখীয়া, তদুপৰি এই বৈদিক বিষ্ণু ইন্দ্ৰই অসুৰক নিধন কৰাৰ ক্ষেত্ৰত কৌশল উদ্ভাৱক, পিচলৈ কৃষ্ণৰ শৈশৱৰ লীলাৰ ভিতৰত সোমাই পৰা মাখন আদি খাদ্যৰ চৌৰ্য বৃত্তিও বৈদিক উৎসৰ লীলা। যমুনাৰ তীৰৱৰ্তী অঞ্চল তেতিয়াই (ঋকবেদ ৰচনা কালত) গো পালনত আগৰণুৱা আছিল। তৈত্তিৰিয় সংহিতা আৰু জৈমিনিয় উপনিষদত গোবল নামৰ এজন গুৰুৰ কথা আছে, গোবল আৰু কৃষ্ণ দুয়ো বৃষ্ণি বংশৰ– যি মথুৰা অঞ্চলত বাস কৰিছিল। ৰাধা আৰু গোপীৰ কাহিনী বাসুদেৱ কৃষ্ণৰ লীলাৰ মাজত পিচত সোমাই পৰে।

খৃঃপূঃ পঞ্চম শতিকাৰ পাণিনিৰ ৰচনাত, খৃঃপূঃ তৃতীয় শতিকাৰ মেগাস্থিনিছৰ টোকাত বাসুদেৱ কৃষ্ণৰ উল্লেখ আৰু খৃঃপূঃ দ্বিতীয় শতিকাৰ বেচনাগড় (মধ্যপ্ৰদেশৰ বিদিশাৰ স্তম্ভ লেখাত হেলিয়'ডৰাছে (ইন্দো-গ্ৰীক ৰজা এটিয়াল্কিডাছৰ দূত) বাসুদেৱক উপাসনা কৰাৰ উল্লেখে বাসুদেৱ পন্থাৰ প্ৰচিন অস্তিত্বৰ কথাই সূচায়।

বাসুদেৱ কৃষ্ণ পিচলৈ বিষ্ণুৰ অৱতাৰ হিচাপে পৰিগণিত আৰু পূজিত হয়। বাসুদেৱ ভাগৱত পন্থাই পিচলৈ বৈষ্ণৱ পন্থা হিচাপে বিকশিত হয়। লুনিয়াই কৃষ্ণ বাসুদেৱ পন্থাক কোনো আদিম বেদ পূৰ্ব পন্থাৰ দ্বাৰা প্ৰভাৱান্বিত হ'ব পাৰে বুলি উল্লেখ কৰিছে। (৫)

**পাঞ্চৰাত্ৰ মতঃ** এই পসঙ্গত নাৰায়ণ পন্থাৰ কথা উল্লেখ কৰি থোৱা ভাল। নাৰায়ণ ঋষি শতপথ ব্ৰাহ্মণত বৰ্ণিত সকলো জীৱৰ ভিতৰত শ্ৰেষ্ঠ হয় পাঞ্চৰাত্ৰসত্ৰ (পাঁচদিন ব্যাপি কৰা যজ্ঞ)ৰ জৰিয়তে। এই পাঁচদিনীয়া যজ্ঞ ভাগৱতৰ বা ভাগৱতৰ এটা পন্থাৰ ভিতৰত সোমাই পৰে।

কোনো কোনো পণ্ডিতে নাৰায়ণক প্ৰচীন ধৰ্ম মতৰ প্ৰবক্তা বুলি অভিহিত কৰিছে। তেওঁৰ জন্ম নৰ নামেৰে আন এক ঋষিৰ পৰিয়ালত জন্ম। এই নৰ আৰু নাৰায়ণ উভয়ে আদিতে বৈদিক দেৱতা সূৰ্যৰ উপাসনা কৰিছিল। পিচলৈ নাৰায়ণ ঋষিক দেৱলৈ উন্নীত কৰা হয় আৰু সূৰ্যৰ সৈতে নাৰায়ণ এক হৈ পৰে। এই নাৰায়ণ আৰু বাসুদেৱ কৃষ্ণ পিচলৈ একেজন দেৱতা বা সকলো দেৱতাৰ শীৰ্ষ দেৱতা ৰূপত মিশ্ৰিত হৈ পৰে। হিমালয়ৰ নামনি অংশত বদৰিকাশ্ৰমৰ নৰ আৰু নাৰায়ণ ঋষিয়ে তপস্যা কৰিছিল আৰু এই নাৰায়ণ ঋষি প্ৰবৰ্তিত ধৰ্ম– নাৰায়ণ ধৰ্মই, মহাভাৰত শান্তি পৰ্ব বৰ্ণিত ভাগৱত ধৰ্ম

---

(৫) দ্ৰষ্টব্য ঃ উক্ত গ্ৰন্থ পৃষ্ঠা ২১৪।

আৰু নাৰায়ণ ধৰ্মৰ সমন্বয়ৰ ফলত বিষ্ণু—নাৰায়ণ-যদুনন্দন কৃষ্ণৰ সমন্বয় সাধন হয় আৰু একেজন ঈশ্বৰৰ অৱতাৰ হিচাপে জন মানসত স্থান লাভ কৰে।

বিষ্ণু পূজা তথা বৈষ্ণৱ ধৰ্মৰ বিকাশৰ প্ৰসংগত আৰু দুটা কথাৰ প্ৰাসঙ্গিক উল্লেখ তথা ব্যাখ্যা প্ৰয়োজনীয় বুলি আমি ভাবো। প্ৰথমটো জনজাতীয় মূলৰ সংৰক্ষণৰ ক্ষেত্ৰত আৰু দ্বিতীয়টো অসমত বৈষ্ণৱ ধৰ্মৰ নৱ-ৰূপ ধাৰণত শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ অৱদানৰ ক্ষেত্ৰত। তৃতীয় আন এটা কথাৰ ব্যাখ্যা প্ৰয়োজন। সেইটো বৈষ্ণৱ ধৰ্ম আৰু ৰাজতন্ত্ৰৰ বিকাশৰ ক্ষেত্ৰত।

## পুৰণিৰ সংৰক্ষণ

জনজাতীয় মূলৰ সংৰক্ষণ কৰি তাৰ ভিত্তিতে নতুন ধৰ্মৰ বিকাশ সাধন কোনে কৰিছিল ? বা এনে ধৰণে পুৰণি ধৰ্মৰ প্ৰভাৱ নতুন ধৰ্মত ৰক্ষিত হোৱাৰ কাৰণ কি কি ? এই কথা স্পষ্ট যে পুৰণি জনজাতীয় সৰু সৰু ৰাজ্যবিলাকৰ পতন ঘটোৱাৰ মূলতে শক্তিশালী বা একচ্ছত্ৰী ৰাজতন্ত্ৰৰ বিকাশ। জনজাতীয় বহু ঈশ্বৰৰ বা বহু দেৱতাৰ ধাৰণাতকৈ 'এক দেৱ এক সেৱ'ৰ ধাৰণা উন্নত সমাজ-ব্যৱস্থা, স্থায়ী কৃষিৰ সম্প্ৰসাৰণ আৰু একচ্ছত্ৰী ৰাজতন্ত্ৰৰ বিকাশ এটা সমন্বিত মাত্ৰৰে বিকাশ। বহুত্ব বা বহু দেৱ-দেৱীৰ অস্তিত্বই সামন্তীয় পৃষ্ঠ-পোষকতা আৰু আধিপত্য বৰ্তি থকা বুজায়। শক্তিশালী ৰাজতন্ত্ৰই পুৰণি ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষি-কেন্দ্ৰিক জনগোষ্ঠীক সম্পূৰ্ণ নিৰ্মূল নকৰে; বৰঞ্চ নতুন শক্তিশালী ৰাজতন্ত্ৰৰ অংগীভূত কৰি স্থাপিত কৰি ৰাখে। ব্ৰাহ্মণ তথা পুৰোহিত শ্ৰেণীয়ে শক্তিশালী ৰাজতন্ত্ৰৰ সমান্তৰাল ভাৱে ধৰ্মৰ ক্ষেত্ৰতো এক সমন্বয়ৰ ভাবনা জীয়াই ৰাখে, পৰিপালন কৰে— য'ত নতুন এক ভগৱানৰ বিকাশ ঘটে কিন্তু পুৰণি দেৱতা বা দেৱী নতুন ধৰ্মীয় ব্যৱস্থাৰ অঙ্গীভূত হৈ পৰে। সকলোৰোৰ ধৰ্মীয় পৰম্পৰাৰ বিকাশৰ ক্ষেত্ৰতে এনে ধৰণৰ বিকাশ আৰু সমন্বয়ৰ লক্ষণ ফুটি উঠে। সংৰক্ষণৰ কামটো ব্ৰাহ্মণ সকলে নিজেই পৰিবৰ্তিত ব্যৱস্থাটোৰ প্ৰয়োজনত কৰে। 'অৰ্থশাস্ত্ৰ'ৰ জনজাতি নিৰ্মূলকৰণৰ কৌশল আৰু কঠোৰ শৃংখলাৰ দাপট অশোকৰ ধৰ্ম প্ৰচাৰৰ উদাৰ অহিংস ব্যৱস্থাই শিথিল কৰাই নহয়, জনজাতীয় উপাদানবিলাক বৰ্তি থকাবো (অথচ পৰিবৰ্তিত ৰূপত) এটা পটভূমি ৰচনা কৰি দিলে। এই পৰম্পৰাটো অন্য ধৰ্মৰ ক্ষেত্ৰতো বিদ্যমান। (৬)

(৬) কোসাম্বী, উক্ত গ্ৰন্থ, পৃঃ ১৭২ ত আছে "The brahmin often preserved tribal or local peasant jati customs and primitive lore in some special if modified form, as the priest who had taken them over.

এই পদ্ধতিৰে ভাৰতীয় সমাজখনত অতীতক সংৰক্ষণ কৰাৰ সামাজিক অৰ্থনৈতিক বিকাশৰ প্ৰক্ৰিয়া দ্ৰুততৰ হোৱাৰ সলনি বহু ক্ষেত্ৰত লেহেমীয়া অথচ বৰ্ণাঢ্য হৈ পৰিল। এই কাৰণতে কিৰাত, নিষাদৰ ৰাজতন্ত্ৰ ধ্বংস হোৱা স্থানতো কিৰাত, নিষাদৰ সমাজ আৰু জনজাতীয় উৎপাদন ব্যৱস্থা থাকি গ'ল। উন্নত কৃষি ব্যৱস্থাৰ লগত নতুনৰ সহ-অৱস্থানৰ ফলত বৈচিত্ৰ্য থাকি গ'ল। অৰ্থশাস্ত্ৰৰ বিপৰীতধৰ্মী সহাৱস্থানৰ ধৰ্ম বিভিন্ন স্থানত বিকশিত হোৱা দেখা যায়। বুদ্ধদেৱ আৰু অশোকৰ উদাৰ অথচ উন্নত সমাজ ব্যৱস্থাৰ মূল ধাৰা যিহেতু অহিংসাকেন্দ্ৰিক, গতিকে ই পুৰণিৰ স্বতন্ত্ৰতাক নিৰ্মূল কৰাতো সফল নহ'ল। অহিংস ব্যৱস্থাত ব্যৱসায়ী শ্ৰেণীৰ সফলতা সম্ভৱ; কিন্তু উন্নত উৎপাদন ব্যৱস্থা নহ'লে ব্যৱসায়িক বিকাশে এনে এক পৰ্যায় পাবগৈ নোৱাৰে—যি পৰ্যায়ত শক্তিশালী ৰাজতন্ত্ৰই ব্যৱসায়-বাণিজ্য, উদ্যোগৰ ৰক্ষক হিচাপে পুৰণি উৎপাদন ব্যৱস্থা, জাত, কৃষ্টি আদিক নিৰ্মূল কৰিব পাৰে।

উত্তৰ ভাৰত আৰু মধ্য ভাৰতত মোগল পূৰ্ব যুগত হিন্দু ধৰ্মৰ সকলো জাত, ৰীতি-নীতি, পন্থাৰ সংৰক্ষণৰ প্ৰচেষ্টা হৈছিল, ইয়াৰ উদাহৰণ ভট্ট লক্ষ্মীধৰৰ ক্ৰিত্য-কল্প-তৰু (১১৭৫ খৃঃ) আৰু হেমাদ্ৰিৰ 'চতুৰ-বৰ্গ-চিন্তামণি' (১২৭৫ খৃঃ)ৰ বুকুত বিদ্যমান। প্ৰথমখন কণৌজৰ ৰজা গোবিন্দ চন্দ্ৰ আৰু দ্বিতীয়খন দেৱগিৰিৰ (দাক্ষিণাত্যৰ) যাদৱ ৰজা ৰামচন্দ্ৰৰ দিনৰ ৰচনা। এই ধৰণৰ ব্যৱস্থাই জাত-ধৰ্ম-ৰীতি ৰক্ষা কৰিলেও বাণিজ্য আৰু উদ্যোগৰ উন্নতি তথা শক্তিশালী ৰাজতন্ত্ৰৰ উত্থান— এটাতো অৰিহণা যোগাব পৰা নাছিল।

পুৰণি জাত-ধৰ্ম-ৰীতিৰ সংৰক্ষণ মনু স্মৃতিৰ সংস্কাৰসমূহে কৰে। অসমৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহয়। চতুৰ্বৰ্ণ বিভাজনৰ ব্যৱস্থাতকৈ উন্নত এক সামাজিক-সম্পৰ্ক, উৎপাদন সম্পৰ্ক মধ্যযুগৰ অসমত গঢ় লৈ নুঠিল। আহোম ৰাজতন্ত্ৰ, ইয়াৰ পাইক প্ৰথা আৰু খেল-ব্যৱস্থাৰে পুৰণি সমাজৰ জাত বিলাকক (খেল হিচাপে) সংৰক্ষণৰ এটা ব্যৱস্থাত পৰিণত হ'ল। দেখাত নতুন আৰু শক্তিশালী ৰাজতন্ত্ৰৰ উত্থানৰ সহায়ক পাইক প্ৰথাই এইদৰে পুৰণি জনজাতীয় জাত-ধৰ্ম-ৰীতিক ধ্বংস নকৰিলে বৰঞ্চ নতুনৰ লগত সহাৱস্থানৰ বাট প্ৰশস্ত কৰি দিলে। ৰাজ পৃষ্ঠপোষকতাত পুষ্ট সত্ৰ আৰু ব্ৰাহ্মণসকলে খেল-ব্যৱস্থা আৰু পাইক প্ৰথাক সামগ্ৰিক ভাবে মানি লোৱাৰ ফলত ই শক্তিশালী আহোম ৰাজতন্ত্ৰৰ সহায়ক হ'ল— মোগলক প্ৰতিহত কৰাত এই ব্যৱস্থা সফল হ'ল। কিন্তু চতুৰ্বৰ্ণ বিভাজনৰ ব্যৱস্থাৰো ই সংৰক্ষকহে হ'ল।

পাইক প্ৰথা আৰু খেল ব্যৱস্থা কনৌজৰ পৰা অহা কায়স্থ বাৰ ভূঞা আৰু ব্ৰাহ্মণসকলৰ এটা অংশৰ বাবে প্ৰথম আচহুৱা আৰু প্ৰায় অগ্ৰহনীয় হ'লেও, আহোম ৰজা জয়ধ্বজ সিংহই বৈষ্ণৱ ধৰ্ম গ্ৰহণ আৰু ৰুদ্ৰসিংহৰ পুত্ৰসকলে শাক্ত ধৰ্ম গ্ৰহণ কৰাৰ উপৰি ৰুদ্ৰসিংহ নিজে শৈৱ-ধৰ্মৰ পৃষ্ঠপোষক হৈ পৰাৰ ফলত (ৰুদ্ৰ সিংহই নিজে শিৱ পুৰাণৰ এটা পাঠ ৰচনা কৰিছিল) ক্ৰমান্বয়ে ব্ৰাহ্মণ আৰু কায়স্থৰ লগত সমন্বয় সাধন সম্ভৱ হ'ল; ব্ৰাহ্মণসকলে ব্ৰহ্মোত্তৰ, দেৱোত্তৰ ভূমি আৰু সত্ৰবিলাকে ৰাজপৃষ্ঠপোষকতা লাভ কৰিলে।

## অসমত নৱ-বৈষ্ণৱ প্ৰসাৰ

অসমত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ মূলতঃ জন-জাতি, জাত-ধৰ্ম-ৰীতিৰ পুৰণি বান্ধোনৰ ওপৰত বৰ্তি থকা আহোম ৰাজতন্ত্ৰ আৰু শক্তিশালী কোঁচ ৰাজতন্ত্ৰৰ সামাজিক বিধি-ব্যৱস্থা আৰু ৰীতি-নীতিৰ সমান্তৰাল (সম্পূৰ্ণ বিপৰীত ধৰ্মী আৰু ধ্বংসাত্মক নহ'লেও) নামঘৰ আৰু সত্ৰকেন্দ্ৰিক এটা নতুন ব্যৱস্থা। এই ব্যৱস্থাত মূল উপাস্য দেৱ হ'ল শ্ৰীকৃষ্ণ—বিষ্ণু-নাৰায়ণৰ কলিযুগৰ অৱতাৰ।

শ্ৰীকৃষ্ণ কেন্দ্ৰিক এই বৈষ্ণৱ মতৰ মূল ভেটি ভাগৱত শাস্ত্ৰ, শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে ভাগৱত আৰু অন্যান্য শাস্ত্ৰৰ মৰ্ম সাধাৰণ মানুহে বুজিব পৰাকৈ প্ৰকাশ আৰু প্ৰচাৰ কৰে।

শ্ৰীমন্ত শংকৰদেৱে প্ৰবৰ্তন কৰা মত মূলতঃ বৈদিক উপনিষদীয় মত। কিন্তু নৱ-বৈষ্ণৱ ধৰ্মৰ লগত উপনিষদীয় বৈষ্ণৱ মতৰ সম্পূৰ্ণ মিল এই কাৰণেই নাই যে এই ধৰ্মীয় পন্থাত একত ভিন্ন অন্য দেৱৰ উপাসনাৰ কথাত গুৰুত্ব দিয়া হোৱা নাই, মাত্ৰ এজন ঈশ্বৰৰ নাম শ্ৰৱণ-কীৰ্তনৰ ওপৰতহে গুৰুত্ব দিয়া হৈছে।

ছান্দোগ্য উপনিষদত ব্ৰহ্মৰূপে জগৎ আৰু আত্মাক উপাসনা (চতুৰ্দশ খণ্ড), বিৰাট কোষৰ উপাসনা (পঞ্চদশ খণ্ড), যজ্ঞৰূপী পুৰুষৰ উপাসনা (ষষ্ঠদশ খণ্ড)ৰ কথা কোৱা হৈছে। দ্বাদশ খণ্ডত গায়ত্ৰীৰ সৰ্বৰূপতা, সপ্তদশ খণ্ডত তপ, দান, সৰলতা সত্যবাদিতা আৰু অহিংসাৰ কথা কোৱা হৈছে। ভাগৱত পুৰাণৰ কিছু কথাত ছান্দোগ্য উপনিষদৰ মতৰ প্ৰভাৱ অথবা মিল আছে। ছান্দোগ্য উপনিষদ বৰ্ণিত অনাদি, অক্ষয়, অচ্যুত আৰু সুক্ষ্মপ্ৰাণ, আনন্দময় ব্ৰহ্ম তথা শম, দম, দান, যজ্ঞৰ মৰ্ম ভাগৱত বৰ্ণিত বহু কথাৰ লগত মিলে। 'অনাদি, অনন্ত, অচ্যুত, অচ্যুত, আনন্দ' পৰম ব্ৰহ্মৰ অস্তিত্ব কীৰ্তন, ঘোষাৰ প্ৰতিটো অধ্যায়তে বিৰাজমান।

বৈষ্ণৱ মত আৰু পথৰ দুটা ধাৰা– এটা নাৰায়ণ ঋষি আৰু শিষ্য নাৰদ ঋষি প্ৰৱৰ্তিত, আনটো ধাৰা উপনিষদ বৰ্ণিত ঘোৰ আঙ্গিৰস আৰু দৈৱকীনন্দন কৃষ্ণ প্ৰৱৰ্তিত। শ্ৰীকৃষ্ণৰপৰা উদ্ধৱ আৰু উদ্ধৱৰপৰা মৈত্ৰেয়ই বৈষ্ণৱ জ্ঞান পোৱাৰ কথা ভাগৱতত আছে। মহাভাৰতত আনহাতে শ্ৰীকৃষ্ণক ভগৱানৰ পূৰ্ণ অৱতাৰ ৰূপত প্ৰতিষ্ঠা কৰা হৈছে, এই শ্ৰীকৃষ্ণই বিৰাটৰূপ দৰ্শন কৰোৱাই নহয়, সৃষ্টি, স্থিতি, লয়ৰ মূল কাৰণ নাৰায়ণ ৰূপে প্ৰতিষ্ঠা কৰিছে। তদুপৰি শাস্ত্ৰৰ সাৰ স্বৰূপ গীতাৰ বাণী অৰ্জুনৰ আগত ব্যক্ত কৰিছে। পাঞ্চৰাত্ৰ মত, উপনিষদ আৰু মহাভাৰত এই তিনিটাই বৈষ্ণৱ মতৰ মূল উৎস বুলি অনুমান কৰাৰ থল আছে।

বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ বিস্তাৰ কৰা মহাভাৰত আৰু ৰামায়ণৰ সম্পূৰ্ণ ৰূপ খৃঃপূঃ সপ্তম শতিকাতে লাভ হৈছিল যদিও পিচতো কিছু প্ৰক্ষিপ্ত কথা যোগ হৈছে। অসমীয়াত ৰামায়ণ অনুবাদ মাধৱ কন্দলিয়ে কৰে খৃষ্টীয় ত্ৰয়োদশ শতিকাত, মহাভাৰত অনুবাদ ৰাম সৰস্বতী আদি কবিসকলে কৰে পঞ্চদশ শতিকাৰ পৰা। এইবোৰৰ উপৰি ভাগৱত আৰু অন্যান্য উপনিষদ সমূহৰ মৰ্ম আনি কীৰ্তন, ভাগৱত, নামঘোষা ৰচিত হয় পঞ্চদশ শতিকাত। নৱ বৈষ্ণৱ ধৰ্মৰ পূৰ্ণতা প্ৰাপ্তিৰ যুগ পঞ্চদশ শতিকা। কিন্তু বিষ্ণুৰ প্ৰাধান্য বিস্তাৰ বা বিষ্ণুৰূপী শ্ৰীকৃষ্ণৰ প্ৰাধান্য বিস্তাৰ আৰম্ভ হয় নৰকৰ পতন, হৰিহৰ যুদ্ধ আৰু ৰুক্মিণীৰ বিবাহৰ যুগতে। এই কিম্বদন্তিসমূহ আৰু বুৰঞ্জীৰ অৰ্ধসত্যসমূহে এটা কথা প্ৰমাণিত কৰে যে উত্তৰ ভাৰতীয় বিষ্ণুপূজা বা কৃষ্ণ পূজাৰ প্ৰায় সকলো উপাদান মূলতঃ প্ৰৱ্ৰজনকাৰী লোকসকলে কঢ়িয়াই অনা।

কণৌজৰপৰা অহা বাৰভূঞাসকল, বৰ্মণ বংশ আৰু তাৰ পিচত অহা ব্ৰাহ্মণসকল এই বৈষ্ণৱ মত আৰু পথৰ মূল বাহক।

## লৌকিক পূজা

বিষ্ণু পূজা তথা বিষ্ণুৰূপী জনাৰ্দন পূজা মাধৱ পূজা, হয় গ্ৰীৱ মাধৱ পূজা আদিৰ প্ৰচলনে খৃষ্টীয় নৱম-দশম শতিকাৰ ভিতৰতে কামৰূপত বিষ্ণু পূজাৰ প্ৰভাৱৰ ইঙ্গিত দিয়ে। এই পূজাৰ ঐতিহ্য আহোম যুগত দেৱী দৌল আৰু শিৱ দৌলৰ সমান্তৰাল ভাৱে প্ৰতিষ্ঠিত বিষ্ণু দৌলে বহন কৰে।

শ্ৰীমন্ত শঙ্কৰ দেৱৰ পূৰ্বে অসমত প্ৰচলিত ধৰ্ম যে মূলতঃ পাঞ্চৰাত্ৰ মত নাইবা তাৰ সগোত্ৰীয় কোনো বৈষ্ণৱ মতৰ প্ৰভাৱত প্ৰসাৰিত হৈছিল সেইটো

সহজবোধ্য। নামঘৰ কেন্দ্ৰিক আৰু সত্ৰকেন্দ্ৰিক শ্ৰীকৃষ্ণ, যাদবৰায়, বাল গোপাল আদিৰ নাম-ধৰ্মকেন্দ্ৰিক অৰ্চনাই পূৰ্বৰ প্ৰচলিত বৈষ্ণৱ মত আৰু পথৰ প্ৰভাৱ অৱশ্যে ম্লান অথবা সম্পূৰ্ণ শূন্য কৰিলে।

ঘৰুৱা ভাবে আৰু নামঘৰত শ্ৰীকৃষ্ণ আৰু নাৰায়ণ পূজাৰ ঐতিহ্য অতি গভীৰ ভাবে শিপাই আছে। নাৰায়ণ পূজা বা সত্য নাৰায়ণ পূজা ঈপ্সিত ফল তথা সামগ্ৰিক ঘৰুৱা লক্ষ্য সাধনৰ বাবে আয়োজিত পূজা। নাৰায়ণ পূজাৰ দৰেই কৃষ্ণ জন্মাষ্টমীও প্ৰত্যেক ঘৰ হিন্দু মানুহৰ ঘৰে ঘৰে বৰ্ণাঢ্য ভাবে নাইবা বৈষ্ণৱ নিয়মেৰে সপ্তাহ হিচাপে কৰা হয়। বাল গোপালৰূপী কৃষ্ণৰ জন্মৰ কাহিনী সুৰীয়া লৌকিক গীতেৰে আকাশ-বতাহ মুখৰিত কৰি ঘৰে ঘৰে, নামঘৰে, প্ৰাঙ্গনে বন্দিত হয়।

জন্মাষ্টমী পালন কৰা হয় ভাদ মাহৰ কৃষ্ণ অষ্টমীত। গীতত আছে–

ভাদ মাহৰে ৰোহিণী নক্ষত্ৰে
মঙ্গল বাৰৰ দিনা ৰাতি,
পদ্মৰ পাততে গোসাঁই উপজিলে
সুবৰ্ণৰ লগালে বাতি।
গোসাঁই উপজিবৰ কেৱে নাজানিলে
এৰকল বসুদেৱৰ বিনে,
কংসৰ ভয়তে পলুৱাই থলেগৈ
নন্দ যশোদাৰ ঘৰে।

এই ধৰণে লৌকিক গীত-মাতৰ মাজত শ্ৰীকৃষ্ণ কৃষ্টি গভীৰ ভাবে সোমাই পৰাৰ কাৰণ যে দীঘলীয়া বিষ্ণু অৰ্চনাৰ পৰম্পৰা তাত কাৰো সন্দেহ নাই।

শ্ৰীকৃষ্ণ কৃষ্টিৰ গভীৰ শিপাডাল সংস্কৃতিৰ বৰ্ণাঢ্য আৰু নৈতিক বিচাৰত অতীৱ শক্তিমন্ত দুষ্কৃতি বিৰোধী শিপা। শঙ্কৰী যুগত শ্ৰীমন্ত শঙ্কৰদেৱ– মাধৱ দেৱ বিৰচিত গীত, নাট, পাদ সকলোতে শ্ৰীকৃষ্ণক মানৱ জীৱনৰ সৰ্বদুখহাৰী মহান কৃষ্টিৰ বাহক হিচাবে প্ৰতিষ্ঠিত কৰা হৈছে। তদুপৰি ৰাম সৰস্বতীকে আদি কৰি শ্ৰীমন্তশঙ্কৰদেৱৰ সমসাময়িক আৰু পাচৰ যুগৰ কবি, নাট্যকাৰসকলে শ্ৰীকৃষ্ণক দৈত্য, দানৱ নিধনকাৰী মহান শক্তিধৰ, ভগৱানৰ মানৱীয় ৰূপ হিচাপে কল্পনা কৰিছে। গাঁৱৰ নামঘৰে নামঘৰে আয়োজিত নাট-ভাওনা বিলাকৰ কৃষ্ণ লীলাই সমস্ত জন সাধাৰণক অনুপ্ৰাণিত কৰিছে সেই কথা সন্দেহাতীতভাবে সত্য।

# দ্বিতীয় অধ্যায়

## প্ৰথম ভাগ

# ঋতুভিত্তিক কৃষি উৎসৱ

নৈ-মাতৃক কৃষি-ভিত্তিক ৰাজ্য অসমত কৃষিৰ লগত সম্পৰ্ক থকা প্ৰতিটো ঋতুতে নানান কৃষি উৎসৱ হয়। প্ৰতিটো জনগোষ্ঠীৰে নানানটা উৎসৱ আছে ভিন ভিন নামত। কৃষি উৎসৱবিলাক ঋতুভিত্তিক। বছৰৰ আৰম্ভণিৰ লগে লগে বা কৃষি-বৰ্ষৰ আৰম্ভণিৰ লগে লগে বসন্তকালীন কৃষি উৎসৱ বা বসন্ত উৎসৱবিলাকে সকলো সম্প্ৰদায়ৰ মাজতে উৎসৱৰ ভোগজৰাটি যেন মুকলি কৰি দিয়ে। আনহাতে কৃষিবৰ্ষৰ মূল খেতি বা বাৰিষাৰ ধানখেতি অন্ত পেলোৱাৰ পিছতে আহে শৰৎ ঋতু। ডাৱৰে বাৰিষাৰ ক'লা কাপোৰ সাজ খুলি শ্বেতবস্ত্ৰ পৰিধান কৰে, বতৰ ফৰকাল হয়, সুগন্ধি ফুলবোৰ ফুলে, শস্য-সেউজ পথাৰৰ জেউতি চৰে। থোৰ মেলা শস্যৰ শুভ কামনা কৰি এই সময়তে পালন কৰা হয় শৰৎকালীন কৃষি উৎসৱবিলাক। আনহাতে, মূল শস্য ছপোৱাৰ পিছতে কৃষক আৰু সাধাৰণ প্ৰজাৰ মাজত আনন্দে-উলাহে হিয়া নধৰা হয়। উল্লেখ্য যে ধান খেতি, মাহ আৰু সৰিয়হ আদি খেতি চপোৱাৰ বতৰতে শীতে বিদায় লয়। শীতৰ বিদায়ৰ পিছতে বসন্তৰ উকমুকনিৰ সূচনা। আৰম্ভ হয় শীতকালীন কৃষি-উৎসৱ। প্ৰসঙ্গতঃ উল্লেখ্য যে অসমত শীতকাল শেষ হওঁতেই আৰম্ভ হয় ঝুম খেতি কৰোতাসকলৰ বাবে প্ৰধান কৃষি-কৰ্ম। তেওঁলোকৰ প্ৰধান কৃষি উৎসৱবিলাক বসন্তকালৰ আদৰণি উৎসৱৰ দৰে। মাথ কিছু শীতকালীন উৎসৱ-শস্য চপোৱা, জাৰ খেদোৱা উৎসৱ। এই উৎসৱ শেষ নৌ হওঁতেই আৰম্ভ হয় ঝুমীয়াৰ ঝুম খেতিৰ আৰম্ভণি— হাবি মুকলি কৰাৰ বতৰ। প্ৰকৃতিকে দুয়োধৰণৰ কৃষি-কৰ্মৰ বাবে অৰ্থাৎ এফালে শস্য চপোৱা আনফালে শস্যৰ বীজ ৰোপন

কৰা—দুয়োটাৰে আৰম্ভণিৰ বাবে মাঘ বিহু বিশেষ তাৎপৰ্যপূৰ্ণ। কিছুমান স্থানত বসন্তকালীন বিহুতকৈও মাঘ বিহু বা দোমাহী উৎসৱ বেছি জনপ্ৰিয় আৰু জাক জমকতাপূৰ্ণ।

অসমীয়া মানুহখিনিৰ উপৰি অসমৰ প্ৰায় সকলো জনগোষ্ঠীৰ মানুহৰ মাজতে নিজা নিজা গীত-নৃত্য আৰু অনুষ্ঠানেৰে বৰ্ণাঢ্য কৃষি উৎসৱ আছে। প্ৰতিটো জনগোষ্ঠীৰে মূল উৎসৱবিলাক আমি সুকীয়া সুকীয়া ভাবে আলোচনাৰ মাজলৈ আনিছোঁ। মূল কৃষি উৎসৱ ব'হাগ বিহু, কাতি বিহু আৰু মাঘ বিহুৰ ক্ষেত্ৰত আজিকালি সুকীয়া সুকীয়া বৈশিষ্ট্য ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰধান অজনজাতীয় জনগোষ্ঠীবিলাকৰ মাজত নাই। গতিকে আমি কৃষি উৎসৱবিলাকৰ ভিতৰত বিহু উৎসৱক সুকীয়া অধ্যায়ভূক্ত কৰিছোঁ। বাকী যিবোৰ উৎসৱ কেৱল একোটা একোটা জনগোষ্ঠীৰ ভিতৰত মাত্ৰ পৰে— সেইবিলাক আমি জনগোষ্ঠীয় উৎসৱৰ মাজত ৰাখিছোঁ।

অসমীয়াত ঋতু ছটা হিচাপ কৰা হয়। গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত। প্ৰকৃতাৰ্থত কিন্তু গ্ৰীষ্ম, শৰৎ, শীত, বসন্ত— এই চাৰিটা ঋতুহে অধিক প্ৰভাৱশীল যেন লাগে। গ্ৰীষ্ম আৰু বৰ্ষাৰ একো বিশেষ পাৰ্থক্য নাথাকে। শৰৎ আৰু হেমন্তৰ মৌলিক পাৰ্থক্যও অতি স্পষ্ট নহয়। প্ৰকৃত শীতৰ পয়োভৰ অসমত কম। বৰফ শীতল স্থান অসমত নায়েই। আনহাতে বৰ্ষা ঋতুৰ বিস্তাৰ অতি বেছি। এপ্ৰিল মানৰ পৰাই মৌচুমী বতাহৰ ফলত বৃষ্টিপাত আৰম্ভ হয়- বহাগ, জেঠ, আষাঢ়, শাওন, ভাদ, আহিন— এই ছটা মাহৰ ভিতৰত ব'হাগ, জেঠ আৰু আহিনত বৰষুণ কম; কিন্তু আষাঢ়, শাওণ, ভাদত বৰষুণ বেছি। গতিকে আমাৰ বৰ্ষা ঋতু যদিও দুমহীয়া তথাপি ইয়াৰ গভীৰতা আৰু বিস্তাৰ দীঘলীয়া। গ্ৰীষ্ম আৰু বৰ্ষা আনহাতে সাঙোৰ খাই আছে। ব'হাগ, জেঠ, আষাঢ়, শাওন, ভাদ আৰু আহিন অকল বৰষুণ হোৱা মাহেই নহয়— সামগ্ৰিক বিচাৰত চ'ত মাহৰ পৰাই অনুভৱ কৰা যায় গ্ৰীষ্মৰ প্ৰভাৱ আৰু ই আহিনৰ পোন্ধৰ দিন মানলৈকে ব্যাপ্ত হয়। বসন্ত কাল আনহাতে চমু। গ্ৰীষ্ম আৰু বৰ্ষাৰ হেঁচাত বসন্তকাল সোনকালেই শেষ হয়। মৌচুমী বায়ুৰ এছাটি প্ৰথম বৃষ্টিপাত মাৰ্চৰ শেষভাগৰ পৰা পছোৱা বতাহে আনিলেও উল্লেখনীয় বৃষ্টিপাত বসন্ত কালত নহয়। ফলত শীতৰ লঠঙা গছ চ'তৰ পোন্ধৰ দিন মানলৈকে দেখাই যায়। কিন্তু এই কালছোৱাত কিছুমান পৰ্ণপাতী উদ্ভিদৰ লঠঙা ডালতে ফুল

ফুলে। শিমলু, পলাশ, মদাৰ আদিৰ ৰঙাই বননি ঢাকি ধৰে। বসন্তকালীন উলাহ শুকান বতৰতে আৰম্ভ হয়, প্ৰখৰ ৰ'দ, ধুমুহা, বৃষ্টিপাতৰ প্ৰকোপত বসন্তৰ পয়োভৰ চমু চাপি আহে। বৰ্ষাৰ বিস্তাৰ দীঘলীয়া হোৱা বাবে প্ৰকৃত শৰৎ আৰু হেমন্তৰ পৰিসৰ আহিন আৰু কাতিৰ মাজতে সীমাবদ্ধ হৈ পৰে। ভাদ আৰু আহিনক যদিও শৰৎ কালত ধৰা হয়, ভাদৰ পোন্ধৰ দিন মানলৈ গ্ৰীষ্ম আৰু বৰ্ষাৰ প্ৰকোপ নকমেই। মৌচুমী বায়ুৰ বিস্তাৰে সেয়ে প্ৰকৃত ঋতু বিভাজন যথেষ্ট পৰিমাণে চ'ত, ব'হাগ, জেঠ, আষাঢ়, শাওন, ভাদ– এই ছটা মাহত অসুবিধাজনক কৰি তোলে। আনহাতে ফাগুণ আৰু চ'তৰ ভিতৰত ধূলি আৰু শুকান বতৰৰ প্ৰকোপ ইমানেই বেছি হয় যে প্ৰকৃত বসন্তৰ ছবিখন শীতৰ অন্ত পৰা সত্ত্বেও ফাগুণ মাহত স্পষ্ট নহয়। এজাক-দুজাক, পাতলীয়া বৰষুণ নোহোৱা পৰ্যন্ত বসন্তৰ কুঁহি পাতে পৃথিবী সেউজ নকৰে। গতিকে প্ৰকৃততে বসন্তৰ পয়োভৰ হয় দুই এজাক বৰষুণ অহাৰ পিছত, পশ্চিমা বায়ুৰ লগত নাচি-বাগি অহা বৰদৈচিলাইহে আনে বসন্তৰ বাৰ্তা। শীতৰ পয়োভৰমুক্ত মাঘৰ শেষৰ পোন্ধৰ দিন আৰু ফাগুনৰ সম্পূৰ্ণ মাহটো, চ'তৰ প্ৰথম পোন্ধৰ দিনৰ বতৰ ফৰকাল, শুকান, স্বাস্থ্যপ্ৰদ আৰু উৎসৱৰ উপযোগী। কিন্তু গছপাত নথকা বতৰ বাবে প্ৰকৃত বসন্তৰ কুঁহিপাত মেলালৈ বাট চাব লগীয়া হয়।

# দ্বিতীয় অধ্যায়

## দ্বিতীয় ভাগ

## উর্বৰতা কৃষ্টি আৰু কৃষি উৎসৱ

উৰ্বৰতা কৃষ্টি (Fertility cult) পৃথিৱীৰ সকলো সভ্যতা-সংস্কৃতিৰ বুকুতে ভিন্ন ভিন্ন ৰূপত মূৰ দাঙি উঠা দেখা যায়। উদ্দেশ্য উৰ্বৰতা বৃদ্ধি বা উৰ্বৰতাৰ পূজা। শস্য, মৎস্য, ব্যৱসায় সকলোতে সমৃদ্ধিৰ যিদৰে প্ৰয়োজন, ঠিক সেইদৰে পৰিয়ালৰ সমৃদ্ধি আৰু ৰাজ্যৰ শ্ৰীবৃদ্ধিৰ লগতো সম্পৰ্ক আছে উৰ্বৰতা কৃষ্টিৰ।

জন্ম, বিকাশ আৰু সমৃদ্ধিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা সকলো দেৱ-দেৱী তথা ভূত-প্ৰেতৰ কল্পনা আৰু সেইবোৰৰ সন্তুষ্টিৰ বাবে পূজা কৰা, আহুতি দিয়া, ব্ৰত পালন কৰা, কিছুমান নিষেধ মানি চলা— মূলতঃ এইবোৰ উৰ্বৰতা কৃষ্টিৰ লক্ষণ বিশিষ্ট ক্ৰিয়া।

উৎপাদন ব্যৱস্থা তথা সমৃদ্ধিৰ লগত সম্পৰ্ক থকা প্ৰজনন প্ৰক্ৰিয়া (উদ্ভিদৰ অথবা মানুহৰ) সদায় ৰহস্যজনক যদিও সভ্যতাৰ আদিম স্তৰত এনে ক্ৰিয়াই প্ৰজনন আৰু সমৃদ্ধি বঢ়াই বুলি এটা বিশ্বাস আছিল। এনে বিশ্বাসৰ ভিত্তি মূলতঃ প্ৰাচিন। এক প্ৰকাৰ ইন্দ্ৰজালৰ ওপৰত আস্থা স্থাপন কৰা হয় এনে উৰ্বৰতাকামী কৃষ্টিত। অতি প্ৰাচিন কালৰ গুহা-চিত্ৰতো আনকি এনে ঐন্দ্ৰজালিক ক্ৰিয়াৰ লক্ষণ থকা বুলি অনুমান কৰা হয়।

প্ৰাচিন চিকাৰীজীৱীসকলে ভাবিছিল যে চিকাৰৰ লগত সম্পৰ্ক থকা ক্ৰিয়াৰ প্ৰতীকী হওক বা পূৰ্ণাঙ্গ হওক ৰূপায়নে প্ৰকৃত শ্বীকাৰ কাৰ্যত সুপ্ৰভাৱ পেলায়। একেদৰে কৃষি-কাৰ্যত বিশ্বাস কৰা হয় যে বৃদ্ধিৰ হাৰ যিবোৰ গছ-লতিকাৰ বেছি, যেনে কল, হালধি বা কেতুৰী আদি, সেইবোৰ গছ ৰোপনে পথাৰৰ উৰ্বৰতা আৰু শস্যৰ উৎপাদন বৃদ্ধি কৰে। সিজু গছ এনে এবিধ বৃক্ষ যাৰ ৰোপনে দীৰ্ঘায়ু আৰু প্ৰতিৰোধ ক্ষমতা প্ৰদান কৰে বুলি ভবা হয়।

যৌন-ক্ৰিয়া, পুৰুষ-নাৰীৰ যৌন-নৃত্য, আনকি প্ৰকৃত যৌন ক্ৰিয়াও পথাৰৰ উৰ্বৰতা শক্তিৰ বৃদ্ধিকাৰক বুলি ভবা হয়। এনে এটা বিশ্বাসে কৃষি

উৎসৱ বিলাকত যৌন-নৃত্য আৰু যৌন-চেতনা বৃদ্ধিকাৰী নৃত্য গীতৰ প্ৰভাৱ বৃদ্ধি কৰে। উৰ্বৰতা কৃষ্টিৰ এনে লক্ষণবোৰ আৰ্য-অনাৰ্য সকলো জনগোষ্ঠীৰে কৃষি উৎসৱত দেখা পাওঁ। ফাকুৱা বা ফল্গু উৎসৱ তেনে এক উৎসৱ য'ত মূলতঃ ডেকা-গাভৰু আৰু পুৰুষ-নাৰীৰ ৰং ৰহইচৰ মাজত ফুটি উঠে ৰং ছটিওৱাৰ হেঁপাহ। ৰঙা ৰং ছটিওৱাৰ মাজত মূলতঃ উৰ্বৰতাৰ প্ৰভাৱ বৃদ্ধিৰ ইঙ্গিত লুকাই আছে। কৃষ্ণ-ঘুনুচাৰ লৌকিক প্ৰেমৰ আখ্যান মূলতঃ প্ৰজনন আকাংক্ষাৰ কৃষ্টি ৰূপ।

কিছুমান সম্প্ৰদায়ৰ কৃষি উৎসৱত তিল, যৱ, গম আদি শস্যৰ গৰ্জালি মেলা বীজ কপালত ফোঁট হিচাপে দি প্ৰজনন আৰু সমৃদ্ধিৰ প্ৰতীকী প্ৰভাৱ বিস্তাৰৰ বাবে প্ৰয়াস কৰা হয়। সাধাৰণতে, বছৰৰ প্ৰথম দিনটোত বাসন্তী উৎসৱত এনে ৰীতি পালন কৰা হয়।

লিংগ আৰু যোনি পূজা মূলতঃ উৰ্বৰতা কৃষ্টি। জন্মৰ ৰহস্য ভেদ কৰিব নোৱাৰা আদিম মানুহৰ বাবে পুৰুষ আৰু প্ৰকৃতিৰ প্ৰতীকী ৰূপ লিঙ্গ আৰু যোনিৰ পূজা কৰাটো কোনো ধৰণৰ অস্বাভাৱিক ঘটনা নহয়। পুৰুষ আৰু স্ত্ৰীৰ জননেন্দ্ৰিয়ৰ পূজাই প্ৰজনন, সমৃদ্ধি আৰু বিজয় সূচনা কৰিব পাৰিব বুলি ভবা হয়। আদিপুৰুষ আৰু আদি-মাতৃৰ প্ৰকৃত ৰূপ কি ? এইটো আদিম যুগৰেপৰা মানুহৰ পৰম ৰহস্যাবৃত প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰ বিচাৰিয়েই মানুহে আদি-দেৱতা (আদি-পিতৃ), আদি-দেৱী (আদি-মাতৃ)ৰ সন্ধান কৰিছে আৰু পূজা কৰিছে। লিংগ আৰু যোনিৰ পূজা এই অন্তবিহীন সন্ধানৰে ফল।

নাৰীৰ প্ৰজননশীলতা আৰু পৃথিৱীৰ প্ৰজননশীলতাৰ মাজত মানৱ জাতিয়ে অতীজৰে পৰা যিদৰে ৰহস্যৰ সন্ধান পাইছে, ঠিক সেইদৰে প্ৰজনন প্ৰবৃত্তি আৰু প্ৰকৃতিৰ মিলো দেখা পাইছে। এনে এটা প্ৰবৃত্তিৰেই মানুহে পৃথিৱীক মাতৃ হিচাপে কল্পনা কৰিছে আৰু পূজা কৰিছে। কামাখ্যা যোনি পীঠৰ পূজা সেই হিচাপে মূলতঃ পৃথিৱী মাতৃৰ পূজা। এইটো সহজ অনুমেয় যে এই পৃথিৱী-মাতৃৰ ঋতু কাল ঠিক জীৱন্ত মানুহৰ দৰেই আছে বুলি কল্পনা কৰা হয়। অম্বুবাচী এক পৃথিৱী-মাতৃৰ পূজা, উৰ্বৰতাৰ পূজা, আৰু সেই হিচাপে আদিম মানুহৰ কৃষিজাত সামগ্ৰীৰ তথা সমাজৰ সামগ্ৰিক উন্নতিৰ হকে কৰা উৰ্বৰতা পূজাৰ সুদূৰ অতীজতে কৰা আৰম্ভণিৰ বিকশিত ৰূপ অথবা অৱশিষ্ট মাত্ৰ। কুমাৰী পূজা তেনে এক মাতৃ-যোনি পূজাৰ অৱশিষ্ট মাত্ৰ।

এইটো সহজবোধ্য যে কোনো বিশেষ উদ্দেশ্য (বা ৰণ-জয়ৰ উদ্দেশ্য) সন্মুখত থাকিলে প্ৰচিন সমাজত দুৰ্গা, কালী, চণ্ডী আদি শক্তিৰ পূজা কৰাৰ

উদাহৰণ আছে। নৰনাৰায়ণে যুদ্ধৰ আগতে দুৰ্গা (ৰণচণ্ডী)ৰ পূজা কৰাৰ দৰে, জনজাতি সমাজত কোনো কৰ্মৰ আৰম্ভণি কৰাৰ পূৰ্বে পূজা কৰাটো– বলি দি পূজা কৰাটো এটা স্বাভাৱিক ৰীতি। উদ্দেশ্য মঙ্গল সূচনা। লৌকিক জীৱনত 'জয় দুৰ্গা' বুলি যাত্ৰা আৰম্ভ কৰিলে যাত্ৰাৰ দুৰ্গতি নাশ পায় বুলি ধৰা হয়।

সাপ, বাঁহ গছ, গছ আদি পূজা কৰাৰ অন্তৰালতো প্ৰকৃতাৰ্থত লুকাই আছে প্ৰজনন আৰু সমৃদ্ধিৰ আকাংক্ষা। সিজু গছ দীৰ্ঘ জীৱনৰ প্ৰতীক– গতিকে প্ৰজনন আৰু সমৃদ্ধিৰ ঐন্দ্ৰজালিক প্ৰভাৱ সিজু গছৰ আছে বুলি ভবা হয়। শিল আনহাতে আদ্য শক্তি, স্থায়িত্ব আৰু ৰহস্যাবৃত ধৰিত্ৰীৰ প্ৰতীক। শিল পৰ্বতজ, সেইবাবে পাৰ্বতীৰো প্ৰতীক আৰু কৈলাসস্থিত শিৱৰো প্ৰতীক। ধৰ্ম আৰু মৃত্যুৰ যিদৰে শিল প্ৰতীক– ঠিক সেইদৰে অন্তবিহীন জীৱনৰো প্ৰতীক। বিভিন্ন উপলক্ষ্যৰে শিলক পূজা কৰাটো সেয়ে– সমৃদ্ধি, প্ৰজনন আৰু অন্তবিহীন জীৱনৰ আকাংক্ষাৰ প্ৰতিফলন।

আহুতি (Sacrifice) ৰ প্ৰয়োজনীয়তা কৃষি কৰ্মত সদায় আছেই। কৃষি উৎপাদন বৃদ্ধিৰ বাবে অগ্নিত কৃষিজাত শস্য আহুতি দিয়াটো আদিম যুগৰেপৰা চলি আছিল। সৰ্বভক্ষী অগ্নিয়ে দাহন কৰাটো আহুতি উপাস্য ৰহস্যাবৃত দেৱতাই গ্ৰহণ কৰাৰ সমাৰ্থক। শস্যৰ উৎপাদন বৃদ্ধিৰ বাবে সাধাৰণতে প্ৰিয় কৃষিজাত শস্য, প্ৰিয় কৃষি-কৰ্মত ব্যৱহৃত পশু বলি দিয়া হয়। ম'হ, ছাগলী আৰু হাঁহ-পাৰ বলি দিয়াটো এনে আহুতিৰ প্ৰমাণ। ম'হ কৃষিৰ আটাইতকৈ বলিষ্ঠ হালবোৱা জন্তু। দুৰ্দান্ত বলী এই জন্তুটো কৃষি বিপ্লৱৰ মূল হাতিয়াৰ। শক্তিৰ সাধক কৃষক সমাজে অধিক শক্তিৰ, প্ৰজনন ক্ষমতা আৰু সমৃদ্ধিৰ উদ্দেশ্যে এই ম'হ বলি দি প্ৰকৃতাৰ্থত আশা কৰে সমৃদ্ধিৰ।

মহিষ নিধন অথবা মহিষ আহুতিৰ প্ৰসঙ্গটো ভিন ভিন পণ্ডিতে ভিন ভিন ধৰণে ব্যাখ্যা কৰিছে। দামোদৰ ডি. কোসাম্বীৰ ব্যাখ্যা এই প্ৰসঙ্গতে কিছু ভিন্ন আৰু গৱেষণা-প্ৰসূত। কোসাম্বীৰ ব্যাখ্যা অনুসৰি মহিষ-দেৱতা (Mhasoba) আদিম মানুহৰ কৃষি-দেৱতা। সিন্ধু সভ্যতাৰ ত্ৰিমুখবিশিষ্ট শিৱই মূৰত পিন্ধা কীৰিটি ম'হৰ শিঙেৰে শোভিত। এই মহিষ নহ'লে তুলনামূলক ভাবে পিছৰ যুগৰ মানুহে সাৰুৱা ভূমি, জলাহ ভূমিত কৃষি কাৰ্য কৰা সম্ভৱেই নহ'লহেঁতেন। নতুন পৃথিৱী-মাতৃৰ বাবে বা নতুন সম্প্ৰদায় এটাৰ বাবে পুৰণি মহিষ– দেৱতা বা গ্ৰাম্য দেৱতা কিছুমান ঠাইত হ'ল ধ্বংস কৰিবলগীয়া বা আহুতি দিবলগীয়া।

কিন্তু কিছুমান ঠাইত উভয়ৰে মিলন সম্ভৱ হ'ল। ম'হৰ শিং পিন্ধা তিনিমুখীয়া পশুপতি শক্তিৰ প্ৰতীক দেৱীৰ পুৰুষ হ'ল। প্ৰিয় গ্ৰাম্য-দেৱতা মহিষক বলি দি জন্ম দিয়া হ'ল পৃথিৱী-মাতৃ বা শক্তিৰ নতুন উপকথাৰ।* পুৰণি গ্ৰাম্য-দেৱতা, উৎপাদনৰ নিয়ন্ত্ৰক পশু মহিষক বলি দিয়াৰ আঁৰত লুকাই আছে নতুনৰ অধিক শক্তিশালী কৃষি-ভিত্তিক দেৱ-দেৱীৰ।

কৃষিৰ ক্ষেত্ৰত আহুতিৰ সমস্ত প্ৰক্ৰিয়াটোক মূলতঃ প্ৰিয় দ্ৰব্য, প্ৰিয় জন্তু আহুতি দি নতুন জীৱন, সন্তান তথা সমৃদ্ধি লাভৰ আকাংক্ষাৰে উজ্জীৱিত।

উন্নতিৰ হকে, মঙ্গলৰ হকে আহুতি দিয়াৰ প্ৰশ্নত সম্ভৱতঃ আদিতে নিজকে আহুতি দিয়া নিয়মটো প্ৰচলিত আছিল। নিজকে আহুতি দিয়াৰ সলনি যি কোনো নৰ আহুতি দিয়াটো কিছুদিন ধৰি চলিল। নৰৰ সলনি প্ৰিয় জীৱ-জন্তু বলি দিয়াটো আনহাতে নৰবলিতকৈও বেছি দিন চলিল।

অসমৰ এই নৰবলি দিয়াৰ প্ৰথা গৌৰীনাথ সিংহৰে দিনতহে সম্পূৰ্ণ বন্ধ হৈছিল।

উৰ্বৰতা কৃষ্টিৰ লগত যৌনতাৰ সম্পৰ্ক এটা চিৰ পুৰাতন প্ৰশ্ন। যৌন-উদ্দীপক গীত-মাত কিয়, অংগি-ভংগী কিয় ? এইটো প্ৰশ্নৰ উত্তৰ বিচাৰি আমি আদিম দৰ্শনৰ সৰলতাৰ ৰহস্য ভেদ কৰিব লাগিব। চ'তৰ পথাৰ যিমানে ধূলিয়ৰি হ'ব সিমানে কৃষিৰ উৎপাদন বাঢ়িব বুলি সম্ভৱতঃ এসময়ত কল্পনা কৰিছিল। খেতি পথাৰত গীত গালে, নাচিলে কিম্বা ডেকা-গাভৰুৰ মিলনৰ অভিনয় হ'লে শস্যৰ উৎপাদন বাঢ়ে বুলি ভবা সম্প্ৰদায় এতিয়াও আছে। এইটো পৰম্পৰা হিচাপে থাকি গ'ল। শস্যে, মৎস্যে, ধনে-সোণে পৰিপূৰ্ণ বসুন্ধৰাৰ কল্পনা কৰি এতিয়াও ঋতুয়ে ঋতুয়ে তেনে উৰ্বৰতা কৃষ্টিক জীয়াই ৰখাৰ এইটোৱেই অন্তৰ্নিহিত কাৰণ।

উৰ্বৰতা কৃষ্টিৰ পৰা উত্তৰণ ঘটি প্ৰকৃততে দুটা ধাৰাৰে কৃষ্টিয়ে গতি কৰে। এটা লৌকিক, আনটো অলৌকিকতা আৰোপৰ জৰিয়তে ধৰ্মীয় ধাৰা।

লৌকিক পথ ধৰি প্ৰাচীন কৃষি ভিত্তিক উৰ্বৰতা কৃষ্টিৰপৰা বৈশাখী, বিচু, বিহু, আলি আই লৃগাং, বুচু আদি নানা উৎসৱৰ বিকাশ হয়। প্ৰথমে সম্ভৱতঃ জনগোষ্ঠীয় কৃষি ভূমিত কৃষি-কাৰ্য প্ৰায় একে সময়তে সমূহীয়া ভাবে সকলো গাঁৱৰ মানুহে আৰম্ভ কৰে। এনে আৰম্ভণিয়ে গাওঁখনৰ বা জনগোষ্ঠীটোৰ

---

* The culture and Civilization of Ancient India in Historical outline, D D Kosambi, 1986 edition, Page 40 দ্ৰষ্টব্য।

সকলো মানুহকে একোটা আনুষ্ঠানিকতা ৰীতিগতভাবে পালন কৰিবলৈ সুযোগ দিয়ে। এতিয়াও ঝুমখেতি কৰা অঞ্চল কিছুমানত সমূহীয়া চৰিত্ৰৰ অৱশেষ চিন-মোকাম আছে।

খেতি কৰাৰ আগে আগে সমূহীয়া ভাবে নিজ নিজ বিশ্বাস অনুসাৰি আহুতি (অগ্নিত আহুতি দিয়াৰ দৰে) দিয়ে, সেৱা কৰে নাইবা মন্ত্ৰপাঠ কৰে, তাৰ পিচতে হয় খেতিপথাৰত নাইবা মুকলি স্থানত ভোজভাত খায়। পৰম্পৰাগত ভাবে বলি দিয়া উল্লিখিত আহুতি দিয়া অনুষ্ঠা-ৰ অংগ হয়। বলি দিয়া জন্তু কিম্বা পক্ষীৰ মঙহেই ভোজৰ সামগ্ৰী হয়। ভোজপলীৰ আগে-পাশে নাইবা কোনো মুকলি ঠাই নাইবা খেতি পথাৰৰ মাজতে যৌনোদ্দীপক গীত-নৃত্য আৰম্ভ কৰে। এনে ধৰণৰ অনুষ্ঠান খেতি কাৰ্যৰ সামৰণিৰ বেলিকাও লখিমী আদৰা, বিধান ৰখা আদি অনুষ্ঠানৰ আয়োজন কৰা হয়। পিচলৈ এনে অনুষ্ঠানবিলাক উন্নীত হয় জাতীয় উৎসৱলৈ। ধৰ্মৰ বোল ইয়াত কমেই থাকে।

বিকাশৰ আনটো ধাৰাত উৰ্বৰতা কৃষ্টিয়ে মাতৃ পূজাৰ ৰূপ পৰিগ্ৰহ কৰে। মাতৃ পূজাৰ পৰা মাতৃদেৱী– মাতৃশক্তিৰ পূজাৰ বিকাশ ঘটে। এনে পূজাৰ আকৌ দুটা পদ্ধতি থাকিব পাৰে: এটা তান্ত্ৰিক আনটো সাত্বিক, বৈদিক বা অতান্ত্ৰিক। ভাৰতত দুয়োটা পথৰেই পুৰণি উৰ্বৰতা কৃষ্টিৰ পৰা শক্তি পূজাৰ বিকাশ ঘটিছে। শক্তি পূজায়ো বিহু উৎসৱৰ দৰেই সাৰ্বজনীনতা অৰ্জন কৰাৰ লগে লগে ই হৈ পৰিছে মূলতঃ সাৰ্বজনীন উৎসৱ– মূল কৃষি কৰ্মৰ আগে পিচে ইয়াৰ আয়োজন। দুৰ্গা পূজা এনে গণ উৎসৱত পৰিণত হোৱা উৰ্বৰতা কৃষ্টিৰ উন্নীত ৰূপ।

# দ্বিতীয় অধ্যায়

## তৃতীয় ভাগ

# বসন্তোৎসৱ আৰু বসন্তকালীন কৃষি উৎসৱ বিহু

## ব'হাগ বিহু

ব'হাগ বিহু অসমীয়াৰ বসন্তকালীন কৃষি উৎসৱেই নহয়; ই জাতি, বৰ্ণ ভাষাৰ দেৱাল অতিক্রমি সকলো জনগোষ্ঠীৰ মাজত সমানে সমাদৃত অসমীয়াৰ প্ৰধান জাতীয় উৎসৱো। অসমৰ আৰ্যমূলীয় সকলো জনগোষ্ঠীৰ উপৰি তাই, বড়ো, চুতীয়া, বিভিন্ন তিব্বেতো-বাৰ্মান জনগোষ্ঠী, অষ্ট্রিক জনগোষ্ঠী, চাহ-বনুৱা, মুছলমান পমুৱা-আদি সকলোৰে মাজত, এই বসন্তকালীন কৃষি-উৎসৱ ব'হাগ বিহু ইমান ধুম-ধামেৰে পালন কৰা হয় যে ই ধৰ্মীয় বিভাজনৰ সীমা চেৰাই মানুহক সন্মিলিত কৰিবলৈ সক্ষম হৈছে। ৰং-ৰহইচ, নাম-নাচ, সাজ-পোছাক আদিৰ পয়োভৰে আনহাতে ইয়াক আটাইতকৈ বৰ্ণাঢ্য উৎসৱত পৰিণত কৰিছে। গতিকে ব'হাগ বিহুক বসন্তকালীন কৃষি উৎসৱ নুবুলি অসমীয়াৰ প্ৰধান জাতীয় উৎসৱ বুলি অভিহিত কৰিব পাৰি।

ব'হাগ বিহু আৰম্ভ হয় চ'ত-ব'হাগৰ দোমাহীৰ দিনা। দোমাহীৰ আগদিনাখন উৰুকা। দোমাহীৰ দিনাৰপৰা সাতদিনলৈ ব'হাগ বিহু বা ৰঙালী বিহুৰ পৰম্পৰাগত সময়। সম্প্ৰদায় ভেদে ব'হাগ বিহু আদৰাৰ আৰু সামৰণি মৰাৰ ধৰণ কিছু ভিন্ন ভিন্ন। উজনি অসমৰ জনগোষ্ঠীসমূহৰ মাজত বসন্তকালীন ব'হাগ বিহুৰ আদৰণি চ'ত মাহতেই হয়। এসময়ত সেয়ে চ'তৰ বিহু শব্দটো মুখে মুখে প্ৰচলিত আছিল। সম্ভৱতঃ কোনোবা সুদূৰ অতীজতে এই কৃষি উৎসৱ পথাৰত বিহু মৰা উৎসৱ হিচাপে চ'তৰ মুকলি পথাৰত, গছ তলত স্বতঃস্ফূৰ্ত ভাবেই আৰম্ভ হৈছিল। ডেকা, গাভৰুৰ সুকীয়া সুকীয়া নাম-নাচৰ অনুষ্ঠানে সম্ভৱতঃ চ'ত মাহতেই বিহুৰ বা বলাইছিল। সেয়ে কিছুমান পুৰণি বিহুগীতত এতিয়াও তাৰ ছাপ আছে।

অসমত চ'ত-ব'হাগ এই দুমাহতহে বসন্ত কালৰ ভৰপক উঠে। চ'ত মাহৰ বিহুৰ উলহ-মালহ সেয়ে ঋতুগত পৰম্পৰাৰ লগত খাপ খায়। বিহু নামত আছেঃ

চ'তে চকৰী ব'হাগত বগৰী
জেঠতে আমনা ধান;
চ'তৰ বিহুৰ দিনাখন শৰাইখন যাচিবা
তেহে পাবা বৈকুণ্ঠত থান।

ব'হাগ বিহু নুবুলি চ'তৰ বিহু বুলিও কোনো কোনোৱে গোৱাৰ মূলতে আছে এই প্ৰচিন পৰম্পৰা।

## লোক কৃষ্টি হিচাপে বৈশিষ্ট্য

ব'হাগ বিহুৰ ভেটিটো মূলতঃ উৎপাদন ভিত্তিক। সকলো লোক-কৃষ্টিৰে স্বৰূপাৰ্থত ভিত্তি হ'ল উৎপাদনৰ জগতখন। এইটোৱেই হ'ল বিহুৰ প্ৰধান বৈশিষ্ট্য। উৎপাদনৰ ক্ষেত্ৰখন পৰিবৰ্তিত হোৱাৰ লগে লগে ইও কিছু ৰূপান্তৰিত হোৱাৰো মূল কাৰণ এইটোৱেই।

লোক-কৃষ্টি হিচাপে ইয়াৰ দ্বিতীয় প্ৰধান বৈশিষ্ট্য হ'ল ইয়াৰ শাস্ত্ৰীয় বিধিবিহীন বা লৌকিক নাম আৰু নাচৰ স্বৰূপ। বিহুনাম আৰু বিহুনাচ আৰু অন্যান্য বিহুৰ অনুষ্ঠানবিলাকৰ ভেটি হ'ল ইয়াৰ পৰম্পৰা (Tradition) –ই কেইটামান গতত বন্ধা শাস্ত্ৰীয় বিধানৰ মাজত সেয়ে সীমাবদ্ধ নহয়। বিহু নামত পৰম্পৰাগত ভাব, সুৰ, তাল, মান আছে। এই সুৰ কিন্তু শাস্ত্ৰীয় সংগীতৰ দৰে সপ্তস্বৰৰ ভেটিত বন্ধা বিভিন্ন ৰাগৰ জৰিয়তে নিবন্ধিত নহয়। চাৰিটা স্বৰতে পুৰণি বিহু নামবোৰ গোৱা হয়। মুদ্ৰাবিহীন বিহু নাচৰ লগত এই শাস্ত্ৰীয় বিধানবিহীন বিহু নামৰ সম্পৰ্ক সম্পূৰ্ণ আত্মিক। নাচতো সেইদৰে কোনো শাস্ত্ৰীয় মুদ্ৰা নাই; কিন্তু পৰম্পৰাগত বৈশিষ্ট্য সম্পন্ন ভংগিমা আছে। বিহুৰ সাজ-পাৰ, অলঙ্কাৰ, বাদ্য আদিও পৰম্পৰাগত। ঢোল, পেঁপা, গগণা, সুতুলি, তাল, কৰতাল আদি পৰম্পৰাগত বাদ্যৰ বাহিৰে অন্য যান্ত্ৰিক বাদ্য বা আধুনিক সংগীত, নৃত্যত ব্যৱহৃত পশ্চিমীয়া বাদ্য বিহুত ব্যৱহাৰ কৰা নহয়।

বিহুৰ তৃতীয় বৈশিষ্ট্য ইয়াৰ আঞ্চলিক আৰু উপ-আঞ্চলিক বিভিন্নতা। শদিয়া, শিৱসাগৰ, গোলাঘাট, নগাঁও, জামুগুৰি, তেজপুৰ, গুৱাহাটি– সকলো ঠাইৰে থলুৱা ঠাচে প্ৰভাৱ বিস্তাৰ কৰে বিহু-কৃষ্টিত। বুলনি, চৈঁউকি, লয় সকলোতে শিপাই থাকে থলুৱা পৰশ। ই বিহুৰ ওপৰঞ্চি অলংকাৰৰ দৰে, বৰ্জনীয় নহয়। এই আঞ্চলিক বিভিন্নতা গঢ় লৈ উঠে নৃগোষ্ঠীগত সমন্বয়ৰ বিভিন্ন ধাৰা, জীৱিকা আৰু পাৰিপাৰ্শ্বিকতাৰ পাৰ্থক্য আৰু সুদূৰ অতীতৰপৰা চলি অহা পৰম্পৰাৰ পৰা। বৃত্তিগত পাৰ্থক্যই বাহিৰে এনে বিভিন্নতাৰ ওপৰত

গভীৰ প্ৰভাৱ বিস্তাৰ কৰে। পৰস্পৰৰ মাজত ওচৰ সম্পৰ্ক নথকা, পৰিবহনৰ সুবিধা নথকা, ভূমি ভিত্তিক কৃষিতহে এনে আঞ্চলিক বিভিন্নতা বৰ্ণাঢ্য বৈশিষ্ট্য হিচাপে দীৰ্ঘম্যাদী ভাবে থাকিব পাৰে।

**উৎপত্তি :** বিহু উৎসৱ আনহাতে বিভিন্ন জনগোষ্ঠীৰ মাজত সুকীয়া নামেৰে পৰিচিত। বড়োসকলৰ মাজত বৈছাগু, দেউৰীৰ মাজত 'বিছু', তাইসকলৰ মাজত বয়হু, বৈহু বা বিহু, ডিমাছাসকলৰ মাজত 'বুচু' আদি ভিন্ন নামেৰে পৰিচিত এই উৎসৱৰ নাম কিয় বিহু হ'ল আৰু কিয়, কেতিয়া বছৰৰ প্ৰথম সপ্তাহত দোমাহিৰপৰাই অনুষ্ঠিত কৰিবলৈ লোৱা হ'ল সেয়া প্ৰশ্নৰ বিষয় কাৰণ জনগোষ্ঠীয় বিহুৰ সময় দোমাহি নহয়, ব'হাগ মাহৰ প্ৰথম সপ্তাহৰ প্ৰথম বুধবাৰটোৰ পৰাহে জনগোষ্ঠীয় বা জনজাতীয় বিহুৰ আৰম্ভণি হয়। তাই জনগোষ্ঠীবিলাকৰ মাজত 'পয়' বা ৰং-ৰইহচৰ উৎসৱ সুপ্ৰাচিন। 'হু' মানে গৰু হোৱা বাবে সম্ভৱতঃ তাই আহোমসকলে অসমীয়া ভাষা গ্ৰহণ কৰাৰ আগতেই বসন্তকালীন গো-পূজাক গৰু (হু) পূজাৰ কৃষি উৎসৱ হিচাপে স্বীকৃতি দিছিল। কালক্ৰমত সকলো জনগোষ্ঠীৰ মাজত প্ৰচলিত বসন্তকালীন নাম-নাচ প্ৰধান উৎসৱবিলাক ৰাজ পৃষ্ঠপোষকতাত বছৰৰ প্ৰথম সাতদিনত হ'বলৈ ধৰিলে। ৰাজপৃষ্ঠপোষকতা আৰু ডা-ডাঙৰীয়াসকলৰ পৃষ্ঠপোষকতা যে অতি গুৰুত্বপূৰ্ণ উপাদান তাৰ প্ৰমাণ আমি অতীজৰে পৰা গাই অহা বিহু নামবোৰত পাওঁ। ৰংপুৰত ৰঙৰ উৎসৱ পতা শক্তিমন্ত আহোম স্বৰ্গদেৱসকলৰ প্ৰচেষ্টাতে সকলো জনগোষ্ঠীৰ, বিশেষকৈ উজনি অসমৰ তাই, চুতীয়া, সোণোৱাল, মিচিং, দেউৰী, কৈৱৰ্ত, কছাৰী আদিৰ সন্মিলনৰ সেতু হৈছিল ব'হাগ বিহু তাত কাৰো সন্দেহ নাই। কিন্তু বসন্তকালীন উৎসৱ হিচাপে এই উৎসৱ যে অতি প্ৰাচীন কালৰে পৰা ভিন্ ভিন্ জনগোষ্ঠীৰ মাজত প্ৰচলিত আছিল তাকো সহজেই বুজিব পাৰি।

উৎপত্তিগত অৰ্থৰ ফালৰপৰা দেউৰী 'বিচু' শব্দৰ অৰ্থ অতি মাত্ৰা ৰং ৰহইচ পূৰ্ণ উৎসৱ। তাই 'বয়হু' শব্দৰ অৰ্থ গৰু (হু) পূজাৰ লগত জড়িত আনন্দ মুখৰ উৎসৱ, 'পয়' মানে ৰং ৰহইচপূৰ্ণ শৌৰ্য-বীৰ্যৰ উৎসৱ। 'পয়' ধ্বনিগত ৰূপান্তৰ হৈ 'বয়' বা 'বৈ' হৈছে। এইটো চীনা মূলৰ বা তাই মূলৰ প্ৰায়বোৰ শব্দতে হোৱা দেখা যায়। 'ডিমাচাসকলে 'বুচু' পালন কৰে। 'বুচু' মানেও ৰং-ৰইহচৰ উৎসৱ। বড়োসকলে 'বৈচাগু' পালন কৰে। ব'হাগ মাহত

পালন কৰা উৎসৱ হিচাপে 'বৈচাগু'। উৎপত্তিৰ ফালৰপৰা ই 'ব'হাগী' শব্দৰ সমতুল্য। ব'হাগী উৎসৱ বা ৰং ৰহইচৰ উৎসৱ। পৰম্পৰাগত নিয়মৰ ফালৰপৰা দেউৰীসকলৰ 'বিচু'ৰ লগত 'বিহু' উৎসৱৰ ভালেখিনি মিল আছে। এই সকলোবোৰ কথাৰপৰা অনুমান কৰিব পাৰি যে তাই-আহোম সকলৰ পূৰ্বজ মঙ্গোলীয় তিব্বেতো-বাৰ্মানসকলৰ মাজত ব'হাগ মাহত পালন কৰা উৎসৱ 'বিচু', 'বৈচাগু' তথা 'বুচু' আছিলেই। আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত এই বহুল প্ৰচলিত উৎসৱটিয়ে বৰ্ণাঢ্য, বহুল প্ৰসাৰিত আৰু ৰাজহুৱা ভাবে বা জাতীয় ভাবে স্বীকৃত উৎসৱত পৰিণত হ'ল। সুদূৰ অতীজৰে পৰা শৌয-বীৰ্য, ৰং-ৰহইচৰ 'পয়' পালন কৰা তাইসকলে এইদৰে এটা জাতীয় উৎসৱ জন্ম দিয়াটো ৰাজতন্ত্ৰৰ বিকাশৰ লগত বা স্থায়ী কৃষিৰ বিকাশৰ লগত সামঞ্জস্যপূৰ্ণ কথা। দেউৰী বা দেউৰী-চুতীয়া, মিচিং, বিভিন্ন বড়ো জনগোষ্ঠী তথা তিব্বেতো-বাৰ্মাণ জনগোষ্ঠী আৰু বসন্ত উৎসৱ পালন কৰা কৈৱৰ্ত তথা কলিতাসকল এই সমন্বয় প্ৰক্ৰিয়াত অৰিহণা যোগোৱা প্ৰধান উধান স্বৰূপ।

ব'হাগ বিহু তথা মাঘৰ বিহু কেতিয়াৰ পৰা ৰাজহুৱা বা জাক-জমকতাপূৰ্ণ ভাবে অনুষ্ঠিত কৰা হৈছে সেই সম্পৰ্কে নানা পণ্ডিতৰ নানা মত। তথাপি এই কথা স্বীকাৰ্য যে ৰংপুৰত ৰংঘৰ নিৰ্মাণৰ আগৰে পৰাই বিহু উৎসৱ অসমত জাক-জমকতাপূৰ্ণ ভাবে পতা হৈছিল। হুচৰি নামসমূহেও এই কথা প্ৰতীয়মান কৰে যে স্বৰ্গদেউসকল তথা ডাঙৰীয়াসকল আছিল বিহু উৎসৱৰ প্ৰধান পৃষ্ঠপোষক। "স্বৰ্গদেউ ওলালে বাট চ'ৰাৰ মুখলে, দুলীয়াই পাতিলে দোলা, কাণত জিলিকিলে নৰা জাঙ্কেফাই, গাতে গোমচেঙৰ চোলা।"-এয়া বিহু নামৰ বিক্ষিপ্ত বৰ্ণনা নহয়। এনে বিহু নাম উজনি অসমৰ পথাৰে-সমাৰে শ শ বছৰ ধৰি ধ্বনিত-প্ৰতিধ্বনিত হৈছে।

আহোম ৰাজ্য পতনৰ মাত্ৰ পোন্ধৰ বছৰ পিছতে উইলিয়াম ৰবিনছনে (১৮৪১) বিহু সন্দৰ্ভত বিস্তৃত ভাবে উল্লেখ কৰিছে। ৰবিনছনে ব'হাগ বিহু আৰু মাঘ বিহু অসমীয়া মানুহে পালন কৰা প্ৰধান উৎসৱ বুলি উল্লেখ কৰিছে। ৰবিনছনৰ এই লিখাৰ ঐতিহাসিক তাৎপৰ্য অসীম। কাৰণ অসমীয়া মানুহৰ উৎসৱৰ অসমীয়াত যে ধৰ্মীয়, জাতভিত্তিক তথা ভাষাভিত্তিক সংকীৰ্ণতাৰপৰা উৰ্ধত লোক-উৎসৱ বিহুৰ মাজত সঞ্জীৱিত হৈ আছিল তাক ৰবিনছনৰ লিখাই প্ৰমাণিত কৰে। ইংৰাজৰ দিনত আচহুৱা কৃষ্টিৰ প্ৰভাৱত, গেৰুৱা লেতাই

ধুতি পিন্ধি বাবু বা কেৰাণী হৈ অসমীয়া ভদ্ৰলোকসকলে কিন্তু বিহুৰ কথা পাহৰি গৈছিল। তথাকথিত শিক্ষিত আৰু মধ্যবিত্ত শ্ৰেণীৰ মাজত সম্ভৱতঃ বিহুৰ প্ৰভাৱ সমূলি হেৰাই গৈছিল। পিছলৈ অসমীয়া জাতীয় জীৱনৰ জাগৰণৰ যুগত বিহুনাম সংগ্ৰহ কৰি প্ৰকাশ কৰা স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ ভূঞা আৰু স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ দৰে বৰেণ্য ব্যক্তিৰ কামৰ প্ৰতি কটাক্ষ কৰা লোকৰ সংখ্যাও তাকৰ নাছিল। আনকি বিহুৰ আভিধানিক অৰ্থও সঠিক ভাবে দিবলৈ আমাৰ প্ৰথম অভিধানখন সক্ষম হোৱা নাছিল। মূলতঃ কৃষি উৎসৱ বিহুৰ তাৎপৰ্য উপলব্ধি নকৰা ইংৰাজ-প্ৰশিক্ষিত ন-চহকীসকলে জাতীয় উৎসৱৰ তাৎপৰ্য পাহৰি যোৱাৰ ফলতে এনে হৈছিল বুলি ঠাৱৰ কৰিব পাৰি।

## বিহুৰ সময় আৰু অনুষ্ঠান

ব'হাগ বিহু আৰু মাঘ বিহুকেই প্ৰধানকৈ বহুল ভাবে পালন কৰা হয় যদিও অসমীয়াৰ কৃষি উৎসৱ বিহু তিনিটা— তিনিটা গুৰুত্বপূৰ্ণ দোমাহীত পালন কৰা হয়। চ'ত-বহাগৰ দোমাহীত বসন্তকালীন ব'হাগ বিহু; আহিন কাতিৰ দোমাহীত শৰৎকালীন কাতি বিহু আৰু পুহ-মাঘৰ দোমাহীত বসন্তৰ আদৰণিমূলক শস্য চপোৱা উৎসৱ ভোগালী বিহু বা মাঘ বিহু। নামনি অসমত মাঘ দোমাহীৰ বিহুটো বহুল ভাবে পালন কৰা হৈছিল যদিও উজনি অসমত ৰঙালী বিহু আৰু মাঘ বিহু দুয়োটাই যথেষ্ট উলহ-মালহেৰে পৰম্পৰাগতভাবে অনুষ্ঠিত হৈ আহিছে। আধুনিক যুগত বছৰৰ আৰম্ভণিতে অনুষ্ঠিত কৰা ব'হাগ বিহু হৈ পৰিছে সমগ্ৰ অসমৰ চুকে-কোণে অনুষ্ঠিত কৰা প্ৰধান জাতীয় উৎসৱ। নাম-নাচ, জাক-জমকতা, শৌৰ্য-বীৰ্যৰ প্ৰদৰ্শনেৰে ৰঙালী বিহু হৈ পৰিছে অসমীয়াৰ জাতীয় জীৱনৰ প্ৰাণ-স্পন্দন, সঞ্জীৱনী মন্ত্ৰ তথা সংহতিৰ বাহক।

ৰঙালী বিহুক গৰু বিহুও বোলা হয়। কাৰণ চ'ত-বহাগৰ দোমাহী বা চ'তৰ শেষ দিনা গো-পূজাৰ দিন জোৰা বিস্তৃত কাৰ্যসূচীৰে গৰু বিহু পালন কৰা হয়। গৰু বিহুৰ দিনা ঘৰচীয়া জীৱ-জন্তুক পুৱাই মাহ-হালধিৰে নোৱাই, শিঙত তেল ঘঁহি, গাঁৱৰ ওচৰৰ নদী বা বিল তথা ডাঙৰ পুখুৰী আদিলৈ নি স্নান কৰোৱা হয়। এই দিনা গৰু গা-ধুৱাবলৈ নিওঁতে আৰু গা ধুৱাওঁতে লাও, বেঙেনা, থেকেৰা, হালধি আদিৰে সজাই লোৱা চাটমাৰিৰ পৰা এই সামগ্ৰীবোৰৰ টুকুৰা উলিয়াই গৰুৰ গাত মৰা নিয়ম। গৰুৰ গাত এইবোৰ মাৰোতে গোৱা হয়ঃ

লাও খা বেঙেনা খা
বছৰে বছৰে বাঢ়ি যা,
মাৰ সৰু বাপেৰ সৰু
তই হ'বি বৰ বৰ গৰু।

গৰুৰ বংশ বৃদ্ধি কামনা কৰা এই উৎসৱৰ আৰম্ভণিৰে পৰা গৰুক অতি মৰমৰ চকুৰে চোৱা হয়। এই দিনাখন দীঘলতি গছৰ সেউজীয়া, কোমল, দীঘল ঠাৰিৰেহে গৰু খেদোৱা নিয়ম। মাখিয়তী গছৰ পাত-ফুল লাগি থকা ডালেৰেও গৰুৰ গাত কোবাই মাখি মৰা হয়। 'মাখিয়তী মাখি পাত, মাখি মাৰো জাত জাত" বুলিও মাখি মাৰোতে গোৱা হয়। বাকী থকা লাও-বেঙেনাৰ টুকুৰাবোৰ ঘূৰাই আনি চাটমাৰি গোহালিৰ ছালত গুজি থোৱা হয়। এই দিনা গৰুৰ গোহালি পৰিষ্কাৰ কৰাৰ উপৰি গৰুক নতুন পঘা দিয়া হয়। বঙালী বিহুৰ নতুন পঘা বটাৰো নিয়ম আছে। মৰাপাটৰ আঁহ পকাই বচী বটোঁতে মৰাপাটৰ আঁহৰ লগত সুগন্ধি তৰা গছৰ আঁহ মিহলাই দিয়া হয়। বিশেষ ভাবে প্ৰস্তুত কৰা এই ৰচীৰে গৰুক নতুনত্বৰ পৰশ দি ব'হাগ বিহুৰ সন্ধ্যা গোহালি ঘৰৰ সন্মুখত জাগ দিয়া হয়, গৰুক নতুন বিচনীৰে বা দিয়া হয় আৰু চাউলৰ গুৰি (পিঠা গুৰি) আৰু গুৰেৰে প্ৰস্তুত কৰা কেঁচা বৰপিঠা গৰুক খাবলৈ দিয়া হয়। বিহুৰ অন্যান্য সুস্বাদু খাদ্যৰ এভাগো গৰুক দিয়া হয়। গোহালিত মাটিৰ চাকিত বন্তি জ্বলাই ধূপ-ধূনা দি থাপনা পাতি সেৱা কৰাৰ উপৰি কোনো কোনোৱে মাহ-প্ৰসাদ দি সেৱাও কৰে। গো-পূজাৰ এই অধ্যায়টোৰ উপৰি ব'হাগ বিহুৰ এই দিনটোতে কৃষিৰ সঁজুলিসমূহ– যেনে নাঙল, যুৱলি, মৈ, মৈ-টকা আদি ধুই পৰিষ্কাৰ কৰি মুকলি স্থানত ৰখোৱা হয়। এয়া যে বছৰটোৰ কৃষি কৰ্মৰ প্ৰস্তুতিৰ-প্ৰতীকী কৰ্ম তাক ন-দি ক'ব পাৰি। গৰু বিহুৰ দিনাই গোহালিত থাপনা পাতি চাকি জ্বলোৱাৰ উপৰি গোঁসাই থাপনাতো বন্তি জ্বলোৱা হয় আৰু মাহ-প্ৰসাদ, নৈবেদ্যৰে গো-জাতিৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কৰা হয়। নিজা নিজা নামঘৰ বা গোসাঁইঘৰ যিসকলৰ নাথাকে তেওঁলোকে আৰু যিসকলৰ আছে– তেওঁলোকেও নিজা গোসাঁইঘৰত দিয়াৰ উপৰি গাঁৱৰ নামঘৰত বন্তি প্ৰজ্বলন কৰি প্ৰাৰ্থনা কৰে। বাজনৰা নাম-প্ৰসঙ্গ কৰাটোও পৰিলক্ষিত হয়।

নামনি অসমৰ কিছুমান ঠাইত ব্ৰাহ্মণে গো-পূজা কৰে। গো-লক্ষ্মী বা গাভী-লক্ষ্মী পূজা কোনো কোনো অব্ৰাহ্মণে ব্ৰাহ্মণৰ জৰিয়তে কৰায়।

গধূলি সময়ত গোহালিৰ সন্মুখত দিয়া কীট-পতঙ্গনাশক বা নিৰাময়ক জাগৰ উপকৰণবোৰো নিৰ্দিষ্ট। তুঁহৰ জাগত বিহলঙনি পাত, মৰলীয়া, মাখিয়তী

ফুল-পাত, মহানিমৰ পাত আৰু ধেতাই তিতাৰ পাত দিয়া হয়। এটা নাকত ধৰা কাঢ়া গোন্ধে কীট-পতংগ, মহ-দাঁহ আদি বিতাৰিত কৰে।

ব'হাগ বিহুৰ প্ৰথম দিনা দিনত ভাত খোৱা নহয়। ভাতৰ সলনি বিহুৰ পিঠা-পনা, চিৰা-দৈ আৰু ফল-মূল খোৱা হয়। আনহাতে পুৱা খালি পেটে মহানিমৰ পাত খোৱাটোও পৰিলক্ষিত হয়। কিছুমান ঠাইত নতুন আম বা আম কলি খোৱাটোও এটা উৎসৱৰে অঙ্গ বুলি গণ্য কৰা হয়। ব'হাগ বিহুত এশ এক বিধ বন-শাক কিম্বা ঔষধি জাতীয় উদ্ভিদৰ খাব পৰা কোমল পাত আঞ্জা কৰি খোৱাটো নিয়ম।

গৰু বিহুৰ পিচ দিনা অৰ্থাৎ ব'হাগৰ প্ৰথম দিনা মানুহৰ বিহু পালন কৰা হয়। বছৰৰ এই প্ৰথম দিনটোত ঘৰৰ মূৰব্বীয়ে মূল ঘৰৰ খুটাত পবিত্ৰ গছ পাত বান্ধি দিয়ে। আম, নাহৰ, বেল, তুলসী আদি গছৰ পাত সাধাৰণতে বন্ধা দেখা যায়। মানুহৰ বিহুৰ দিনা পুৱাই স্নানাদি কৰি, নতুন কাপোৰ পিন্ধি বয়োকনিষ্ঠসকলে বয়োজ্যেষ্ঠসকলক সেৱা কৰে আৰু বয়োজ্যেষ্ঠসকলে নিয়ম মতে বয়োকনিষ্ঠসকলক আশীৰ্বাদ দিয়ে। আশীৰ্বাদৰ উপৰি মান অনুসৰি বা পাত্ৰ অনুসৰি নতুন বস্ত্ৰ, গামোচা, খনিয়া আদি প্ৰদান কৰি ঘৰৰ মহিলাসকলে কনিষ্ঠসকলক মৰম, জ্যেষ্ঠ সকলক সেৱা জনায়। সমনীয়া অথবা কনিষ্ঠসকলক বিহুৱান আৰু হাচতি প্ৰদান কৰাটো বিহুত মৰম-স্নেহৰ চিন।

ব'হাগ বিহুত সাধাৰণতে আৰাধ্য দেৱতা হ'ল মহাদেৱ বা বুঢ়াগোহাঁই। বছৰৰ প্ৰথম দিনা পুৱাই নাহৰ পাতত মহাদেৱক আৰাধনা কৰা মন্ত্ৰ জ্যেষ্ঠজনে লিখি ঘৰৰ দুৱাৰমুখত আঁৰি দিয়ে। নাহৰ পাতত লিখা মন্ত্ৰটো হ'ল ঃ

দেৱ দেৱ মহাদেৱ নীলগ্ৰীৱ জটাধৰ,
বাত-বৃষ্টি হৰ দেৱ মহাদেৱ নমস্ততে।

আনহাতে এই দিনাখনেই জ্যোতিষীসকলে বছৰটোৰ শুভাশুভ চাই দিয়াটোও নিয়ম।

মানুহৰ বিহুৰ দিনা খোৱা আৰু এঘৰে আন ঘৰলৈ খাদ্য সামগ্ৰী উপহাৰ দিয়া, মিতিৰ খাবলৈ যোৱাটো সাধাৰণ নিয়ম। আনন্দ তথা বিলাস উদ্‌যাপনৰ বাবে নানা আভ্যন্তৰীণ আৰু পথাৰৰ খেল খেলা হয়। ঘৰৰ ভিতৰত খেলা খেলৰ ভিতৰত কড়ি খেল প্ৰধান। ঘৰৰ বাহিৰত পথাৰত ঢোপ খেল খেলা হয়। কণী যুঁজ, ম'হ যুঁজ, হাতীযুঁজ, শেন যুঁজ আনকি শৌৰ্য-বীৰ্য প্ৰদৰ্শনৰ বাবে মল্লযুদ্ধ, শক্তি প্ৰদৰ্শনমূলক ৰচী টনা, বাঁহ ঠেলা আৰু গৰু যুঁজ আদিও

কৰা দেখা যায়। আজি-কালি বিহুৰ দিনা ৰং-ৰহইচৰ সীমাহীন প্ৰতিদ্বন্দ্বিতা অনুষ্ঠিত হয় যদিও পৰম্পৰাগত পুৰণি খেলবোৰৰ প্ৰাধান্য কমিছে।

মানুহৰ বিহুৰ পিচদিনা গোসাঁই বিহু। গোসাঁই বিহুৰ দিনা প্ৰধান কাৰ্য হ'ল নামঘৰত শৰাই দিয়া। প্ৰতিঘৰ মানুহেই নামঘৰত শৰাই দিয়ে। ঘৰগুণি তুলি ৰাজহুৱা ভাবে শৰাই দিয়াৰ উপৰি ঘৰোৱাহী ভাবেও এনে শৰাই দিয়া হয়। বৈষ্ণৱ ধৰ্মৰ বহুল প্ৰভাৱৰ বাবে এনে শৰাইত সিদ্ধ নৈবেদ্য, মিঠাই বা আমিষ বস্তু দিয়া নহয়। মাহ-প্ৰসাদ, কল-কুঁহিয়াৰ আদি ফল-মূল, তামোল-পাণ আদিৰেহে শৰাই সজোৱা হয়। নাম-প্ৰসঙ্গত খোল, তাল, নেগেৰা আদি বজোৱা হয়। অজনজাতিসকলৰ দৰে জনজাতিসকলেও সভক্তিৰে নিজ নিজ গোসাঁইঘৰত নাম প্ৰসঙ্গ অনুষ্ঠিত কৰে।

গোসাঁই বিহুৰ পিছৰ চাৰিদিন, অৰ্থাৎ সাত বিহুৰ দিনলৈকে পৰম্পৰাগত ভাবে নানা খেল-ধেমালি, যুঁজ, হুচৰি, বিহুনাম-বিহুনাচ আদিৰ পয়োভৰ চলে। শৌৰ্য-বীৰ্যৰ প্ৰদৰ্শন তাই-আহোম সকলৰ পৰম্পৰা। সম্ভৱতঃ ৰাজকীয় পৃষ্ঠপোষকতাত এই প্ৰচিন পৰম্পৰা ৰঙালী বিহুৰ ভিতৰতো সোমাই পৰিছিল। এই শৌৰ্য-বীৰ্যৰ প্ৰতিদ্বন্দ্বিতাই বছৰটোৰ বাবে প্ৰতিদ্বন্দ্বিতামূলক কৰ্মৰ পাতনি মেলে। আজিকালি হুচৰি, বিহুনাম, বিহুনাচ আৰু অন্যান্য সকলো ক্ষেত্ৰতে প্ৰতিদ্বন্দ্বিতা হয়।

## হুচৰি

উজনি অসমত গাৱঁৰ গাঁওবুঢ়া বা মুখিয়াল মানুহজনৰ ঘৰৰ পৰা হুচৰি আৰম্ভ কৰি ঘৰে ঘৰে আশীৰ্বাদ দিয়াটো নিয়ম। হুচৰিৰ অন্তত আনন্দ-উলাহৰ বিহু নাম-বিহু নাচ আদি প্ৰদৰ্শন কৰা নিয়ম। উজনি অসমৰ বিভিন্ন সম্প্ৰদায়ৰ নামত নাম আৰু নাচৰ বিভিন্নতা আছে। গাভৰু বিহু, জেং (চেং) বিহু আদিৰ দৰে অনুষ্ঠানত পুৰুষ সহযোগী নাথাকে। বৰপেটা অঞ্চলত সাত শাক তোলা অনুষ্ঠানতো পুৰুষৰ অংশ গ্ৰহণ নিষিদ্ধ।

হুচৰি পৰম্পৰাগত ভাবে পুৰুষৰ অনুষ্ঠান। মহিলাই বিহু-নাম, বিহু নাচত অংশ গ্ৰহণ কৰে। সুকীয়া ভাবে বিহু মৰা বা বিহু নচাটো পৰম্পৰা যদিও আজিকালি সম্পূৰ্ণ মুকলি বিহু আয়োজিত হয়। হুচৰিত পৰম্পৰাগত ভাবে নাৰীয়ে অংশ গ্ৰহণ নকৰে। হুচৰি আশীৰ্বদীয়া অনুষ্ঠান। সেয়ে ইয়াত অশ্লীল, জোকোৱা নাম কিম্বা কোনো ধৰণৰ যৌনতাই প্ৰাধান্য পোৱা নাম নাথাকে। কিন্তু বিহু নাম আৰু বিহু নাচ যৌন-উদ্দীপনা বাদ দি সম্পূৰ্ণ নহয়। মূলতঃ

ডেকা-গাভৰুৰ সৃষ্টি-সম্ভাৱনাৰ উলাহেৰে ভৰা বিহু নাম-বিহু নাচ। ই কোনো আদিম উৰ্বৰতা-কৃষ্টিৰ ঐতিহ্য বহন কৰি আনিছে বুলি ভাবিবৰ থল আছে। হুচৰি, বিহু নাম-বিহু নাচত মূলতঃ পাটি ঢোল, তাল, কৰতাল, গগণা, সুতুলি আদি ব্যৱহাৰ হয়। এই লোক-বাদ্য সমূহৰ বিভিন্নতা আছে; কিন্তু লোক-বাদ্য বাদ দি শাস্ত্ৰীয় বাদ্য বিহুতলীলৈ অনা নহয়।

## বিহু নাচ

বিহু নাচো সেইদৰে শাস্ত্ৰীয় নৃত্যৰ দৰে ব্যাকৰণে-বন্ধা নহয়। ই মুদ্ৰা প্ৰধান নৃত্যও নহয়। ভঙ্গিমা, লয়লাস গতি, ছন্দ সকলো আছে– তথাপি ই শাস্ত্ৰীয় সীমাৰ পৰা মুক্ত। গতিকে বিপুল সম্ভাৱনাৰে ভৰা। আনহাতে বিহুৰ সাজপাৰ হ'ল পৰম্পৰাগত অসমীয়া সাজ-পাৰ। মুগাৰ ৰিহা-মেখেলা, পাটৰ ৰিহা-মেখেলা নাইবা কপাহী ৰিহা-মেখেলা পিন্ধিবই লাগিব। মাৰ্জিত চোলা আৰু গাম খাৰু, ডিঙিত অসমীয়া গহনা, কাণত অসমীয়া গহনা, খোপাত কপৌ ফুল। বিহুৱাৰ গাত বিহুৰ কুৰুতা চোলা, আঠুৰ তলতে চুটি আৰু আটিলকৈ পিন্ধা মুগাৰ বা অন্য বস্ত্ৰৰ চুৰিয়া, মূৰত গামোচা, কঁকালত টঙালি। আজিকালি প্ৰতিদ্বন্দ্বিতামূলক অনুষ্ঠানৰ সুবিধাৰ বাবে বিহুৰ সাজ-পাৰৰ ক্ষেত্ৰত লৌকিকতাৰ ঠাইত নমনীয়তা আনিবলৈ প্ৰয়াস কৰা হৈছে। নমনীয়তা আৰু সমন্বয়ে কৃষ্টিক অধিক মনোগ্ৰাহী আৰু উন্নত কৰে।

## বিহু বাদ্য

ৰঙালী বিহুৰ হুচৰি আৰু বিহু অনুষ্ঠানত ব্যৱহৃত বাদ্য আৰু বাদকসকলৰ শিল্পীসুলভ পাৰদৰ্শিতাৰ প্ৰসঙ্গও অতীব তাৎপৰ্যপূৰ্ণ। গগণা, সুতুলি আদি বাদ্য সম্পূৰ্ণ স্থানীয় আৰু বাদনৰ কলাও লৌকিক। আনহাতে ঢুলীয়াৰ ঢোলৰ বোল, ৰগৰ আৰু ঢুলীয়াৰ মালিতা আদিলৈ লক্ষ্য কৰিলে আমি দেখা পাওঁ যে কছাৰী ছেও, বুঢ়া কছাৰী ছেও আদি নামবোৰে বিভিন্ন জনগোষ্ঠীৰ মাজৰপৰা অহা কৃষ্টিৰ উপাদানবিলাকৰ ইংগিতকে বহন কৰে। ঢোলৰ বোল, কালীয়াৰ সুৰ-এইবিলাক যে সুদীৰ্ঘ কাল ধৰি দৰিদ্ৰ কৃষক সমাজৰ বিভিন্ন গোটবোৰে ধৰি ৰাখিছিল সেই কথা সহজবোধ্য।

মালিতাবোৰত ঢোলৰ উৎপত্তি ৰহস্য তথা চহা জীৱনৰ উপলব্ধিবোৰ নানা ধৰণে সজাই-পৰাই গোৱা হয়। এইবোৰত ঢুলীয়া কিম্বা ৰৰঢুলীয়াৰ

স্বাধীনতা দেখা যায় সীমাহীন। মালিতাবোৰে সামাজিক, ৰাজনৈতিক জীৱনৰ প্ৰায় সকলো কথাকে সামৰি লোৱা দেখা যায়।

ঢোলৰ পৰম্পৰাৰ ক্ষেত্ৰত দেখা যায় ব'হাগৰ সাত বিহুৰ পিচত ঢোল চাঙত তুলি থোৱাই নিয়ম।

যুগৰ প্ৰভাৱত আজিকালি ঢুলীয়া, কালীয়া আদিৰ পাৰদৰ্শিতাও ব্যক্তিগত ভাবে প্ৰায় মৰণমুখী। তথাপি ঢুলীয়াসকলৰ মাজত সজাগতা আৰু বৃত্তিগত অৰ্হতা উন্নীতকৰণ তথা প্ৰসাৰৰ সজাগ প্ৰচেষ্টা বিদ্যমান। আজিকালি বিহু ঢুলীয়াৰ আদৰো বাঢ়িছে। মঘাই ওজাৰ দৰে ঢুলীয়া ওজাৰ সুনাম অৰ্জনে নতুন এচাম ঢুলীয়াৰ মাজত সচেতন শিল্প চৰ্চাৰ মনোবৃত্তি গঢ় দিছে। ঢুলীয়া ওজাসকলে বিহু হুচৰিৰ মাজতে ঢুলীয়া ওজাৰ ছেও আৰু বুলনিসমূহ প্ৰদৰ্শনৰ বাবে মালিতা বা কাহিনী গীত কোৱাৰ আয়োজন কৰে।

## বিহুৰ সাৰ্বজনীনতা

বিহুৰ স্বধৰ্ম লৌকিক, উদাৰ আৰু সাৰ্বজনীন। ই সকলো ধৰ্ম, বৰ্ণ ভাষাৰ লোককে সামৰি অসমীয়াৰ জাতীয় চৰিত্ৰ প্ৰতিফলিত কৰা এক জাতীয় উৎসৱৰ জন্ম দিছে। আজিকালি ৰংপুৰৰ মুকলি বিহু প্ৰতিযোগিতাৰ আৰ্হিত অসমৰ সকলো ঠাইতে প্ৰতিদ্বন্দ্বিতা হয়। দলে দলে হুচৰি গোৱা আৰু বিহুৱা দলে প্ৰতিদ্বন্দ্বিতা কৰে অসমৰ ইমূৰৰপৰা সিমূৰলৈ। সমগ্ৰ অসম-ভিত্তিক প্ৰতিযোগিতাই আজিকালি অসংখ্য স্থানত হয়। ফলত বিহু নাম আৰু বিহু নাচ হৈ পৰিছে অসমীয়াৰ প্ৰাণৰ উৎসৱ। বিহু নাম-বিহু-নাচ নজনা মানুহ উজনি অসমত কিয়— সমগ্ৰ অসমতে বিৰল।

ব'হাগ বিহুৰ নাম আৰু নাচে অসমীয়া জন-জীৱনলৈ ৰঙৰ বৈচিত্ৰ আৰু বৰ্ণাঢ্যতা আনিছে। মিচিং, দেউৰী, সোণোৱাল, কছাৰী আদি সম্প্ৰদায়ৰ মাজত নিজা নিজা বিহু নাচ, বিহু নাম থাকিলেও সাৰ্বজনীন মিলনৰ আদৰ্শৰে বৰ্তমান সকলো বিভিন্নতাৰ সীমা চেৰাই এক উমৈহতীয়া নাম-নাচৰ উদ্দীপনা উথলি উঠিছে। ইয়েই হ'ল জাতীয় জীৱনৰ উদ্দীপনা— এই জাতীয় উদ্দীপনাই অসমীয়া জাতীয় জীৱনৰ প্ৰাণৰ উত্তাপ নিৰূপণ কৰিছে। বিভিন্নতাৰপৰা সংহতিলৈ, বিচ্ছিন্নতামুখিতাৰ ধ্বংসস্তূপৰপৰা সন্মিলনৰ বুনিয়াদ গৰকি বলিষ্ঠ ঐক্যবদ্ধ জীৱনৰ সৃষ্টিশীলতালৈ গতি কৰা এই উৎসৱে প্ৰকৃতাৰ্থত অসমীয়া জন-জীৱনক দিছে প্ৰাঞ্জলতা, ধৰ্ম-নিৰপেক্ষ স্বচ্ছতা আৰু কালজয়ী উদাৰতা। এনে লোক-উৎসৱৰ উদাহৰণ ভাৰতত কিম্বা পৃথিৱীৰ সংস্কৃতিৰ পথাৰত অতি বিৰল। এই

বিৰল উদাৰ, বৰ্ণাঢ্য, প্ৰাণময় উৎসৱে অসমীয়া জনজীৱনক অধিক মাধুৰ্যমণ্ডিত আৰু সংহতিপূৰ্ণ কৰি তোলাৰ সীমাহীন প্ৰতিশ্ৰুতি বহন কৰিছে।

## বিহুৰ পৰম্পৰা ঃ সাজপাৰ

বিহুৰ সাজ-পাৰ আৰু ৰীতি-নীতিত পৰম্পৰাগত বৰ্ণাঢ্যতা আছে। সাজ-পাৰৰ ক্ষেত্ৰত প্ৰতিটো জন-গোষ্ঠীয়ে নিজা জন-গোষ্ঠীৰ সাজ-পাৰ পৰিধান কৰে। অসমীয়া বিহুৱা, বিহুৱতীসকলোৰে সাজ-পাৰ, অলংকাৰ থলুৱা ঐতিহ্যৰ লগত খাপ খায়। বিহুৱতীৰ সাজ-পাৰ আজিকালি অধিক সমন্বিত হৈছে, নাম-নাচৰ সমন্বয় বৃদ্ধিৰ লগতো ইয়াৰ সম্পৰ্ক প্ৰত্যক্ষ। ই বিহু কৃষ্টিক আকৰ্ষণীয় কৰিছে। বিহু নাচ সুন্দৰ আৰু মনোমুগ্ধকৰ কৰিবৰ বাবে থলুৱা পৰম্পৰাৰ মেখেলা-চাদৰৰ সমন্বয় একো বেয়া কথা নহয়, কিন্তু গ্ৰাম্য বিহুতলীত ইয়াৰ লৌহ-কঠিন ধৰা-বন্ধা নিয়ম নাথাকে। স্বাভাৱিক যৌৱনৰ উলাহৰ লগত কেৱল মধ্যবিত্তীয় ৰুচিৰ সমন্বয়তাৰ সম্পৰ্ক ক্ষীণ। মেখেলা-চাদৰ কপাহী, পাট-মুগা নাইবা অন্য কোনো সূতাৰ হোৱা বাবে বিহু নাচৰ তাৎপৰ্য নকমে। সাজ-পাৰ মাত্ৰ পৰম্পৰাগত হ'লেই হয়। পৰম্পৰাগত সাজ বিহুৱাৰ ক্ষেত্ৰতো দেখা যায়। চুৰীয়া আঠুৰ মূৰত, ই মুগা, এৰী নাইবা কপাহী হ'ব পাৰে। কুৰুতা চোলা— 'ক'লা চোলা কুৰুতা বুটাম আছে চাৰিটা'— ইয়াৰ পৰম্পৰা। বিহুৱতীৰ চোলাও সেইদৰে হাত চুটি দৃষ্টি-কটু চোলা নহয়, দৃষ্টি-নন্দন হাত দীঘল চোলাহে।

হুচৰিৰো পৰম্পৰাগত সাজপাৰ। দলৰ মূল জনে এটা ছাতি হাতত নিয়া, লেম এটা হাতত নিয়া আৰু যোনা এটা নিয়া পৰম্পৰা। সম্ভৱতঃ অতীজতে গোসাঁই ফুৰোৱাৰ (ছত্ৰৰ তলত) এটা ক্ষীণ অৱশেষ ইয়াৰ লগত জড়িত থাকিবও পাৰে। হুচৰি আৰু বিহু নামবোৰতো থলুৱা পৰম্পৰা ফুটি উঠাটো নিয়ম।

## ব'হাগী বিদায়

বিহু আদৰণি আৰু বিহু বিদায় ঃ ব'হাগী আদৰণি আৰু বহাগী বিদায় ব'হাগ বিহুৰ অন্তৰ্গত দুটা অনুষ্ঠান। পৰম্পৰাগত নিয়ম অনুসৰি ব'হাগীক আদৰি অনা হয় পূব দিশৰপৰা আৰু বিদায় দি থৈ অহা হয় পশ্চিম দিশত। বিহুবলীয়া ডেকা-গাভৰুৱে সাত বিহুৰ প্ৰথম দিনাই ব'হাগীক আদৰণি জনায়

আৰু সাতবিহুৰ শেষৰ দিনা ব'হাগীক বিদায় দিয়ে। আদৰণিৰ দিনা গাওঁখনৰ পূৱ দিশে থকা পবিত্ৰ গছ (বৰগছ বা অন্যান্য পবিত্ৰ গছ)ৰ তলত গুৱা-পাণ আৰু গামোচা আগবঢ়াই ব'হাগীক আদৰণি জনাই বিহু মৰা হয় আৰু ব'হাগী উৎসৱৰ নাম-নাচৰ পাতনি মেলা হয়। সাতবিহুৰ আয়োজন পঞ্জিকা মতে আৰম্ভ হোৱাৰ পৰাই সম্ভৱ এই আয়োজন চলি আহিছে। সাত বিহুৰ শেষৰ দিনা আবেলি পশ্চিম ফালে থকা বাঁহগছ কিম্বা আন পবিত্ৰ গছত গামোচা আঁৰি দি বিহু মাৰি ব'হাগীক বিদায় দিয়া হয়। বহাগী বিদায় অনুষ্ঠান আজিকালি জাক-জমকতাপূৰ্ণ ভাবে পাতে। ব'হাগীৰ আদৰণি গছতলত আৰু ব'হাগীৰ বিদায়ো গছতলত হোৱাটোৱে ইঙ্গিত দিয়ে যে অতীজতে গছতলৰ বিহুতেই ৰং ৰহইচৰ পাতনি মেলা হৈছিল আৰু গৰু বিহু, মানুহ বিহু, গোসাঁইৰ বিহু অন্ত পৰাৰ পিচত মুকলি গছতলৰ বিহুৰ সম্পূৰ্ণ ৰং-ৰহইচ অন্ত পেলাই ব'হাগীক বিদায় দিয়া হৈছিল।

ব'হাগী বিদায়ৰ অনুৰূপ অনুষ্ঠান সকলো জনগোষ্ঠীয় বিহুবলীয়া ৰাইজৰ মাজত আছে। বিশেষকৈ বড়ো আৰু দেউৰীসকলৰ মাজত আছে। মিচিংসকলৰ মাজতো আছে। মিচিংসকলৰ কৃষি নৃত্যৰ ব্যাপক পৰম্পৰা, তাল তথা ছেওৰ পাৰ্থক্য, সাজপাৰ তথা নামৰ ঠেউকি, লয়, সুৰৰ পাৰ্থক্য বাদ দি আন সকলো কথাতে জনজাতি আৰু অজনজাতিৰ বিহুৰ মিল আছে। মাত্ৰ আদৰণিৰ দিনটো প্ৰায় সকলো জনগোষ্ঠীৰ ক্ষেত্ৰতে চ'ত-বহাগৰ দোমাহীৰ দিনটো নহৈ ব'হাগ মাহৰ প্ৰথম সপ্তাহৰ প্ৰথম বুধবাৰৰ দিনটো হয়।

'বিচুদাবেবা' বা বহাগী বিদায় (বিচু বিদায়) দেউৰীসকলৰ ব'হাগী বিদায় দিয়া অনুষ্ঠান। এই অনুষ্ঠানৰ লগত জনজাতিৰ ব'হাগী বিদায়ৰ মিল আছে।

পৰম্পৰা অনুসৰি ব'হাগী বিদায়ৰ পিচত আনন্দ উচৱৰ লগত সম্পৰ্ক থকা ঢোল, পেঁপা, গগণা— বান্ধি-কুন্ধি চাঙত তোলা নিয়ম। কামৰ সময়ত ঢোল পেপাঁ গগণাৰ কোনো প্ৰয়োজন নাথাকে। কামৰ সময়ত ঢোল, পেপাঁ, গগণা বজালে কৰ্ম-উদ্দীপনা বাঢ়ক চাৰি টুটাৰ ভয়হে থাকে, বিচ্যুতি ঘটে। অতীজতে ব'হাগী বিদায়ৰ আয়োজন এই কাৰণেই কৰা হৈছিল। আজি-কালি কৰ্ম-কৃষ্টিৰ বিপৰ্যয় ঘটাত সাতবিহুৰ বিধান নামানে, সীমা নামানে, ব'হাগীক আদৰণি জনাই ঠিকেই; কিন্তু বিদায় নিদিয়ে। বা সাত বিহু পাৰহৈ যোৱাৰ পিচতো উৎসৱৰ পয়োভৰ জেঠ মাহলৈকে চলি থাকে। এনে পৰম্পৰা বিৰোধিতাই প্ৰকৃততে বিহু কৃষ্টিৰ কল্যাণ সাধন নকৰে, জাতিৰ কৰ্মকৃষ্টিৰো উন্নতি সাধন নকৰে।

## দ্বিতীয় অধ্যায়

### চতুৰ্থ ভাগ

# মাঘৰ দোমাহী আৰু মাঘ বিহু

উজনি অসমত মাঘ বিহু আৰু ব'হাগ বিহু দুয়োটাই পৰম্পৰাগত উলহ-মালহেৰে অনুষ্ঠিত কৰা হয়। নামনি অসমত ব'হাগ বিহুৰ সময়ত ভঠেলি, পাচোঁটি, সুৱৈৰি, মথেনী আদি কেবাটাও উৎসৱ থলুৱা ভাবে অনুষ্ঠিত কৰা বাবে ব'হাগ বিহুৰ জাকজমকতা কিছু কমে, কিন্তু মাঘ বিহুৰ দোমাহী উৎসৱৰ যথেষ্ট উলহ মালহ আৰু জাকজমকতাৰে আয়োজন কৰে। আজিকালি নাম-নাচ আৰু জাক-জমকতাই সুকীয়া জাতীয় চৰিত্ৰ বহন কৰা বাবে মাঘ বিহু আৰু ব'হাগ বিহু দুয়োটাই অৱশ্যে উজনি-নামনি, ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ-দক্ষিণপাৰ, পাহাৰ-ভৈয়াম সকলোতে সমান উলহ-মালহেৰে আয়োজিত হয়।

মাঘ বিহুৰ আয়োজন কৰা হয় পুহ আৰু মাঘৰ দোমাহীৰ দিনা। শস্য ছপোৱাৰ পিছত, শীতক বিদায় দি পুনৰ কৃষি কৰ্মৰ বাবে প্ৰস্তুত কৰাৰ উৎসৱ এইটো। ভোজ-ভাত খাই অগ্নিত পূজা কৰি এই উৎসৱত ৰচা হয় ভোগৰ আনন্দ। এই বিহুক ভোগৰ আনন্দৰ বাবেই ভোগালী বিহু বোলা হয়।

উৎপত্তিগত ভাবে এই বিহুত অনাৰ্য আৰু আৰ্য উভয় গোষ্ঠীৰ অৱদান থকা যেন লাগে। অগ্নি পূজা এসময়ত বিভিন্ন ৰূপত আৰ্য বংশোদ্ভূত সকলো জনগোষ্ঠীৰ মাজতে আছিল। মাঘ বিহুত আনহাতে যিবোৰ খাদ্য খোৱাটো নিয়ম বুলি কোৱা হয় সেইবোৰ খাদ্য অনুসৰি জনজাতীয় খাদ্য পোৰা আলু, কচু, চুঙা পিঠা- আজিও জনজাতি সকলৰ অনগ্ৰসৰ অংশৰ মূল খাদ্য। সেই হিচাপে মাঘ বিহুত জনজাতীয় উপাদান আছেই। কিন্তু ইয়াৰ লগে লগে এইটোও মন কৰিব লগীয়া যে 'অগ্নি প্ৰজ্জলিতং বন্দে চতুৰ্বৰ্ণ হুতাশনম' বুলি অগ্নিত আহুতি দিয়া নিয়মটো মূলত: অগ্নিপূজকসকলৰহে। ই আৰ্য আৰু আৰ্যমূলীয় বহু জনগোষ্ঠীৰে পুৰণি পৰম্পৰা ।

**উৰুকাৰ ভোজ আৰু মেজি ঃ**

মাঘ বিহুৰ উৰুকা দিনাৰ পৰাই আৰম্ভ হয় বিহুৰ আয়োজন। উৰুকাৰ দিনা ৰাতি মেজি ঘৰ বা ভেলাঘৰ (কিছুমান ঠাইত ভেলা ঘৰক ঢেৰা ঘৰো কয়) পথাৰৰ মাজত নির্মাণ কৰা হয়। মেজিৰ আকাৰ বা গঢ় সম্পৰ্কে কোনো ধৰা বন্ধা নিয়ম নাই যদিও সাধাৰণতে খেৰ, বাঁহ আদিৰে নামঘৰৰ আৰ্হিৰ এফালে টুপযুক্ত ভিতৰত সম্পূর্ণ মুকলি কৰি ৰখা একোটা ঘৰ নির্মাণ কৰা হয়। উজনি অসমত এই ঘৰক সাৰ্বজনীন ভাবে মেজি বা মেজিঘৰ বোলা হয়। মধ্য অসমত ভেলা ঘৰ বা ঢেৰা ঘৰ বোলো হয়। নামনি অসমত ভেলা ঘৰ বোলা হয়। ভেলা ঘৰত কেঁচা গোটা বাঁহ দিয়া হয় মাৰলি হিচাপে। মেজি পোৰোতে এই বাঁহবোৰ সশব্দে ফুটি হিলৈৰ আনন্দ দিয়ে।

মেজি ঘৰ বা ভেলা ঘৰৰ আয়োজন কৰা হয় উৰুকাৰ ভোজভাত আনন্দ মনেৰে খাবৰ বাবে। এই মেজিৰ ভোজৰ আয়োজন চলে ৰাতি। কিছুমান ঠাইত এই ভোজত নাৰীৰ অংশ গ্ৰহণ নিষিদ্ধ। কিন্তু বেছিভাগ স্থানতে নাৰী-পুৰুষ, ল'ৰা-ছোৱালী সমন্বিতে সকলোৱে মেজিৰ ভোজত অংশগ্ৰহণ কৰে আৰু ই হৈ পৰে সমূহীয়া ভোজনৰ এক সাৰ্বজনীন বৃহৎ উৎসৱ। নাৰী আৰু ল'ৰা-ছোৱালীক বাদ দি এনে সমূহীয়া ভোজৰ আনন্দ সম্পূর্ণ হয় বুলি কোৱা টান। সমূহীয়া ভোজৰ এই অনুষ্ঠানটোত ভাত, আঞ্জা এইবোৰৰ বহুবিধ আয়োজন চলে। মাছ-মাংসৰ পয়োভৰ হয় বেছি। শীতত শাক-পাচলিৰ যোগান অসীম হোৱা বাবে আৰু ক'তো আকাল নথকা বাবে এই সমূহীয়া ভোজে প্ৰকৃত ভোগালী অৱস্থাৰ পৰিচয় দাঙি ধৰে। মাঘ বিহুক ভোগালী বিহু বোলাৰ কাৰণো এইটোৱেই। ভোজভাতৰ উপৰি মাঘ বিহুত আয়োজন কৰা খাদ্য সম্ভাৰ আৰু জলপানৰ তালিকাখন অতি দীঘলীয়া। তিলপিঠা, ঘিলা পিঠা, চুঙা পিঠা, ক্ষীৰ পিঠা, চিৰা, মুৰি, আখৈ, হুৰুম (কেৱল উজনি অসমৰ) আদিৰ উপৰি অসমৰ বিভিন্ন স্থানত আয়োজন কৰা হয় পৰম্পৰাগত পদ্ধতিৰে উৎপাদিত সাজপানীৰ। অজনজাতীয় সকলে সাধাৰণতে সাজপানী নাখায়।

ভোগালী বিহুৰ ভোজ-ভাতৰ পৰ্বৰ আয়োজন সম্পূর্ণ হোৱাৰ পিছত সাধাৰণতে পিতৃ পূজা কৰা মংগোলীয় সম্প্ৰদায়ৰ লোকসকলে পিতৃ পুৰুষলৈ বন্তি জ্বলাই কল-পতুৱাৰ দোৰোলাত এসাজ ভাত আগবঢ়ায়। ইষ্ট দেৱতা তথা বুঢ়া ডাঙৰীয়াৰ প্ৰতিও বন্তি জ্বলাই সেৱা জনায়। আনহাতে, ভোজৰ থলীত পূৱফালে পতা থাপনাত মাহ, প্ৰসাদ, ফল-মূল আদি নিৰামিষ নৈবেদ্যৰ শৰাই পাতি ভগৱন্তৰ প্ৰতি সেৱা আগবঢ়োৱা হয়। এয়া সকলো সম্প্ৰদায়ৰ লোকে

*নিজা নিজা ভাবে আয়োজন কৰা ইষ্ট দেৱতাৰ স্মৰণ। কোনো কোনো লোকে এই সময়তে ভূত-প্ৰেত আদিৰ বাবেও এডোৰোলা ভোজ-ভাত উচৰ্গা কৰে* বা নিজ নিয়মেৰে পূজা আগবঢ়ায়। সম্ভৱতঃ লোক বিশ্বাসত এনে এটা ধাৰণা থাকিব পাৰে যে ভোগালী বিহুত কোনো অৱহেলিত হ'ব নালাগে।

ভোগালী বিহুৰ ভোজ ভাত খাই উঠাৰ পিচত বয়স্ক লোকসকলে সাধাৰণতে মেজিতে জুই ফুৱাই ৰাতিটো কটায়। ৰং-ৰহইচৰ নানা খুহুতীয়া অনুষ্ঠান, বিহু নাম আৰু বিহু নাচৰ পয়োভৰ চলে গোটেই নিশা। যিবোৰ জনগোষ্ঠীৰ মাজত ভোগালী বিহুৰ উৰুকাৰ ৰাতি ৰাজহুৱা ভোজমেলত নাৰীৰ প্ৰৱেশ নিষিদ্ধ, সেইবোৰ জনগোষ্ঠীৰ মাজত এনে নিষিদ্ধকৰণৰ মূল কাৰণ হ'ল পুৰুষসকলৰ মুক্ত আৰু বাধাহীন নাম-নাচৰ পৰিৱেশ। এনে পৰিবেশত নাৰীয়ে উপভোগ কৰিব নলগীয়া কথাও থাকিব পাৰে। আনহাতে, সাজ-পানীৰ পয়োভৰে বুঢ়া-ডেকাৰ নাচৰ অঙ্গী-ভঙ্গী আৰু নামৰ বিষয়-বস্তুৰ পৰিসীমা চেৰোৱা কথা নাৰীৰ বাবে অশ্ৰাব্য হ'বও পাৰে।

**মেজি দাহ ঃ**

সাধাৰণতে মেজিৰ পবিত্ৰ আহুতি অনুষ্ঠানটো সকলো বয়সৰ পুৰুষ, নাৰীৰ বাবেই মুক্ত। নাম প্ৰসঙ্গ আৰু অগ্নিত আহুতি প্ৰদানত সকলোৰে সমান সুবিধা। আনহাতে, বুঢ়া আৰু বয়স্কসকলে সকলো ক্ষেত্ৰতে নেতৃত্ব ললেও কম বয়সীয়া, গজলীয়া ডেকাহঁতে মূল মেজিৰ ওচৰতে ডেকাসকলৰ বাবে সুকীয়া মেজিঘৰ নিৰ্মাণ কৰা দেখা যায়।

মেজিৰ উপলক্ষ্য অগ্নিত আহুতি দিয়া। গতিকে মেজিত বিহু নাম-প্ৰসঙ্গ শাক্ত, শৈৱ, বৈষ্ণৱ আদি কোনো নিৰ্দিষ্ট ধৰ্মীয় ধাৰাত নহয়। অগ্নিত পূজা দিয়াৰ উদ্দেশ্যেটো যিহেতু পুৰণি, শস্য আৰু সম্পদ বৃদ্ধি কৰা, উৰ্বৰতা ৰক্ষা কৰা– গতিকে বুঢ়া ডাঙৰীয়া (শিৱ-মহাদেৱ) আৰু কলীয়া গোসাঁই (শ্ৰীশ্ৰীকৃষ্ণ) নামৰ মাজত সোমাই পৰিলেও আহুতি দিয়া হয় অগ্নিতহে। অন্য পূজা সেৱাৰ ব্যৱস্থা মেজিৰ ভিতৰত নাথাকে।

মেজিৰ ভোজ-ভাত খোৱাটো সমূহীয়া খেলৰ নিয়মমতে সাধাৰণতে হয় যদিও পৰিয়ালৰ বন্ধু-বান্ধৱৰ মাজত ভোজ-ভাত খোৱাত সাধাৰণতে কোনো নিষেধ নাথাকে। ভোজ-ভাত খাই, বিহু মাৰি, ৰং ৰহইচ কৰি বিহুৰ দিনা পুৱাই কেবাটাও কাম পৰিয়ালৰ মানুহে কৰে। প্ৰথম কাম উপজি পুৱাতে বাৰীৰ ফল-মূল লগা গছত ধানখেৰেৰে বান্ধ দিয়া হয়। কোনো কোনোৱে

বাঁহৰ কাঠী, মৰাপাট আৰু খেৰেৰে তামোল, নাৰিকল আদি গছতে বান্ধ দিয়ে। দোকমোকালিতে পৰিয়ালৰ সকলো পুৰুষ আৰু ল'ৰা-ছোৱালীয়ে গা-পা ধুই, চাফা কাপোৰ পৰিধান কৰি মেজিলৈ যায়। মেজিত গাৱঁৰ মুখিয়াল লোক তথা গাঁওবুঢ়াই ৰাইজৰ হৈ সমূহীয়া প্ৰাৰ্থনা জনায়। মাহ্-প্ৰসাদ তিল, ফুল, ফল আদিৰে অগ্নিত আহুতি দিয়া হয়। ইয়াৰ পিছত সমূহীয়া হৰিধ্বনি দি মেজিত অগ্নি সংযোগ কৰা হয়। ঘৰুৱা ভাৱেও পবিত্ৰ অগ্নিত আহুতি দিয়া দেখা যায়।

মেজি দাহ পৰম্পৰা অনুসৰি বিহুৰ দিনা অৰ্থাৎ উৰুকাৰ পিছদিনা দোকমোকালিতে কৰা হয়। কিন্তু কিছুমান ঠাইত মেজি ঘৰ বা ভেলা ঘৰটো প্ৰথম দিনাই দাহ কৰা নহয়। গাৱঁৰ ডেকা-বুঢ়াই জুই ফুৰাবৰ কাৰণে কেবাদিনো মেজি ঘৰটো ৰাখি থয়। এনে দৰে যিসকলে ভেলাঘৰ ৰাখে তেওঁলোকে প্ৰতি দিনেই ৰাতি নাম-প্ৰসঙ্গ কৰে আৰু ভোজ ভাত খায়। আনহাতে সাত দিনৰ দিনা গাঁৱৰ সকলো ৰাইজৰ উপস্থিতিত এটা বৰভোজ খাই পিচদিনা পুৱা মেজিত অগ্নি সংযোগ কৰে। মেজিৰ জুই ফুওৱা কাৰ্যত, মেজি ৰখা কাৰ্যত তথা ৰাজহুৱা ভোজত গাঁৱৰ সকলো পৰিয়ালৰে প্ৰতিনিধি থকাটো বাঞ্ছনীয়।

নাম প্ৰসঙ্গ ঃ

মেজি দাহৰ আগতে কিছুমান ঠাইত নাম গোৱা হয় আৰু হৰিধ্বনি দি মেজিত অগ্নি সংযোগ কৰা হয়। কিন্তু কিছুমান ঠাইত নামনি অসমত মেজিত অগ্নি সংযোগ কৰাৰ পিছত ৰাইজ সমবেত হৈ নেগেৰা, খোল, তাল লৈ নাম গায়। এই নাম প্ৰসঙ্গ সম্পূৰ্ণ ৰূপে বৈষ্ণৱ ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে।

মেজি জ্বলোৱাৰ পিছত সাধাৰণতে গাৱঁৰ ৰাইজ নামঘৰত গোট খায়। নাম প্ৰসঙ্গত খোল, ভোৰতাল, নেগেৰা আদি বজায়। এনে নাম প্ৰসঙ্গ মাত্ৰ এদিনেই কৰা হয় তেনে নহয়। কোনো কোনো স্থানত নাম প্ৰসঙ্গ সম্পূৰ্ণ মাঘ মাহ ধৰি চলে।

যিবোৰ গাঁৱত এসপ্তাহ ধৰি মেজি ঘৰ ৰাখে তাত ৰাতি নাম প্ৰসঙ্গ কৰা হয়-গোটেই ৰাতি হৰি নাম গোৱাৰ এই প্ৰথাটো মধ্য অসমৰ বহু ঠাইতে এতিয়াও বিদ্যমান। উজনি অসমত মেজি জ্বলোৱাটো সম্পূৰ্ণ লৌকিক অগ্নি পূজা। ইয়াত মেজি জ্বলোৱাৰ আগতে নানা ৰং-ৰহইচৰ উপৰি বিহুৰ ঢোল বজাই বিহু মৰাও দেখা যায়।

*ভোগালীৰ ভোগ আৰু খেল-ধেমালি :*

*মাঘৰ মেজিত জুই দিয়াৰ পিছদিনা দিনত ভাত খোৱা নহয়। চিৰা, পিঠা,* দৈ আদি প্ৰধান খাদ্য। এই চিৰা-পিঠা-দৈৰ উপৰি সকলো সুস্বাদু খাদ্য প্ৰস্তুত কৰি বন্ধু-বান্ধৱক খুউৱাটো সকলো পৰিয়ালৰ আনন্দৰ কথা।

দোক-মোকালিতে মেজিত জুই দিয়াৰ পিছত ঘৰৰ বুঢ়া-মেথা সকলোৱে মোৱা আলু, কাঠ আলু খোৱাটো নিয়ম। মেজিৰ ভোজৰ দিনাও মোৱা আলু খায়। মাঘ বিহুত মোৱা আলু, কাঠ আলু নাখালে মস্তিস্কৰ বিকাশ নহয় বা অমঙ্গল হয় বুলি ভবা হয়। এই কথাটোৱে মাঘ বিহুৰ লগত জনজাতীয় উপাদান সাঙোৰ খোৱাৰ বা সুপ্ৰাচিন কালতে সকলো জনজাতি হৈ থকা সময়তে মাঘ বিহুৰ উৎপত্তি হোৱাৰ ইঙ্গিত দিয়ে।

জনজাতিসকলৰ ভিতৰত বড়ো-কছাৰী, তিৱা, দেউৰীসকলে মাঘ বিহু, বহল ভাবে দেউৰীসকলৰ 'মঘায় উৎসৱ মাঘবিহু। নিজা বৈশিষ্ট্যসম্পন্ন উৎসৱ। কছাৰীসকলে মাঘ বিহু অনুষ্ঠানটোত গৰখীয়াক প্ৰাধান্য দিয়ে। মেজি নিৰ্মাণ তথা মেজি জ্বলোৱাত গৰখীয়াৰ মূলজনে নেতৃত্ব দিয়ে। দোক-মোকালিতে কাউৰীয়ে কা নকৰোতেই মেজিত জুই দিয়া হয়। ভেলা ঘৰক 'বিলাঘৰ' বা বিলাঘুৰ' বুলি তেওঁলোকে কয়। অজনজাতিৰ ক্ষেত্ৰত গাৱঁৰ মুখিয়াল মুনিহসকলে যি নেতৃত্ব লয় সেই কাৰ্যত কছাৰীসকলে নিজ পৰম্পৰা অনুসৰিহে চলে। ভেলাঘৰত অগ্নি সংযোগ কৰোতে গাঁৱৰ গৌৰৱ, ঐশ্বৰ্য, জীৱজন্তুৰ কল্যাণ, মানুহৰ কল্যাণ, শস্যৰ কল্যাণ বিচাৰি প্ৰাৰ্থনা কৰা হয়।

**বিহু ক্ৰীডা :**

মাঘ বিহুৰ লগত প্ৰাচীন কালৰে পৰা নানা ধেমালি আৰু খেল জড়িত হৈ আছে। মাঘ বিহুত অতীজতে সমৰ-কলা তথা শৰীৰ কলাৰ প্ৰতিযোগিতা অৰ্থাৎ মালযুঁজ, যাঠি দলিওৱা, তৰোৱাল যুঁজ আদি অনুষ্ঠিত হৈছিল। আজিকালিও কিছুমান স্থানত ৰাজহুৱা ভাবে ভোগালী বিহুৰ খেল-ধেমালিৰ আয়োজন কৰা হয়। ম'হ যুঁজ, কণী যুঁজ আদিৰ উপৰি দৌৰ, জাপ, নাও খেল, আদিৰ আয়োজনো কিছুমান স্থানত হয়।

**ব্যংগ যুঁজ :**

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে মাঘ বিহুত ঘৰ আৰু গাঁও শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষাৰ বাবে সজাগতা বৃদ্ধি কৰাটো অতীজৰে পৰা চলি অহা এটা পৰম্পৰা।

মেজি জ্বলোৱাৰ এসপ্তাহ আগৰে পৰাই গাঁৱৰ উঠি অহা ডেকাই নৈৰ বালি চাপৰিত সমৰ-কলাৰ আখৰা কৰাটো এসময়ত নিয়ম আছিল। এসময়ত ব্যংগ যুঁজ বা কৃত্রিম যুঁজৰ আয়োজনো কৰা হৈছিল। গৃহস্থৰ বস্তু এনে ব্যংগ যুঁজত কাঢ়ি নিয়া আৰু গৃহস্থই তাক সুৰক্ষিত কৰাটো এক প্ৰকাৰ ব্যংগ-খেমালি বা ব্যংগ-যুঁজ। কিন্তু কালক্ৰমত ইয়েই মেজি বিহুত চুৰ কৰা বা ডকা দিয়া ব্যভিচাৰত পৰিণত হৈছে। মাঘ বিহুৰ পৰম্পৰাৰ লগত সঙ্গতি ৰাখি এই ব্যংগ-যুঁজক খেমালি ৰূপত প্ৰতিষ্ঠা কৰিলে ই ব্যভিচাৰ বোধ কৰাত সহায়ক হ'ব।

ব্যংগ-যুঁজ সম্পৰ্কে ধাৰণা থকা লোকেহে কৰিব পাৰে ? চোৰ-ডকাইতৰ দৰে দুষ্কাৰ্যত লিপ্ত লোকৰ বাবে এই কাম নহয়। ভ্ৰষ্টাচাৰী লোকৰ হাতত পৰি ৰং-খেমালিৰ অনুষ্ঠানটো সম্প্ৰতি এক অভিশাপ স্বৰূপ হৈছে। গতিকে এনে দুষ্কৃতিৰ লগত মাঘ বিহুৰ কোনো সম্পৰ্ক আছে বুলি কব নোৱাৰি।

**মাঘ বিহুৰ সন্মিলন ঃ**

আজি-কালি মাঘ বিহুৰ বিপুল আয়োজনেৰে সন্মিলন অনুষ্ঠিত কৰাৰ পয়োভৰ দেখা গৈছে। এনে সন্মিলন সাধাৰণতে নৈৰ পাৰৰ বাকৰিত নাইবা বৰ বৰ পথাৰত বিপুলায়তন মেজি আৰু ভোজৰ আয়োজনেৰে সাৰ্বজনীন অনুষ্ঠান হিচাপে আয়োজিত হয়। নগৰীয়া সভ্যতাৰ বিকাশৰ লগে লগে, গাঁৱৰ শিপাৰ পৰশ হেৰুৱাই নগৰত বাস কৰা লোকসকলে মাঘ বিহুৰ আয়োজন সমূহীয়া ভাবে কৰিবলৈ লোৱাৰ পৰাই এনে মাঘ বিহুৰ সন্মিলনৰ প্ৰভাৱ বাঢ়িছে। এনে সন্মিলনৰ তিনিটা ইতিবাচক দিশ আছে। প্ৰথমটো পৰম্পৰাগত খাদ্যৰ প্ৰদৰ্শন আৰু প্ৰতিযোগিতা। দ্বিতীয়টো পৰম্পৰাগত খেল-খেমালি, শৰীৰ চৰ্চাৰ প্ৰদৰ্শন আৰু প্ৰতিদ্বন্দ্বিতা। তৃতীয়টো থলুৱা ভাবে উৎপাদিত কৃষিজাত সামগ্ৰীৰ উপৰি সাজ-পাৰ আদিৰ প্ৰদৰ্শন আৰু প্ৰতিযোগিতা। মাঘ বিহুৰ বিপুল আয়োজনে সামাজিক ঐক্য দৃঢ়তৰ কৰাৰ লগে লগে থলুৱা ক্ৰীড়া, থলুৱা খাদ্য আদিৰ সংৰক্ষণ তথা উন্নতিৰ ক্ষেত্ৰত সুস্থ পৰিৱেশ ৰচনা হ'ব।

# দ্বিতীয় অধ্যায়

## পঞ্চম ভাগ

## কাতি বিহু বা কঙালী বিহু

*কাতি বিহু বা কঙালী বিহু অতি তাৎপৰ্যপূৰ্ণ সময়ত শৰৎ কালত অনুষ্ঠিত* কৰা হয়। আহিন মাহৰ শেষ দিনা বা আহিন কাতিৰ দোমাহীৰ দিনা কাতি বিহুৰ আয়োজন কৰা হয়। কাতি বিহুত কিছুমান আনুষ্ঠানিকতা পালন কৰা হয় আৰু আনন্দ উলাহো নথকা নহয়; কিন্তু বহাগ বিহু আৰু মাঘ বিহুৰ দৰে এই কাতি বিহুত ৰং-ৰহইচে প্ৰাধান্য নাপায়। খাদ্য সামগ্ৰীৰ পয়োভৰো কমে। সেই কাৰণে এই বিহুক কঙালী বিহু বুলি অভিহিত কৰা হয়।

কাতি বিহুৰ আয়োজন কৰা হয় সেউজীয়া ধাননিত লখিমী ধানে থোৰ মেলাৰ সময়ত। ধানৰ থোৰ বা গেৰ মেলাৰ সময়ত শইচৰ মঙ্গল কামনা কৰাটো এই কৃষি উৎসৱৰ প্ৰধান লক্ষ্য। কাতি বিহুৰ প্ৰধান আনুষ্ঠানিক কৰ্ম হ'ল (এক) তুলসী পূজা। তুলসী তলৰ চোতালৰ আগত বন্তি প্ৰজ্বলন কৰি এই পূজা লৌকিক নিয়মেৰে কৰা হয়। তুলসী পূজাৰ নামো আই নাম বা ধাই নামৰ দৰে লয় আৰু কোমলতা যুক্ত। যেনে ঃ

তুলসী তুলসী অ' আই তুলসী
তুমি গোবিন্দৰে প্ৰিয়া।
কোন পথে কানাই যায়।
অ' আই ! তৎকালে সমিধান দিয়া।।

(দুই) সন্ধ্যা তুলসী তলত নাম গোৱাৰ উপৰি কাতি বিহুত আকাশ-বন্তি লগোৱা হয়। সম্ভাব্য উদ্দেশ্য কীট-পতঙ্গ নাশ আৰু শস্যৰ তথা পৰিয়ালৰ মঙ্গল কামনা। (তিনি) আনহাতে, কাতি বিহুৰ নিশা পথাৰত বন্তি প্ৰজ্বলন কৰা হয়। বন্তি প্ৰজ্বলনৰ অৰ্থও শস্যৰ ক্ষতিকাৰক কীট-পতঙ্গ নাশ কৰি গেৰ মেলা শস্যৰ মঙ্গল কামনা কৰা।

সামগ্ৰিক বিচাৰত কাতি বিহু হ'ল শস্যৰ মঙ্গল কামনা কৰা এক প্ৰকাৰ লখিমী উৎসৱ। লক্ষ্মী পূজাত বা লখিমী সবাহত যি ভাব-ভক্তিৰে শস্যৰ মঙ্গল

কামনা কৰা হয়, এনে ভাৱ ভক্তিৰে কাতি বিহুতো শস্যৰ মঙ্গল কামনা কৰা হয়।

কোনো কোনো ঠাইত কাতি বিহুত কেবা দিনৰ বাবেও পথাৰৰ মাজত আকাশ- বন্তি জ্বলোৱা হয়। নাইবা এডাল বাঁহ গছ পুতি তাৰ স্তৰি/ নিয়মিত বন্তি প্ৰজ্বলন কৰা হয়। কোনো কোনো স্থানত বাঁহৰ লাখুতি বা এচাৰি এডাল ঘূৰাই ঘূৰাই মন্ত্ৰ মাতি পথাৰত শস্য-বিনাশী গান্ধী আদি পোকৰ বিনাশ কামনা কৰা হয়। এই সময়ত কছাৰী বা বড়ো মূলৰ সকলো জনগোষ্ঠীয়ে শস্যৰ কল্যাণ কামনা কৰি সিজু গছৰ তলত চাকি দিয়ে।

কাতি বিহুত সাধাৰণতে গাঁৱৰ পুৰুষ-মহিলাই পথাৰৰ মাজত ধান চাবলৈ যায় আৰু ধাননিৰ সৌন্দৰ্য উপভোগ কৰাৰ মাজতে আলিত বহি ৰবাব টেঙা খোৱাটো এটা নিয়ম। দিনত শস্য চোৱা আৰু নিশা বন্তি প্ৰজ্বলন কৰা কাৰ্যই শস্যৰ সুৰক্ষাৰ চেতনা বৃদ্ধি কৰে। সন্দেহাতীত ভাৱে এই কথা সত্য যে এনে কাৰ্যসমূহে শস্যৰ অনিষ্টকাৰী পোক-পতঙ্গ সম্পৰ্কে কৃষকক জাননী দিয়ে আৰু সেইবোৰ বিনাশৰ বাবে চেতনা বৃদ্ধি কৰে।

সকলো দিশ সামৰি অধ্যয়ন কৰিলে আমাৰ চকুত পৰে যে কাতি বিহু হ'ল এক বিশুদ্ধ কৃষি উৎসৱ। ধাম-খুমীয়া, আনন্দোচ্ছল পৰিবেশ নাথাকিলেও ই তুলসী তলৰ বন্তি গছৰ দৰেই পবিত্ৰ, মঙ্গলকামী চেতনাৰে মানুহক উদ্বুদ্ধ কৰে।

# দ্বিতীয় অধ্যায়

## ষষ্ঠ ভাগ

# কৃষি উৎসৱ ঃ ক্ষুদ্ৰ পৰিসৰত অনুষ্ঠিত

## (এক) হুদুম দেওৰ পূজা

হুদুম দেওৰ পূজা সমগ্ৰ অসমতে অনুষ্ঠিত নহয়। অসমৰ বাহিৰত উত্তৰ-বঙ্গ, বাংলাদেশৰ ৰংপুৰ দিনাজপুৰ আৰু পশ্চিম বংগৰ দিনাজপুৰত এই উৎসৱ পালন কৰা হয়। অসমত মাত্ৰ পশ্চিম গোৱালপাৰাত এই উৎসৱ পালন কৰা হয়।

হুদুম দেও পূজা কোনো প্ৰাচিন বিশ্বাসৰ আধাৰত বৰ্তি থকা এক উৰ্বৰতা কৃষ্টি। বৃষ্টি উৰ্বৰতাৰ প্ৰতীক, বৃষ্টি নহ'লে কেতিয়াও খেতি নহয়। গতিকে যৌনতা (উৰ্বৰতা) আৰু বৃষ্টিৰ সম্পৰ্ক ঐন্দ্ৰজালিক। যৌন নৃত্যৰ জৰিয়তে বৃষ্টি নমাই আনিব পাৰি, এনে এটা লোক বিশ্বাসৰ আধাৰত গঢ় লৈ উঠিছে হুদুম দেও পূজা।

**পূজাৰ স্থান ঃ**

হুদুম দেওৰ পূজা থলী নিৰ্জন পথাৰ। জন-সমাগম নথকা পথাৰ, বিশেষ ভাৱে খেতি পথাৰৰ স্থান সাধাৰণতে হুদুম পূজাৰ বাবে বাছনি কৰা হয়। পূজাৰ স্থান গাৱঁৰ পৰা বা জন-বসতিৰপৰা আঁতৰত বাছনি কৰাই সাধাৰণ নিয়ম। কাৰণ নৃত্যৰ ধৰণ বা অৰ্বাচিনতাৰ বাবে গাৱঁৰ সাধাৰণ মানুহে নৃত্য উপভোগ কৰাৰ পৰা আঁতৰি থকাৰ সুবিধা কেৱল গাঁৱৰপৰা দূৰত হ'লেহে সম্ভৱ।

**পূজাৰ পদ্ধতিঃ**

হুদুম পূজাত কোনো পুৰোহিত নাথাকে। পুৰুষৰ ভূমিকাও এই পূজাত নাই বা গৌণ বুলিব পাৰি।

হুদুম পূজাত অতীজতে হুদু এটা জন-সমাগমহীন পথাৰত বান্ধি লৈ তাৰ চাৰিও কালে অন্ধকাৰ ৰাতি নগ্ন নৃত্য নাচি নাৰী সকলে বৃষ্টিৰ কামনা কৰিছিল।

আজি-কালি হুদুম পূজাত ব্যৱহাৰ কৰিবৰ বাবে হুদু বিচাৰি পোৱা টান। হুদুৰ সলনি আজি-কালি এজোপা কলগছকে হুদুম খুটি হিচাপে ব্যৱহাৰ কৰা হয়। কলগছ স্বাভাৱিকতে উৰ্বৰতাৰ প্ৰতীক— ই সহজ বংশ বিস্তাৰৰ প্ৰতীকী অৰ্থ বহন কৰে।

হুদুম পূজা পুৰোহিতৰ বদলি মাত্ৰ এটা সন্তানৰ মাতৃ- নতুন মাতৃ, অৰ্থাৎ উৰ্বৰতাৰ প্ৰমাণ থকা এগৰাকী নাৰীয়ে নেতৃত্ব লয়। অনাবৃষ্টিৰ ফলত দুৰ্বিসহ হৈ পৰা বতৰত ঘোৰ অন্ধকাৰ ৰাতি এনে এগৰাকী মাতৃয়ে একে উশাহতে হুদুম খুটি পোতাৰ নিয়ম। জন বিশ্বাস আছে যে হুদুম খুটি পোতাৰ মাত্ৰ তিনি দিনৰ ভিতৰতে বৰষুণ হয়।

তিনি দিনৰ ভিতৰত যদিহে বৰষুণ নহয়, তেতিয়া তিৰোতা সকলে হুদুম খুটিৰ চৌপাশে বিবস্ত্ৰা হৈ অন্ধকাৰ নিশা নৃত্য কৰাৰ নিয়ম। জন বিশ্বাস আছে যে এনে নৃত্যৰ ফলত বতৰৰ ওপৰত প্ৰভাৱ পৰে, বৃষ্টিপাত হয়।

সাতজনী অকুমাৰী ছোৱালীয়ে সাতঘৰ মানুহৰপৰা সাত ঘটি পানী আনি পূজা থলীত ছটিয়ায়। অকুমাৰী ছোৱালীবোৰে হালোৱা আৰু গৰুৰ ভূমিকা লৈ, নাঙলেৰে হুদুম খুটিৰ চৌদিশৰ পথাৰখন চাহ কৰাৰ নিয়ম।

পুৰুষসকল হুদুম দেও পূজা থলীলৈ নাহে। মাত্ৰ ঢাক বজোৱা বা ঢুলুকি বজোৱা সকল অহা নিয়ম। তাকো তেওঁলোকে আন্ধাৰতো চকু বান্ধিহে থাকিব লাগে। তিৰোতাসকলে পুৰুষসকলক ঘৰত খুৱাই-বুৱাই শুৱাই থৈহে হুদুম পূজা থলীলৈ অহা নিয়ম।

হুদুম দেও পূজাৰ নৃত্য আৰু গীত ৰুচিৰ বিচাৰত অশ্লীল, যৌন উদ্দীপক, এনে নৃত্য-গীতৰ উদ্দেশ্যে কিন্তু অশ্লীলতা সৃষ্টি নহয়। পুৰুষক আঁতৰাই ৰখাটোৱেই প্ৰমাণ কৰে যে এনে নৃত্য-গীত সম্পূৰ্ণ ৰূপে ঐন্দ্ৰজালিক (মেজিকেল) প্ৰভাৱ বিস্তাৰৰ উদ্দেশ্যে উৰ্বৰা নাৰীয়ে অনুষ্ঠিত কৰে। লোক কৃষ্টিৰ উপাদান হিচাপে এই পূজাৰ গীতসমূহ গোৱালপৰীয়া লোকগীতৰ সমপৰ্যায়ৰ।

অনুষ্ঠান হিচাপে হুদুম দেও পূজা উত্তৰ-পূৰ্বাঞ্চলৰ সাংস্কৃতিক জীৱনত একক বৈশিষ্ট্যপূৰ্ণ। উত্তৰ-পূৰ্বাঞ্চলৰ অৰুণাচলৰ কোনো কোনো সম্প্ৰদায়ৰ মাজত যৌন-নৃত্যই উৰ্বৰতা বৃদ্ধি কৰে বুলি এতিয়াও বিশ্বাস কৰা হয়। আনহাতে, অসমীয়াৰ বিহুৰ লগত উৰ্বৰতা কৃষ্টিৰ সম্পৰ্ক অতি নিবিড়। চ'তৰ বিহু ৰাতি-ৰাতি পথাৰৰ মাজত অনুষ্ঠিত কৰাৰ পৰম্পৰাটো অতি প্ৰাচীন— ই পথাৰৰ উৰ্বৰতা বৃদ্ধিৰ বাবে যৌন-নৃত্য, উদ্দীপক গীত-মাতৰ প্ৰাচুৰ্যৰ আমদানি কৰে। ই আজিৰ বিচাৰত অশ্লীলতা; কিন্তু ঐন্দ্ৰজালিক বিচাৰত এক অনিবাৰ্যতা। হুদুম দেও পূজাৰ অশ্লীলতাও একে ধৰণৰ অনিবাৰ্যতা মাত্ৰ।

# (দুই) ভেকুলী বিয়া, পুতলা বিয়া

ভেকুলী বিয়া বৰষুণৰ বাবে অনুষ্ঠিত কৰা আন এক কৃষি উৎসৱ। গছ পূজা, পুতলা বিয়া আদি প্ৰতীকী বিয়া বিলাক মূলতঃ বৃষ্টিৰ কামনা কৰি মুকলি স্থানত বিয়া পাতি বৃষ্টি নমাই অনাৰ ঐন্দ্ৰজালিক আখৰা। মানুহৰ এক বিশ্বাস আছে যে বিয়া হ'লে বৰষুণ আহে। এনে বিশ্বাসৰ আধাৰতে বৃষ্টিৰ কামনাৰে বিবাহ কাৰ্য সম্পন্ন কৰা হয়। ভেকুলীয়ে টোৰটোৰালে বৰষুণ হয় বুলি এটা লোক-বিশ্বাস আছে। এই লোক-বিশ্বাসেই ভেকুলী বিয়াৰ আধাৰ।

ভেকুলী বিয়াত সাধাৰণতে পুখুৰী পাৰৰ ভেকুলী দুটা নাইবা দুটা চুকৰ ভেকুলী ধৰি আনি দুঘৰ মানুহত দৰা আৰু কইনা ৰূপে ৰাখি সম্পূৰ্ণ ৰূপে মানুহৰ বিয়া অনুষ্ঠিত কৰাৰ পৰম্পৰা ৰক্ষা কৰি বিয়া পতা হয়।

সাধাৰণতে ফাগুণ-চ'ত মাহত অনাবৃষ্টিৰ সময়ত ভেকুলী বিয়া পতা হয় যদিও খৰাং পীড়িত অৱস্থাত বছৰৰ যি কোনো সময়তে ভেকুলী বিয়া অনুষ্ঠিত কৰিব পৰা যায়।

ভেকুলী বিয়াৰ নামবোৰে ইঙ্গিত দিয়ে যে ইন্দ্ৰ পূজাৰ লগত এনে বিবাহ অনুষ্ঠানৰ এক সম্পৰ্ক এসময়ত কোনো জনগোষ্ঠীয়ে বিচাৰি পাইছিল। ইন্দ্ৰ পূজা সম্প্ৰতি কৰা নহয়; কিন্তু ভেকুলী বিয়া পাতিলে ইন্দ্ৰ দেৱতা সন্তুষ্ট হৈ বিয়ালৈ আহে বুলি ভবা হয়, গতিকে ইন্দ্ৰৰ নিম্নতৰ দেৱতা বৰুণে বৃষ্টিৰ অঞ্জলিৰে বিবাহৰ মঙ্গল কামনা কৰে।

এনে বিয়া নামৰ উদাহৰণ—

(১) 'ৰাম ৰাম
ভেকুলীৰ বিয়ালৈ
ৰাম ৰাম
আহে ইন্দ্ৰদেৱে
ৰাম ৰাম
বতাহ বৰষুণত তিতিহেঁ।'

(২) 'খহুলা ভেকুলীৰ
বিয়া এ,
ইন্দ্রে বৰষুণ
দিয়া এ।"

এনেবোৰ গীতত লোক-বিশ্বাস অনুসৰি ইন্দ্র দেৱতাকহে বৰষুণ দিবৰ বাবে খাটনি ধৰা হৈছে। ঈশ্বৰ নাইবা কোনো ইন্দ্রতো অধিক শক্তিশালী দেৱতাক নহয়। ইন্দ্র পূজাৰ পুৰণি পৰম্পৰা নাথাকিলে এনে নহয়।

ভেকুলী বিয়াৰ আচাৰ-অনুষ্ঠান অসমীয়া মানুহৰ মূল বিয়াৰ অনুগত। ইয়াৰ নামবোৰৰ সুৰ-ঠেউকি মূল বিয়াৰ লগত সম্পূর্ণ একে॥

# তৃতীয় অধ্যায়

## প্ৰথম ভাগ

# নামনি অসমৰ লোক উৎসৱ

## ভঠেলি

নামনি অসমৰ বড়োসকলৰ মাজত আয়োজিত খেৰাই উৎসৱ আৰু বৈচাগু উৎসৱ বাদ দিলে অন্য কোনো গীত-মাত, নৃত্য, ৰং-ৰহইচপূৰ্ণ অনুষ্ঠান নাই -যাক ৰঙালী বিহুৰ লগত তুলনা কৰিব পাৰি। তথাপি ভঠেলি, সুৱেৰি, দেউল, পাঁচেটি আদি উৎসৱৰ কথা ক'ব পৰা যায়। এই উৎসৱবিলাক কোনো কোনো অঞ্চলত বিপুল জনপ্ৰিয় আৰু আনন্দমুখৰ পৰিবেশ সৃষ্টি কৰাৰো নজিৰ আছে।

**উৎপত্তি ঃ**

ভঠেলি এক সুপ্ৰাচিন কৃষি উৎসৱ। ভঠেলি শব্দটোৰ উৎপত্তি সম্পৰ্কে নানা মুনিৰ নানা কথা। বেছি ভাগ লোকেই এই কথাত একমত যে ভঠেলি এক প্ৰকাৰ আকাশ বা আকাশস্থিত ইন্দ্ৰ দেৱতাৰ পূজা। আনহাতে কোনো কোনোৱে ইয়াক মদন-কামদেৱ পূজাৰ লৌকিক ৰূপ বুলিও ক'ব খোজে।

ড° বাণীকান্ত কাকতিয়ে ভঠেলি শব্দটো 'ভষ্ঠালিকা' শব্দৰ পৰা আহিছে বুলি কয়। 'ভষ্ঠালিকা' শব্দটোৰ অৰ্থ আকাশ বা আকাশ মণ্ডল। ভঠেলি উৎসৱত পোতা বাঁহ দুডালৰ এডালক মতা পাউৰা আনদালক মাইকী পাউৰা বোলে যদিও ড০ কাকতিয়ে কৈছে যে এই বাঁহ দুডাল ইন্দ্ৰধ্বজৰ থলুৱা আৰ্হি হ'ব পাৰে। এই ইন্দ্ৰধ্বজ ইন্দ্ৰৰ (আকাশ আৰু মেঘৰ দেৱতাৰ) সন্মানাৰ্থে আকাশ মাগলৈ তুলি ধৰা হয়। ড° কাকতিয়ে এই উৎসৱক মহাভাৰতৰ যুগৰ ইন্দ্ৰ পূজা বা ইন্দ্ৰধ্বজ উৎসৱৰ লগত তুলনা কৰি দেখুৱাইছে যে পূৰ্ণিমাৰ সাতদিন আগতে ইন্দ্ৰৰ সন্মানাৰ্থে এক ধ্বজ স্থাপন কৰা হয়। এইটো আদিতে এক কৃষি উৎসৱ আছিল। বাঁহক উৰ্বৰতাৰ প্ৰতীক হিচাপে গণ্য কৰা হয়। বাঁহ দুডালক মতা পাউৰা আৰু মাইকী পাউৰা বোলা হয়। কোনো কোনোৱে পাউৰা (চৰাই)

আৰু কন্যা (নাৰী) বুলিও অভিহিত কৰে। যি নামেৰেই অভিহিত কৰা নহওক এই বাঁহ দুডালে প্ৰতীকী অৰ্থত আকাশ আৰু পৃথিবীক সন্মিলিত কৰে। ড০ গোস্বামীয়ে তেওঁৰ Festival of Assam গ্ৰন্থত কৈছে যে বাজসনেয়ী সংহিতাত আকাশ আৰু পৃথিবীৰ সমন্বয় হ'লেই বৃষ্টি নামে বুলি ব্যাখ্যা কৰিছে। বাঁহ গছে এই সমন্বয় সাধনৰ প্ৰতীক হিচাপে ক্ৰিয়া কৰে। ইয়াৰ/ইন্দ্ৰ উৎসৱৰ এক সংস্কৰণ বা অসমীয়া থলুৱা ৰূপ বলি অভিহিত কৰিব পাৰি।

বাঁহ দুডাল পোতা ভথেলি অনুষ্ঠানৰ লগত মুণ্ডা আৰু চাওঁতালসকলৰ 'ইন্দ্ৰ পৰব' বা ইন্দ্ৰোৎসৱত পোতা শালগছৰ লগত তুলনা কাৰব পাৰি। কিন্তু কি কাৰণে শাল গছৰ স্থান বাঁহ গছে ললে তাৰ কোনো ব্যাখ্যা নাই। ইন্দ্ৰ পূজা সমগ্ৰ ভাৰততে শৰৎকালীন উৎসৱ হিচাপে পালন কৰা হৈছিল। উপকথা অনুসৰি শ্ৰীকৃষ্ণই ইন্দ্ৰৰ দৰ্প চূৰ্ণ কৰি গোবৰ্দ্ধনগিৰি ধাৰণ কৰে। আৰম্ভ হয় গোবৰ্দ্ধন পূজাৰ।

ঋাক বেদত উল্লিখিত ইন্দ্ৰ পূজা নৃত্য, গীত, তৰোৱাল যুদ্ধ আদি অনুষ্ঠানেৰে সমৃদ্ধ জনপ্ৰিয় পূজা। ইন্দ্ৰ সন্তুষ্ট হ'লে অকল বৃষ্টি-পাতেই নহয়, শস্যে-মৎস্যে বসুন্ধৰা সুন্দৰ হয় ! এইটো স্পষ্ট যে কৃষিৰ উন্নতি তথা গো-শক্তিৰ উন্নতিৰ প্ৰশ্ন জড়িত থকা এই উৎসৱ স্বাভাৱিকতে এক কৃষি উৎসৱ। আন এটা প্ৰশ্ন উঠে অসমত ভথেলি উৎসৱৰ সময় লৈ। পৰম্পৰাগত ইন্দ্ৰ পূজাৰ সময় শৰৎ কাল; কিন্তু ভথেলিৰ সময় বসন্ত কাল।

অসমত ইন্দ্ৰ পূজা কেতিয়া চলিছিল ? এই প্ৰশ্নৰ সঠিক উত্তৰ পালে আমি নিশ্চিত হ'ব পাৰোঁ যে পূৰ্বৰ ইন্দ্ৰ পূজাৰ কোনো অৱশেষ বিকৃত অথবা লৌকিক ৰূপত হ'লেও থাকিব পাৰে। দশম শতিকাত ৰচনা কৰা কালিকা পুৰাণত ইন্দ্ৰ পূজাৰ উল্লেখ আছে। ইন্দ্ৰক সন্তুষ্ট কৰিব পাৰিলে শৌৰ্য, বীৰ্য, সম্পদ সকলো লাভ কৰাটো সম্ভৱ।

কামৰূপত যে ইন্দ্ৰ পূজা চলিছিল তাৰো প্ৰমাণ নথকা নহয়। ড° প্ৰফুল্লদত্ত গোস্বামীয়ে বলবৰ্মাৰ এখন লিপিৰ কথা উল্লেখ কৰিছে য'ত শক্ৰোত্থান উৎসৱত এগৰাকী ব্ৰাহ্মণক দান দিয়াৰ কথা লিপিবদ্ধ আছে। এইটোৱে পৰোক্ষ ভাবে প্ৰমাণ কৰে যে শক্ৰোত্থান উৎসৱ অথবা ইন্দ্ৰ পূজাৰ আয়োজন এসময়ত কামৰূপত হৈছিল। তাৰো কোনো সুদূৰ প্ৰতিফলন ঘটাটো কেতিয়াও অসম্ভৱ নহয়। শক্ৰোত্থানৰ সময় হ'ল শৰৎকাল; কিন্তু ভথেলিৰ সময় হ'ল বহাগ মাহ। উৎসৱ একেটাই হ'লে সময়ৰ বা ঋতুৰ ইমান পৰিৱৰ্তন সম্ভৱতঃ নহয়। সম্ভৱ এনেকুৱাও হ'ব পাৰে যে কামৰূপত আৰম্ভণিৰে পৰাই ইন্দ্ৰ পূজা বছৰৰ

আৰম্ভণিতে– বহাগ মাহত হৈছিল। বহু যুগ বাগৰি যোৱাৰ পিচতো এই উৎসৱৰ অৱশেষ ভঠেলিৰ মাজেদি সঞ্চিত আছে। কিন্তু গুৰুত্বপূর্ণ কথাটো হ'ল ইন্দ্র পূজাত পূজা হৈছিল দেৱৰাজ ইন্দ্রৰ; ভঠেলি পূজাত কিন্তু পূজা কৰা হয় কৃষ্ণ বা বিষ্ণুৰ। বর্তমান প্রচলিত ৰূপত ভঠেলিৰ লগত ইন্দ্রৰ সম্পর্ক নাই।

ভঠেলি এক সুপ্রাচিন কৃষি উৎসৱ। পৰম্পৰাগত ভাবে এই উৎসৱত দুডাল দীঘল বাঁহ মাটিত পোতা নিয়ম। এইটো উৎসৱৰ প্রথম প্রধান কর্ম। *ভঠেলিৰ দিনা ল'ৰাবিলাকে পবিত্র স্নান কার্যৰ পিচত দুডাল সেউজীয়া বাঁহ* কাটে। বাঁহ দুডাল ধুই পৰিষ্কাৰ কৰি নির্ধাৰিত ঠাই এটুকুৰাত ৰোপণ কৰা হয়। বাঁহ দুডাল ৰোপণ কৰাৰ সময়ত ঢোল, তাল, শঙ্খ, ঘণ্টা আদি মাঙ্গলিক বাদ্য বজোৱা হয়।

প্রতীকী অর্থত বাঁহ দুডালক পাৰা বা পাউৰা বোলা হয়। ওখ বাঁহ ডালক মতা পাউৰা আৰু চাপৰ ডালক বোলা হয় মাইকী পাউৰা। বাঁহ দুডাল সেই হিচাপে পুৰুষ-স্ত্রী বা দৰা-কইনা বুলি ক'ব পৰা যায়।

এই কথা তাৎপর্যপূর্ণ যে বাঁহ দুডালক প্রতীকী অর্থত দৰা-কইনা হিচাপে গণ্য কৰি এটা বিবাহ অনুষ্ঠান সম্পন্ন কৰা হয়। এই বিবাহ অনুষ্ঠান যে অতি প্রাচিন উর্বৰতা কৃষ্টিৰ চৰিত্র বহন কৰা অনুষ্ঠান তাত সন্দেহ নাই। সমাজৰ সমৃদ্ধ আৰু পৃষ্ঠপোষকতা থকা কালত এই উৎসৱত সম্ভৱতঃ অধিক আনন্দমুখৰ পৰিবেশৰ সূচনা হৈছিল। অনুষ্ঠানটো কেতিয়াৰপৰা প্রথম প্রচলিত হৈছিল তাৰ কোনো ইতিহাস নাই। গতিকে এইটো অনুমান কৰিব পাৰি যে ভঠেলি নামত প্রচলিত এটা আদিম অনুষ্ঠান। ভষ্ঠালিকা নামৰ পৰা ভঠেলি উৎপত্তি হোৱালৈ চাই ইয়াত আকাশ বা ইন্দ্রৰ লগত একাত্মতা প্রকাশ কৰি বৃষ্টিৰ কামনা কৰা হয়; কিন্তু পথাৰত, সিংহাসনত বিষ্ণু বা কৃষ্ণৰ মূর্তি স্থাপন কৰাটোৱে বুজায় বিষ্ণু বা কৃষ্ণক প্রাধান্য দিয়াৰ কথা। আদিতে যদিও ই ইন্দ্রপূজা আছিল পিচলৈ ই পৰিবর্তিত হ'ল বিষ্ণু বা কৃষ্ণ পূজালৈ। এফালে উর্বৰতা কৃষ্টি আৰু আনফালে এক ঈশ্বৰৰ মহিমা ঘোষণা দুয়োটাৰে সমন্বয় ঘটিল এই উৎসৱত। প্রাচিন অংশটো বাঁহ পূজা বা ইন্দ্র পূজা। পিচৰ অংশটো কৃষ্ণ পূজা। কম বয়সীয়া ল'ৰাবিলাকে নেতৃত্ব লোৱা আৰু ভঠেলি ঘৰ ভঙাৰ সময়ত এখন ব্যংগ যুদ্ধ অনুষ্ঠিত কৰাৰ পৰম্পৰা মন কৰিব লগীয়া। কম বয়সীয়া বা গৰখীয়াৰ বয়সৰ ল'ৰাই অনুষ্ঠানত আগভাগ লোৱাটোৱে কৃষ্ণৰ অনুগামীসকলৰ প্রাধান্যৰ কথাকে সূচায়। বাঁহ দুডালৰপৰা নাতিদূৰত এটা সৰু জুপুৰী ঘৰ নির্মাণ কৰা

হয়, ইয়াৰ ছাল দিয়া [illegible]- [illegible] [illegible]তে। এই জুপুৰীটোক ভঠেলি ঘৰ বোলা হয়। ভঠেলি ঘৰৰ ভিতৰত [illegible] পৰিমাণে ধন আৰু খাদ্য সামগ্ৰী ৰখা হয়

ভঠেলি অনুষ্ঠানত বিষ্ণু আৰু কৃষ্ণক পূজা কৰা হয়। এখন সিংহাসনত পথাৰৰ মাজত বিষ্ণু-কৃষ্ণৰ মূৰ্তি ৰখা হয়। এই সিংহাসনস্থিত বিষ্ণু-কৃষ্ণক সমদল যাত্ৰা কৰি ফুৰাবলৈ নিয়া হয়।

ভঠেলি পূজাৰ থলীত স্থানীয় সা-সামগ্ৰী, *মিঠাই হস্তশিল্পজাত সামগ্ৰীৰ* এখন সৰু-সুৰা মেলা বা বজাৰ বহে। মেলা কোনো কোনো ঠাইত আকৰ্ষণীয় হয়।

আবেলি সময়ত ভঠেলি ঘৰ ভঙাটো ভঠেলি অনুষ্ঠানৰ এক বিশেষ অঙ্গ। সাধাৰণতে গাঁৱৰ সৰু ল'ৰাবিলাকে চিঞৰি চিঞৰি ভঠেলি ঘৰ ভাঙে। 'ভঠেলি শেষ হ'ল' বুলি ঘোষণা কৰি ল'ৰাহঁতে ভঠেলি ঘৰত থকা খুচুৰা পয়ছা আৰু খাদ্য সামগ্ৰী নিজৰ মাজত ভাগ কৰি লয়। আনহাতে এই ভঠেলি ঘৰ ভঙা অনুষ্ঠানতে কেতিয়াবা কেতিয়াবা সৰু-সুৰা ব্যংগ-যুদ্ধও হয়। যেতিয়া অন্য গাঁৱৰ ল'ৰাহঁতে আহি গাঁৱৰ ভঠেলি ঘৰ ভাঙে, তেতিয়া গাঁৱৰ ল'ৰাহঁতে এক কৃত্ৰিম যুদ্ধৰ অভিনয় কৰি সিহঁতক বাধা দিয়ে।

বাঁহ পূজা বা প্ৰতীক দৰা-কইনা সজাই বাঁহৰ বিয়া পতা মূলতঃ এক ধৰণৰ প্ৰচিন উৰ্বৰতা কৃষ্টিৰ পৰম্পৰা বুলি অনুমান কৰাৰ থল আছে। বিবাহ কাৰ্য প্ৰতীকী মাঙ্গলিক অনুষ্ঠান। এই কাৰ্যৰ লগত ভৱিষ্যমুখী সৃষ্টিৰ সম্পৰ্ক সহজ অনুমেয়।

# সুৱেৰি আৰু বাঁহ বিয়া অনুষ্ঠান

উত্তৰ কামৰূপত ভঠেলি অনুষ্ঠিত কৰাৰ সময়তে কামৰূপৰ দক্ষিণ অংশত সুৱেৰি উৎসৱ পতা হয়। সুৱেৰিক কোনো কোনো স্থানত স'ৰি বুলিও অভিহিত কৰা হয়। উৎসৱৰ থলীত ভঠেলিৰ দৰে ওখ বাঁহ দুডাল পোতা নহয়। সুৱেৰিত তাৰ ঠাইত বাঁহৰ খুটা পোতা হয়। এনে খুটাৰ ওপৰ ফালে থকা পাতখিনি কটা নহয়। এই বাঁহ পোতা স্থানে ওচৰৰ বিভিন্ন গাঁৱৰ পৰা অনা পূজ্য দেৱতাৰ মূৰ্তি ৰখা সিংহাসন ৰাখিব লগীয়া স্থানৰ নিৰ্দেশ কৰে। অৰ্থাৎ এই স্থানতে পূজ্য দেৱতাৰ মূৰ্তি বা সিংহাসন স্থাপন কৰা হয়।

সুৱেৰি আৰম্ভ হয় দুপৰীয়াৰ পৰা। পূজা-অৰ্চনা কৰাৰ পিচত আবেলি প্ৰত্যেক গাৱঁৰে নিজ নিজ কৃষ্ণ-বিষ্ণুৰ মূৰ্তি নামঘৰলৈ লৈ যোৱা হয়। গাঁৱলৈ সিংহাসন ওভতাই নিয়াৰ সময়ত গাঁৱৰ ৰাইজ দুভাগত বিভক্ত হয়। এভাগে সিংহাসন মূৰ্তিসহ কঢ়িয়াই নিয়ে। উভতি যাওঁতে বাটৰ দুয়োকাষে হাবি-বন কাটি যায়। আনটো ভাগে বাটত এই উভতি যোৱা কাৰ্যত বাধা আৰোপ কৰে। এখন ব্যংগ-যুদ্ধৰ সূচনা হয়। এই ব্যংগ যুঁজৰ অন্তত গাঁৱৰ প্ৰতিঘৰ মানুহলৈকে গোসাঁই নিয়া হয়। গৃহস্থসকলে সভক্তিৰে বন্তি জ্বলাই গোসাঁই সেৱা কৰে।

ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে সুৱেৰি উৎসৱ প্ৰসংগত উল্লেখ কৰিছে যে কেইটামান দশকৰ আগলৈকে সুৱেৰি উৎসৱথলীত ম'হ যুঁজ, হাতী যুঁজ আদি অনুষ্ঠিত হৈছিল। আজিকালি এনে ৰং-ৰহইচৰ বৰ্ণাঢ্যতা নাই। ই সামাজিক-অৰ্থনৈতিক অনগ্ৰসৰতাৰ ফলো হ'ব পাৰে। পৃষ্ঠপোষকতাবিহীন অৱস্থাত এনে কৃষ্টিৰ বিকাশ স্তিমিত হ'বলৈ বাধ্য।

সুৱেৰি উৎসৱৰ লগত সংগতি ৰাখি এসময়ত সুৱেৰি পূজা থলীত শ্ৰীকৃষ্ণৰ লীলা অভিনয় কৰাটো বহুল ভাবে চলিছিল বুলি অনুমান কৰিব পাৰি। পলাশবাৰী অঞ্চলত সুৱেৰি অনুষ্ঠানত দধি মন্থন ভাওনা এতিয়াও লোক-কলা হিচাপে জীয়াই আছে। এই অনুষ্ঠানত চাৰিগৰাকী ছোৱালী (গোপী) আৰু বাৰজন ল'ৰা (গোপাল বা কৃষ্ণ) ওলায় আৰু এক সুৰম্য নৃত্যৰ আয়োজন কৰে। গোপাল (কৃষ্ণ) হ'ল গৰখীয়া দেৱতা। গতিকে গোপাল আৰাধ্য দেৱতাৰ

থলীলৈ অহাটোৱে বুজায় কৃষ্টিৰ প্ৰধান আহিলা গো-বৰ্গৰ কল্যাণৰ কথা। এই উৎসৱতো প্ৰাসঙ্গিক ভাবে প্ৰতিফলিত হয় কৃষ্ণৰ প্ৰাধান্য।

কছাৰীসকলেও কামৰূপ জিলা আৰু নামনি অসমৰ অন্যান্য ঠাইত ভাইঠেলী অনুষ্ঠান পাতে। ভাইঠেলী পূজাত পথাৰৰ মাজত পূজা স্থলীত ওখ বাঁহ পোতে। বাঁহৰ ওচৰত পূজাৰ নৈবেদ্য, খোৱা সামগ্ৰী আৰু উচৰ্গা কৰা এটা ক'লা পাৰ তথা ক'লা ছাগলী ৰখা হয়। সৎ (ভাল) আৰু অসৎ (বেয়া) শক্তিৰ নিয়ন্ত্ৰক দেৱতাক এই পূজাত অৰ্চনা কৰা হয়। পূজাৰ নৈবেদ্যসহ ক'লা ছাগলী আৰু ক'লা পাৰক নৈত উটুৱাই দি প্ৰতীকী অৰ্থত সকলো অপায়-অমংগল উটুৱাই দিয়া হয়। উল্লেখযোগ্য যে অপায়-অমঙ্গল দূৰ কৰিবৰ বাবে বন্তি আৰু নৈবেদ্যসহ উচৰ্গিত দোৰোলা বা দোনা উটুৱাই দিয়া, নাইবা কেৱল বন্তি উটুৱাই দিয়া একাধিক উৎসৱ আছে। কামৰূপ জিলাৰ গাঁও অঞ্চলত বিভিন্ন সম্প্ৰদায়ে এনে গাঁও ভিত্তিক দোনা বা দোৰোলা উটুৱা অনুষ্ঠান পাতে।

কামৰূপজিলাত মুছলমানসকলৰ কোনো কোনো অংশৰ মাজত বাঁহ-বিয়া বা বাঁস-বিয়া অনুষ্ঠান প্ৰচলিত আছে। এই অনুষ্ঠানত পুতি দিয়া ওখ বাঁহ দুডালক ঠিক ভঠেলিৰ দৰেই দৰা আৰু কইনা হিচাপে গণ্য কৰা হয়। এই বাঁহ-বিয়া অনুষ্ঠানৰ লগত মদন-কামদেৱৰ পূজাৰ বা বাঁহ পূজাৰ মিলো উল্লেখনীয়। মুছলমানসকলৰ মাজত এনে অনুষ্ঠান সম্ভৱতঃ হিন্দুসকলৰ লগত সুদীৰ্ঘকাল সংস্পৰ্শত থাকিও হ'ব পাৰে, নাইবা কোনো কাৰণত ভঠেলি পালন কৰা থলুৱা জনগোষ্ঠীৰ লোক ইছলাম ধৰ্ম গ্ৰহণ কৰি মুছলমান হোৱাৰ ফলতো অতীতৰ পৰম্পৰা হিচাপে বাঁহ পূজা প্ৰচলিত থাকিব পাৰে।

ভঠেলি উৎসৱৰ উৎপত্তি আৰ্যমূলীয় নে নিষাদ-কিৰাতীয় সেই সম্পৰ্কে পণ্ডিতসকলৰ মতানৈক্য আছে। মুণ্ডা আৰু চাওঁতালসকলৰ মাজত প্ৰচলিত ইন্দ্ৰ পৰৱ বা ইন্দ্ৰ উৎসৱৰ লগত ভঠেলিৰ ওখ বাঁহ পোতাৰ মিল আছে। ওখ বাঁহ পোতাটোক আকাশমুখী বৃক্ষধ্বজ বা ইন্দ্ৰধ্বজৰ সমাৰ্থক বুলি অনেকে কয়। মুণ্ডা আৰু চাওঁতালসকলে শাল গছৰ পুলি ইন্দ্ৰ পৰৱত ধ্বজ হিচাপে ৰোপণ কৰে।

## তৃতীয় অধ্যায়

### দ্বিতীয় ভাগ

# বৰপেটা আৰু অন্যান্য স্থানৰ দেউল উৎসৱ

দৰং আৰু নামনি অসমৰ বিভিন্ন স্থানত দেউল উৎসৱ পালন কৰা হয় যদিও সকলো ঠাইতে একে ধৰণে বা একে পৰম্পৰাৰ ভিত্তিত এই উৎসৱ পালন কৰা নহয়। ড০ প্ৰফুল্লদত্ত গোস্বামীয়ে এই কথাৰ প্ৰতি লক্ষ্য ৰাখি বৰপেটা আৰু অন্যান্য ঠাইৰ দেউল উৎসৱৰ মাজত পাৰ্থক্যৰ সীমাৰেখা টানিছে। বৰপেটাৰ দেউল উৎসৱ বিষ্ণু বা কৃষ্ণৰ অৰ্চনাৰ উদ্দেশ্যে কৰা হয়, ই এক বৈষ্ণৱী-পৰম্পৰাৰ অনুষ্ঠান। ভাৰতৰ সকলো ঠাইতে পালন কৰা হোলি উৎসৱৰ ই অসমীয়া বৈষ্ণৱী সংস্কৰণ। বৰপেটাৰ বাহিৰে অন্যান্য স্থানত আয়োজিত দেউল উৎসৱ আনহাতে ভঠেলি উৎসৱৰ পৰম্পৰাত গঢ় লৈ উঠিছে। এইবোৰ দেউল অনুষ্ঠানত বাঁহ ৰোপণৰ এক গুৰুত্বপূৰ্ণ স্থান আছে।

হোলি উৎসৱৰ লগত সংগতি ৰাখি নামনি অসমৰ প্ৰায়বোৰ কৃষ্টি প্ৰধান ঠাইতে দেউল অনুষ্ঠানৰ আয়োজন কৰা হয়। দেউল অনুষ্ঠিত কৰিবৰ বাবে প্ৰায়বোৰ স্থানতে সুনিৰ্দিষ্ট স্থান আছে। দৰং জিলাৰ বিভিন্ন স্থানতো স্থানীয় সৰু সৰু ৰজাবিলাকৰ পৃষ্ঠপোষকতাত জাকজমকতাপূৰ্ণ ভাবে আয়োজিত দেউলৰ পৰম্পৰাগত ভিত্তি ভঠেলি বুলিহে ড০ গোস্বামীয়ে উল্লেখ কৰিছে।

দেউল অনুষ্ঠানটো নামনি অসম আৰু দৰঙৰ প্ৰায়বোৰ ঠাইতে আয়োজিত হয় যদিও এই অনুষ্ঠানৰ স্থানীয় বৈশিষ্ট্য বা বিভিন্নতা অতি প্ৰকট। তথাপি কিছুমান ক্ষেত্ৰত সুস্পষ্ট মিল আছে আৰু একেডাল এনাজৰীৰে এই লোক উৎসৱটিক বান্ধি ৰাখিছে।

এই লোক উৎসৱৰ আয়োজন বহাগ মাহৰ প্ৰায় প্ৰতিদিনেই এখন নহয়, এখন গাঁৱত হয়। দেউল উৎসৱৰ লগত সাঙোৰ খাই আছে কেবাটাও আনুষংগিক পৰ্ব। ইয়াৰ প্ৰধান পৰ্ব এটা হ'ল মেষ-দাহ, দেউলৰ আগদিনা পালন কৰা হয় এই মেষ অসুৰ দাহ। মেষৰ মূৰ বা প্ৰতীকী মূৰ এটা দাহ কৰা

হয়। মূল দেউল অনুষ্ঠান আয়োজিত হয় সাতখলপীয়া এক দেউল বা সিংহাসনত। দেউল পূজাৰ দিনা নামঘৰৰপৰা বিষ্ণুমূৰ্তিৰ মূৰ্ত্তি থাপনা বা সিংহাসনখন দেউলৰ বা সাতখলপীয়া টিলাটোৰ শীৰ্ষত স্থাপন কৰা হয়। পিৰামিডৰ আৰ্হিত নিৰ্মাণ কৰা এই দেউলৰ চাৰিও কোণত চাৰিডাল বাঁহ ৰোপণ কৰা হয় আৰু বাঁহ কেইডালৰ শীৰ্ষত একোখনকৈ মংগলসূচক বস্ত্ৰ আঁৰি দিয়া হয়।

সাতখলপীয়া দেউলৰ শীৰ্ষত বিষ্ণু মূৰ্তি বা কৃষ্ণ মূৰ্তি স্থাপন কৰাৰ সময়ত ঢোল, পেঁপা, কালি, টকা তথা সকলো লোক-বাদ্যৰ এক সুন্দৰ সমলয় ঘটে। লগে লগে মহিলাসকলে উৰুলি দিয়ে। ওজা পালিয়ে নাম কীৰ্তন কৰে। ওজা-পালি নথকা স্থানত থলুৱা নিয়মেৰে নাম গোৱা হয়। কোনো কোনো স্থানত গাঁৱৰ প্ৰতিঘৰ মানুহৰ সন্মুখেদি মূৰ্তি ফুৰোৱা হয়। প্ৰতিঘৰ মানুহে পদূলিত বন্তি, ধূপ-ধুনা জ্বলাই সেৱা কৰে।

মেষ দাহ অনুষ্ঠানটিৰ আতি-গুৰি কি জনা নাযায় যদিও ই যে আদিম বলি প্ৰথাৰ এটা সুদীৰ্ঘকালীন বিৱৰ্তনৰ অৱশেষ মাত্ৰ তাক সহজে ঠাৱৰ কৰিব পাৰি। মেষ ইয়াত এক অশুভ অসুৰৰ প্ৰতীক। বলি দি বা দাহ কৰি জগতৰ কল্যাণ কামনা কৰা বা সম্পদশালী পৃথিৱীৰ কামনা কৰাটো একপ্ৰকাৰ উৰ্বৰতা কৃষ্টিৰেই লক্ষণ। মতান্তৰত মেষ হ'ল প্ৰিয় পোহনীয়া জন্তু, যাক আহুতি দি ব্যক্তি আৰু সমাজৰ মঙ্গল কামনা কৰা হয়।

দেউল উৎসৱৰ লগত সংগতি ৰাখি সাধাৰণতে প্ৰায় সকলোবোৰ স্থানীয় উৎপাদিত সামগ্ৰীৰে এখন মেলা বহে। মেলাৰ আয়োজন প্ৰায় নিয়মীয়া হয় সেইবোৰ স্থানত যিবোৰ স্থানত বজাৰৰ বিকাশ হোৱা নাই। এনে অবিকশিত ঠাইত উৎসৱৰ লগতে এখন মেলা হোৱা বাবে সাধাৰণ ৰাইজ উপকৃত হয়। কমাৰ, কুমাৰ তথা কঁহাৰ আদিৰ উৎপাদিত সামগ্ৰী, কাপোৰ, মিঠাই নানা হস্তশিল্পজাত সামগ্ৰী আদি সাধাৰণতে এনে মেলাত বিক্ৰী হয়। বহাগ মাহত অসমৰ বিভিন্ন স্থানত বহা দ্ৰব্য বিনিময়ৰ উদ্দেশ্যকেন্দ্ৰিক মেলাবিলাকৰ লগত দেউলৰ লগত আয়োজিত মেলাৰ উদ্দেশ্য ভিন্ন নহয়।

# হাজোৰ গোবিন্দ দেউল

হাজো এক পবিত্র ধাম। গুৱাহাটীৰপৰা প্ৰায় ২৫ কিল'মিটাৰ দূৰত্বত *অৱস্থিত এই ধামত বৌদ্ধ, হিন্দু, মুছলমান ধৰ্ম আৰু কৃষ্টিৰ সহাৱস্থান আৰু সমন্বয় মন কৰিবলগীয়া। আদিতে হাজোৰ হয়গ্ৰীৱ-মাধৱ বৌদ্ধসকলৰ আৰাধ্য* হয়গ্ৰীৱ আছিল বুলি কোনো কোনো ঐতিহাসিকে মত প্ৰকাশ কৰিছে। কিন্তু হয়গ্ৰীৱ বিষ্ণুৰো এক অৱতাৰ হোৱা বাবে হিন্দুসকলেও এই মন্দিৰত দূৰ-দূৰণিৰপৰা আহি পূজা কৰে।

হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ এটা টিলাৰ ওপৰত অৱস্থিত। ওচৰা-ওচৰিকৈ থকা আন দুটা টিলাৰ এটাত পোৱামক্কা মছজিদ, আন এটা টিলাত হজৰত গিয়াছুদ্দিন আউলিয়াৰ দৰগাহ অৱস্থিত। কেদাৰনাথ আৰু কামেশ্বৰ দেৱালয়ৰ অৱস্থানো ওচৰতে হোৱাত দেউল উৎসৱত গোবিন্দৰ লগতে কেদাৰনাথ আৰু কামেশ্বৰো পূজিত হয়।

হয়গ্ৰীৱ-মাধৱৰ মূল মূৰ্তিটো শিলৰ। স্থানান্তৰিত কৰিবলগা বা ফুৰাব পৰা নহয়। গতিকে ফুৰাবৰ বাবে গোবিন্দৰ আন এক মূৰ্তি নিয়া হয়।

হাজোৰ গোবিন্দ-দেউল আৰম্ভ হয় ফাগুণী পূৰ্ণিমাৰ দিনা। ফাগুণী পূৰ্ণিমাত গোবিন্দৰ মূৰ্ত্তি দৌলা-গৃহত স্থাপন কৰা হয়। মেষদাহ, গোবিন্দৰ পদ-যুগলত ফাকু দিয়া আদি অনুষ্ঠানবিলাক নিয়মিত ভাবে কৰাৰ পিছত তৃতীয় দিনা গোবিন্দৰ মূৰ্তি কান্ধত লৈ ভক্তবৃন্দই শোভাযাত্ৰা আৰম্ভ কৰে। এই শোভা যাত্ৰা হোলি-উৎসৱত পৰিণত হয় আৰু এক আনন্দ মুখৰ পৰিবেশত সকলোৱে হোলি খেলে।

গোবিন্দৰ মূৰ্তি শোভাযাত্ৰা কৰি লখাইতৰা নদীৰ কাষলৈ নিয়া হয়। ইয়াতে গোবিন্দ (হৰি)ৰ লগত হৰ বা কেদাৰেশ্বৰ আৰু কামেশ্বৰৰ মূৰ্তিৰ সমদলযাত্ৰীসকলৰ মিলন হয়। তিনিও মূৰ্তি ইয়াৰ পিছত মন্দিৰলৈ ঘূৰাই নিয়া হয়। পথত সমবেত ভক্তবৃন্দই গোবিন্দ, কেদাৰনাথ আৰু কামেশ্বৰ মূৰ্তিত পূজা কৰে। কামেশ্বৰ আৰু কেদাৰেশ্বৰ মহাদেৱৰ ভিন্ন ৰূপ হোৱা বাবে এই দুয়ো গৰাকীৰ পূজাত 'সিদ্ধি' (ভাঙৰে প্ৰস্তুত কৰা জুলীয়া নিচাযুক্ত দ্ৰব্য) আগবঢ়োৱা হয়। সিদ্ধি নিচাযুক্ত দ্ৰব্য হোৱা বাবে ভক্তবৃন্দও এই নৈবেদ্যৰ দ্বাৰা আকৃষ্ট আৰু প্ৰভাৱান্বিত হয়। উৎসৱৰ এই পৰ্ব যে ঐতিহ্যসম্পন্ন হৰ-হৰি মিলনৰ পৰ্ব তাক দোহৰা প্ৰয়োজন নাই।

**ৰজা দেউল ঃ**

মূল গোবিন্দ দেউলৰ এমাহ পিছৰ পূৰ্ণিমাৰ দিনা হাজোত আৰু এক দেউল অনুষ্ঠান আয়োজিত হয়— এই অনুষ্ঠানক ৰজা-দেউল বুলি জনা যায়। ১৭০৫-০৬ খৃষ্টাব্দত আহোম ৰজা ৰুদ্ৰ সিংহ স্বৰ্গদেৱৰ ভ্ৰমণ কালত ৰাণীৰ সুবিধাৰ বাবে এমাহ পিচত এই উৎসৱৰ আয়োজন কৰাইছিল। তেতিয়াৰ পৰাই ৰজা-দেউল অনুষ্ঠানটিৰ এমাহ পিচত পূৰ্ণিমাৰ দিনা আয়োজন কৰা হয়।

ৰজা দেউলত গোবিন্দ দেউলৰ সকলো অনুষ্ঠানৰে পুনৰাবৃত্তি ঘটে। সম্ভৱ ৰজাৰ বা ৰাজ-পৰিয়ালৰ মনোৰঞ্জনৰ বাবে পুনৰ আয়োজন কৰা এই অনুষ্ঠানটিত মূল অনুষ্ঠানৰ কাৰ্য-ক্ৰমণিকা অটুট ৰখা হৈছিল। সেই পৰম্পৰাই আজিও অব্যাহত আছে।

## তৃতীয় অধ্যায়

### তৃতীয় ভাগ

# মদন-কামদেৱ পূজা বা বাঁহ পূজা (বাস পূজা)

মদন-কামদেৱ পূজা চ'ত মহীয়া মদন-চতুৰ্দশীৰ দিনা পালন কৰা হয়। এই উৎসৱ যে ভাৰতৰ কিছুমান স্থানত প্ৰাচীন কালতে আয়োজিত মদনোৎসৱৰ এক পৰিবৰ্তিত ৰূপ তাক অনুমান কৰিব পাৰি। কামৰূপৰ এক বিস্তীৰ্ণ অঞ্চলত কিদৰে, কেতিয়া এই উৎসৱ বিয়পি পৰিল তাৰ কোনো সুস্পষ্ট ইতিহাস কিন্তু নাই। এটা কথা মন কৰিবলগীয়া যে মদন-কামদেৱৰ পূজা কামৰূপত প্ৰচলিত। এই কামৰূপেই কামদেৱে পুনৰ জীৱন লাভ কৰা স্থান বুলি উপকথাই কয়। কামদেৱৰ পূজা কামৰূপত হোৱাটো সেয়ে অত্যন্ত স্বাভাৱিক যেন লাগে। বিষ্ণু, কৃষ্ণ আৰু কামদেৱৰ পূজা একে পৰম্পৰাৰে পূজা। কিন্তু কেনেকৈ মদন-কামদেৱৰ পূজাৰ লগত লৌকিক বাঁহ পূজা সমন্বিত হ'ল বা বাঁহ দুডালকেই কিয় মদন-ৰতিৰ প্ৰতীকী পুৰুষ আৰু মহিলা যৌন দেৱতা হিচাপে চিহ্নিত হ'ল সেয়া চিন্তাৰ বিষয়।

মদন-কামদেৱৰ পূজা আৰম্ভ হয় মদন-চতুৰ্দশীৰ দিনা। এই পূজা পাঁচদিন পৰ্যন্ত চলে। মদন কামদেৱ পূজাত পূজাৰ থলীত দুডাল সজ্জিত বাঁহ পোতা হয়। পুৰুষ আৰু নাৰীৰ প্ৰতীক বাঁহ দুডাল কাটি, চুচি মিহি আৰু চিক্‌চিকীয়া কৰি কাপোৰ পিন্ধাই এক প্ৰতীকী দেৱতাৰ ৰূপ দিয়া হয়। পুৰুষৰ প্ৰতীক বাঁহ ডালৰ দৈৰ্ঘ্য প্ৰায় ২৯ ফুট। বাঁহডাল বগা কাপোৰেৰে সজ্জিত কৰা হয়। আনহাতে নাৰী শক্তিৰ প্ৰতীক বাঁহডাল ২৪ ফুট মান দীঘল আৰু এইডাল ৰঙা কাপোৰেৰে মেৰিয়াই দিয়া হয়। ভঠেলি আৰু সুৱেৰিত বাঁহ দুডালৰ সাজ-সজ্জা কৰা নহয়।

মদন-কামদেৱৰ পূজাৰ কাম কৰে পুৰুষে। নাৰী আৰু শিশুসকল উপস্থিত থাকিব পাৰে যদিও তেওঁলোকে পূজাৰ কামত ভাগ নলয় বা লোৱাটো নিয়ম নহয়।

মদন-কামদেৱৰ পূজাৰ চৰিত্ৰ স্থান আৰু সম্প্ৰদায় ভেদে ভিন্ন ভিন্ন। কিন্তু দুটা কথাত প্ৰায় সকলো সম্প্ৰদায়ৰে মিল দেখা যায়। প্ৰায় সকলো স্থানতে মদন-কামদেৱৰ পূজাত কাহিনী-গীত গোৱা হয়। এই কাহিনী-গীতবোৰ বিৱৰণাত্মক। মদন-কামদেৱৰ জন্ম-বৃত্তান্ত, বাঁহৰ জন্ম, বিভিন্ন জাতৰ বাঁহৰ মাজৰপৰা সঠিক বাঁহৰ বাচনি, কপাহৰ জন্ম আৰু কপাহৰপৰা সূতা কটা বা বস্ত্ৰ উৎপাদন কৰা প্ৰক্ৰিয়া, ভাঙৰ সৃষ্টি ৰহস্য আৰু ভাং সেৱন সম্পৰ্কীয় কাহিনী তথা এইবোৰ কাহিনীৰ লগত সঙ্গতি ৰাখি বিবাহ অনুষ্ঠানত কন্যাক উপহাৰ দিয়া অনুষ্ঠানৰ বৰ্ণনা আদি এই কাহিনী-গীত বিলাকৰ উপজীব্য।

বাঁহ পূজা (বা বাস পূজা)ৰ সামৰণিৰ বাঁহ ফুৰোৱাৰ জৰিয়তে প্ৰতিঘৰ গৃহস্থৰে কল্যাণ কামনা কৰা হয়। নাম আৰু নাচেৰে প্ৰতিঘৰ মানুহৰ পদূলিত বা চোতালত আমোদ সৃষ্টি কৰা হয়। গৃহস্থই বাঁহ ফুৰোৱা বা বাঁহ ফুৰোৱা দলক কিছু পৰিমাণে অৰিহণা দিয়ে।

বাঁহ দুডালক মতা আৰু মাইকী (দৰা আৰু কইনা) বুলি গণ্য কৰি প্ৰকৃততে এই উৎসৱে ইয়াৰ উৎপত্তিৰ আদি কাৰণৰ এটা ইংগিত দিয়ে। প্ৰচলিত গীতসমূহৰ কিছুমান যৌন প্ৰধান হোৱাটোৱে এইটোকে পৰোক্ষ ভাৱে প্ৰতীয়মান কৰে যে অতীজতে এই কৃষ্টিৰ লগত উৰ্বৰতা কৃষ্টিৰ সম্পৰ্ক আছিল। সম্পদ বৃদ্ধিৰ কামনাৰ লগত যৌন-প্ৰধান লৌকিক আচাৰ-অনুষ্ঠানৰ সম্পৰ্ক সদা-বিদ্যমান।

আমি যৌন-প্ৰধান গীতৰ বাহিৰেও আন কিছুমান উপাদানৰ সন্ধান পাওঁ যিবোৰে উৰ্বৰতা কৃষ্টিৰে থকা সম্পৰ্ক প্ৰমাণিত কৰে। দৰা-কইনাৰ প্ৰতীকী সম্মিলনেৰে প্ৰকৃততে এক যৌন সম্পৰ্ক আৰু সৃষ্টিৰ কামনাক প্ৰতিষ্ঠিত কৰা হয়। লগতে কৃষি-সজুঁলি তথা জীৱিকা-নিৰ্বাহৰ সজুঁলি বিলাককো অঁৰা, প্ৰদৰ্শন কৰা বা এক প্ৰকাৰ পূজা কৰাৰ নিৰ্দশন আমি দেখা পাওঁ। উদাহৰণ স্বৰূপে আমি গাৰো পাহাৰৰ হাজংসকলৰ মাজত প্ৰচলিত বাস পূজাৰ প্ৰসঙ্গ টানি আনিব পাৰো। এই বাস পূজাত দৰা, কইনা, বাঁহ দুডালৰ উপৰি তৃতীয় এডাল সজ্জিত বাঁহ ৰোপন কৰা হয়। এই বাঁহডালত ভশ্চা নাঙল, জাকৈ আদি আঁৰি

দিয়া হয়। এইবোৰ আঁৰি দিয়াৰ অৰ্থ মূলতঃ জীৱিকাৰ আহিলা বা বৃত্তিবোৰ প্ৰতীকী পূজাৰ জৰিয়তে অধিক উৎপাদনশীল হোৱাৰ কামনা কৰা।

ড০ প্ৰফুল্লদত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে হাজংসকলৰ বাস পূজাৰ গীতসমূহত কাৰোবাক পোৱাৰ বাবে যিদৰে পুৰুষসুলভ বলিষ্ঠ কামনা প্ৰকাশ পায়, ঠিক সেইদৰে নোপোৱাৰ গভীৰ বিষাদো প্ৰকাশ পায়।

*মদন-কামদেৱৰ পূজাক যদিও ভাৰতীয় পৰম্পৰাৰ মদনোৎসৱৰ এক* স্থানীয় বৈশিষ্ট্য সম্পন্ন লৌকিক ৰূপ বুলিব পাৰি, এই উৎসৱত তথাপি কোনো ধৰণৰ ব্ৰাহ্মণ-কেন্দ্ৰিক কৰ্ম নাই। লৌকিক পদ্ধতিৰে নাম, নাচ, বাদ্যৰে এই পূজা সম্পাদিত হয়। আনহাতে, অতি বৈশিষ্ট্য সম্পন্ন কথা হ'ল নাৰীসকলক যদিও এই উৎসৱ চাবলৈ দিয়া হয়, তথাপি তেওঁলোকক কোনো পৰ্যায়তে উৎসৱৰ সম্পাদন কাৰ্যত অংশ গ্ৰহণ কৰিবলৈ দিয়া নহয়।

# তৃতীয় অধ্যায়

## চতুৰ্থ ভাগ

## পাঁচতি বা পাঁচেতি উৎসৱ

পাঁচতি বা পাঁচেতি উৎসৱ মূলতঃ এক ঘৰুৱা উৎসৱ। ইয়াৰ চৰিত্ৰ লৌকিক আৰু ইয়াৰ উপলক্ষ্য পুত্ৰৰ কল্যাণ কামনা। সন্তান জন্মাৰ পাঁচদিনৰ মূৰত এই উৎসৱ পতা হয়। অসমৰ অন্য স্থানত সন্তান জন্মৰ ন-দহদিন পিছত কিম্বা এমাহ পিচত যি কাৰ্য কৰা হয়, পাঁচতি উৎসৱত এই কাৰ্য পাঁচদিনৰ মূৰত কৰা হয়। স্বাভাৱিকতে এই উৎসৱ লৌকিক আৰু সন্তানৰ ভৱিষ্যৎ মঙ্গল কামনাৰ লগত ইয়াৰ সম্পৰ্ক। পাঁচেতি উৎসৱত সন্তান জন্মাৰ পাঁচ দিনৰ মূৰত মাতৃৰ গা-ধুওৱা হয় আৰু লগতে সন্তানটিকো হালধি পানীৰে গা-ধুওৱা হয়। এই দিনাৰ পৰাহে শিশুটোক আন মানুহক লবলৈ দিয়া হয়। গতিকে এই কথা স্পষ্ট যে এয়া সন্তান বাহিৰলৈ বা সূৰ্যৰ পোহৰলৈ উলিওৱাৰ এক আনুষ্ঠানিকতা।

### সত্ৰীয়া পাঁচেতি বা পাঁচতি

এই উৎসৱ কিন্তু বিভিন্ন কাৰণত শ্ৰীকৃষ্ণৰ জন্মৰ পাচত গোৱালৰ ৰজা নন্দৰ ঘৰত পতা নন্দোৎসৱৰ পৰম্পৰাৰ লগত সমন্বিত হয়। নন্দোৎসৱ নন্দ ৰজাই পালন কৰিছিল কৃষ্ণ জন্মৰ পিচত। এদিন পিছত অনুষ্ঠিত কৰা এই অনুষ্ঠান কংসৰ কোপৰপৰা শ্ৰীকৃষ্ণক বচাবৰ বাবে কৰা হৈছিল। গতিকে, একে ধৰণে সন্তানক সকলো অপায়-অমঙ্গলৰপৰা বচাবৰ বাবে নন্দোৎসৱৰ অনুকৰণত সন্তানৰ সাৰ্বজনীন মঙ্গল কামনাৰ উৎসৱ পতাটো কিদৰে নামনি অসম আৰু দৰঙ্গত প্ৰচলিত হ'ল জনা নাযায় যদিও এইটো অনুমান কৰাৰ থল আছে যে বৈষ্ণৱ কৃষ্টিৰ প্ৰসাৰ লাভৰ পৰ্বত এই ধৰণৰ এক উত্তৰণ কাৰ্য সংঘটিত হয়। স্থানীয় উৎসৱটি সাৰ্বজনীন লোক উৎসৱলৈ ৰূপান্তৰিত কৰা

হ'ল আৰু এই সাৰ্বজনীন লোক উৎসৱটিক এক দেৱ-পৰম্পৰাৰ লগত সম্মিলিত কৰা হ'ল। কৃষ্ণৰ মাহাত্ম্য প্ৰচাৰ এই উৎসৱৰ প্ৰধান উদ্দেশ্য।

ঘৰুৱা উৎসৱটি এটি বলিষ্ঠ পৰম্পৰাৰ ভিত্তিত সত্ৰীয়া লোক উৎসৱলৈ ৰূপান্তৰিত হোৱাৰ ফলত ভাদ মাহৰ কৃষ্ণ জন্মাষ্টমীৰ দিনাৰপৰা পাঁচতিৰ দিন কাতি মাহৰ শেষ তাৰিখলৈ নিয়া হ'ল। ইয়াৰ কাৰণ সম্ভৱতঃ ভাদ মাহত কৃষি কাৰ্যত জন-সাধাৰণ ব্যস্ত থাকিব লগীয়া হোৱাটো। ড° প্ৰফুল্লদত্ত গোস্বামীয়ে এই কথা উল্লেখ কৰিছে যে ভাদ মাহত কৃষকে হালবোৱা, ৰোৱা আদি কামত ব্যস্ত থাকিব লগীয়া হোৱা বাবেই এই উৎসৱৰ সময় ভাদৰ কৃষ্ণ জন্মাষ্টমীৰ পৰা কাতিৰ শেষ দিন আৰু কোনো কোনো স্থানত ভাদৰ শেষ দিনালৈ নিয়া হ'ল।

পাঁচতি শব্দটো পঞ্চ বা পাঁচ দিনৰ দিনা অনুষ্ঠিত কৰাৰ পৰা আহিছে বুলি সাধাৰণতে অনুমান কৰা হয়। নামনি অসমৰ খটবা, ঔতলা আদি সত্ৰত এই উৎসৱ সাৰ্বজনীন উৎসৱ হিচাপে পালন কৰা হয়। মুছলমানসকলকে ধৰি সকলো জনগোষ্ঠীৰ লোক এই লোক-উৎসৱৰ লগতে আয়োজিত হোৱা মেলালৈ আহে।

পাঁচতি উৎসৱৰ ভিত্তি নন্দোৎসৱ বুলি ভৱা হয় যদিও, আচলতে ইয়াৰ ভিত্তি ঘৰুৱা সন্তানৰ মঙ্গল কামনা কৰা লোক-উৎসৱ বুলিহে দৃঢ়তাৰে ক'ব পাৰি। এই থলুৱা উৎসৱটিহে সম্ভৱতঃ ৰূপান্তৰিত হৈছে সত্ৰীয়া পাঁচতিলৈ। আনহাতে, এই কথাটোও মন কৰিবলগীয়া যে খটবা সত্ৰত পতা পাঁচতি উৎসৱত পৰম্পৰাগত ভাবে ৰাম, লক্ষ্মণ, সীতা আৰু হনুমানৰ মূৰ্তি কীৰ্তন ঘৰত ৰাখি পূজা কৰা হয়। এইটো নন্দোৎসৱৰ লগত সংগতিপূৰ্ণ নহয়। লোক কথা অনুসৰি ই হ'ল সত্ৰৰ প্ৰতিষ্ঠাপক গোবিন্দ আতাই স্থানীয় দুষ্ট বা খল চাৰিজনক দমন কৰিবৰ বাবে শ্ৰীমাধৱদেৱৰ পৰামৰ্শক্ৰমে আয়োজন কৰা ৰাম-লক্ষ্মণ, সীতা আৰু হনুমানক আৰাধনা কৰা অনুষ্ঠান। পাঁচতিৰ দিনা সমগ্ৰ ৰাতিটো ভাওনা (দধিমন্থন), খেল, হাস্য-ব্যংগ অভিনয় আদিৰে নানা ভকতক আনন্দ দিয়া হয়। চৌদিশৰপৰা মানুহ ভাগি আহে এই অনুষ্ঠান চাবলৈ। পিছদিনা পুৱাৰ পৰাহে নন্দোৎসৱ পতা হয়। গতিকে ইয়াত ৰাম আৰু কৃষ্ণ— উভয়ে পূজিত হয়।

দধিমন্থন ভাওনা খটবা সত্ৰৰ পাঁচতি উৎসৱৰ প্ৰধান আকৰ্ষণীয় অনুষ্ঠান। ই এক বিশিষ্ট বৈষ্ণৱ কৃষ্টিৰ ধাৰা সঞ্জীৱিত কৰি ৰাখিছে। আনহাতে ৰাম-লক্ষ্মণ, সীতা আৰু হনুমানক কীৰ্তন ঘৰত পূজা কৰি, দধি-মন্থন ভাওনা মুকলি

মঞ্চত অভিনয় কৰি কৃষ্ণ তথা ৰাম যে প্ৰকৃততে একে গৰাকী বিষ্ণুৰে দুই ভিন্ন ৰূপ তাক ভক্তবৃন্দৰ মনত গভীৰ ভাবে সুমুৱাই দিয়াৰ এক প্ৰয়াস কৰা হৈছে বুলিও কব পৰা যায়। পিছদিনা নন্দোৎসৱো সাৰ্বজনীন ভাবে অনুষ্ঠিত হয়। সমান্তৰাল ভাবে 'দধিমন্থন' ভাওনা অভিনয় কৰি প্ৰকৃতাৰ্থত কৃষ্ণ-মাহাত্ম্য প্ৰচাৰ কৰাৰ এক বলিষ্ঠ প্ৰয়াস কৰা হয়।

প্ৰসঙ্গত উল্লেখ্য যে এই উৎসৱৰ লৌকিক পৰম্পৰাক বৰ্ণাঢ্যতা প্ৰদান কৰি এক মেলাও অনুষ্ঠিত হয়। ভাওনা আৰু মেলা– এই দুয়ো অনুষ্ঠানে সকলো জনগোষ্ঠীৰ লোক সমবেত হোৱাৰ পথ মুকলি কৰি দিয়ে। ভাওনা আৰু মেলাই দাৰ্শনিক আৰু আত্মিক ভাবে জন-সমাজত সমন্বয় সাধনৰ পথ মুকলি কৰে।

দৰঙৰ খটৰা সত্ৰৰ উপৰি ঔতলা, দেৱানন্দ আদি সত্ৰতো পাঁচতি উৎসৱ অনুষ্ঠিত কৰা হয়। ড০ বিজয় কুমাৰ শৰ্মাই উল্লেখ কৰিছে যে খটৰা সত্ৰত "অধিবাসৰ দিনা দধিমন্থন, পিছদিনা খলাত কুশৰ মূৰ্তি স্থাপন আৰু তৃতীয় দিনাৰ বোকা ভাওনা মূল কাৰ্য।"* কুশৰ মূৰ্তি স্থাপনে স্বাভাৱিকতে ৰামৰ পুত্ৰ কুশৰ মূৰ্তি স্থাপনৰ জৰিয়তে পুত্ৰৰ মঙ্গল কামনাৰ কথাই সূচায়।

## মথেনী বা মথনী

খটৰা সত্ৰৰ পাঁচতি উৎসৱৰ সমান্তৰাল ভাবে দৰঙৰে দেৱানন্দ সত্ৰৰ মথেনী বা মথনী (মন্থন) উৎসৱ এক তাৎপৰ্যপূৰ্ণ সাৰ্বজনীন উৎসৱ। খটৰা শ্ৰীমাধৱদেৱৰ শিষ্য গোবিন্দ আতাই স্থাপন কৰা আৰু দেৱানন্দ সত্ৰ দামোদৰীয়া সত্ৰ। এই সত্ৰত অনুষ্ঠিত কৰা মথেনী উৎসৱ অমৃত-মন্থনৰ পৰম্পৰাগত কাহিনীক মানুহৰ কল্যাণকামী অমৃত উৎপাদনৰ প্ৰতীকী উৎসৱলৈ ৰূপান্তৰিত কৰা হৈছে।

মথনী উৎসৱ পালন কৰা হয় কাতি বিহুৰ দিনা। মথনীৰ দিনা আয়োজিত মূল অনুষ্ঠানসমূহ হ'ল– বিষ্ণু পূজা, অমৃত মন্থনৰ অভিনয় অৰ্থাৎ দেৱাসুৰ যুদ্ধৰ অভিনয় আৰু লগতে আয়োজিত এখন ডাঙৰ মেলা।

পুৱা ভাগতে বিষ্ণু মন্দিৰত বিষ্ণু পূজা, হোম, পাঠ আৰু নাম-কীৰ্তন চলে। মন্দিৰৰ সমীপতে পুৱাৰ পৰাই মেলা বহে। মেলা সাৰ্বজনীন।

---

*দৰঙৰ লোক উৎসৱ, ড০ বিজয় কুমাৰ শৰ্মা, দৰঙৰ সাহিত্য সংস্কৃতিৰ ৰূপৰেখা, ১৯৯৭ চন। পৃষ্ঠা - ৭৫।

ড০ নবীন চন্দ্ৰ শৰ্মাই উল্লেখ কৰিছে যে নামঘৰৰ সমীপতে মুকলি প্ৰাঙ্গনত ৰভাৰ পূৱফালে অমৃত-মন্থন ভাওনা অনুষ্ঠিত কৰা হয়।

অমৃত-মন্থন বা দেৱাসুৰ যুদ্ধৰ অভিনয় মন্থনী বা মথনী উৎসৱৰ প্ৰধান অঙ্গ। নামঘৰৰ ওচৰতে থকা মুকলি প্ৰাঙ্গনত দীঘে ষাঠি হাত প্ৰস্থই ষাঠি হাত মান স্থান আগুৰি কল-পতুৱা দলিচাৰ নিচিনাকৈ পাৰি এটুকুৰা স্থান অমৃত-মন্থন অভিনয় কৰিবৰ বাবে প্ৰস্তুত কৰা হয়। ইয়াৰ মাজতে এটা ডাঙৰ, দ গাত খান্দি তাৰ মাজত মন্থন-চক্ৰ আৰু মন্থন-দণ্ড চক্ৰৰ মাজত স্থাপন কৰা হয়। মন্থন-দণ্ড বা মথনী-দণ্ডডাল ১০ হাতমান দীঘল, তাৰ ওপৰত চাৰিখন ৰং চণ্ডীয়া ধনু আঁৰি দিয়া হয়। মথনী দণ্ডৰ ছয়-সাত হাত মান আঁতৰে আঁতৰে, চাৰি কোণত চাৰিটা খুটা পোতা হয়। দ গাঁতটো ক্ষীৰ সাগৰৰ প্ৰতীকী ৰূপ। মাজৰ চক্ৰটো কুৰ্মৰূপী বিষ্ণু আৰু মন্থন-দণ্ডডাল মন্দৰ গিৰি বুলি গণ্য কৰা হয়। অমৃত মন্থনৰ বাবে নাগজৰীডাল অৰ্থাৎ বাসুকী নাগ হ'ল এডাল দীঘল মোটা ৰচী। দুয়োফালে দুটা দল অৰ্থাৎ অসুৰ আৰু দেৱতাই ধৰি টানিব পৰাকৈ ৰচীডাল যথেষ্ট দীঘল কৰা হয়। মন্থনী-দণ্ডত কৌশলৰে এনে পাক দিয়া হয় যে ৰচী ডালৰ দুফালে ধৰি টানিলে মন্থনী দণ্ড ঘূৰে। অভিনয় থলীৰ ওপৰত, মন্থন-দণ্ড ঠিক সোঁমাজত পৰাকৈ অভিনয় থলীৰ ওপৰত এখন বগা চন্দ্ৰতাপ তৰি দিয়া হয়। চন্দ্ৰতাপ চামৰযুক্ত হোৱা বাবে ই অভিনয় থলীৰ সৌন্দৰ্য বৃদ্ধি কৰে আৰু এক পবিত্ৰলোকৰ প্ৰতীকী ৰূপ গঢ় দিয়াত সহায় কৰে।

মন্থন-দণ্ডত আনহাতে অমৃতৰ ভাণ্ড আঁৰি দিয়া হয়। এই অমৃত -ভাণ্ড হ'ল এক পাত্ৰ ভৰ্তি দধি, দুগ্ধ, ঘৃত, মধু, শৰ্কৰা— এই পাঁচবিধ দ্ৰব্যৰ সমন্বয়ত প্ৰস্তুত এক সুস্বাদু মিশ্ৰণ। এই মিশ্ৰণৰ লগত যুক্ত কৰা হয় জহা চাউলৰ পিঠাগুৰি।

মথনীৰ দিনা ৰাতি প্ৰথম ৭ বজাত আৰম্ভ হয় সম্পদ মন্থন। মন্থন অৰ্থাৎ পূজা স্থলীত ৰখা দীঘল বাসুকীজৰীডালৰ পশ্চিম ফালে আহি সত্ৰৰ গোস্বামীসকল তথা তেওঁলোকৰ সতি-সন্ততিসকল বগা সাজ-পাৰ পিন্ধি থিয় হয়হি। আনফালে সত্ৰৰ শিষ্য-প্ৰশিষ্য সকলে সাজ-পাৰ পিন্ধি আহি মন্থন-জৰীৰ আনটো মূৰত ধৰেহি। শিষ্য-প্ৰশিষ্যৰ এই দলটোক অসুৰ বুলি ধৰা হয়। আনটো দলক ধৰা হয় দেৱতা বুলি। মন্থনী জৰীত ধৰি টনা-টনি কৰা দেৱতা আৰু অসুৰৰ দলটোৰ চাৰিওফালে হাতত তাল লৈ বৃদ্ধসকলে সমুদ্ৰ-মন্থনৰ প্ৰসঙ্গ সামৰি নাম-কীৰ্তন আৰম্ভ কৰে। এওঁলোকৰ মাজৰ এজনে সূত্ৰধাৰৰ দৰে সুৰ লগাই অমৃত মন্থনৰ সকলো দিশ সামৰি গীত আৰম্ভ কৰে। গীতৰ লয় দ্ৰুত বা ধীৰ হোৱাৰ লগত সম্পৰ্ক ৰাখি অমৃত-মন্থনৰ গতিও ধীৰ বা দ্ৰুত

হয়। প্ৰথম ধীৰে ধীৰে আৰম্ভ হৈ সমুদ্ৰ-মন্থন বা অমৃত-মন্থন শেষ হয় দ্ৰুত লয়ত।

সমুদ্ৰ-মন্থনৰ দ্বিতীয় পৰ্ব আৰম্ভ হয় নিশা ন ঘজাত। প্ৰথম বাৰৰ পুনৰাভিনয় হয় দ্বিতীয়বাৰো।

মথনী উৎসৱ দৰ্শনৰ জৰিয়তে দৰ্শকসকলৰ প্ৰভূত কল্যাণ হয় বুলি এটা ধাৰণা প্ৰচলিত থকাত মথনী উৎসৱ চাবৰ বাবে হাজাৰ হাজাৰ লোকৰ সমাৱেশ ঘটে। সমুদ্ৰ মন্থনৰ অমৃত উৎপাদন হয়, গতিকে সমুদ্ৰ মন্থনৰ অভিনয় দৰ্শনৰ জৰিয়তে দুৰ্ভাগ্য দূৰ হয় বুলি গণ্য কৰা হয়।

সমুদ্ৰ মন্থন আৰম্ভ হয় দেৱলোকৰপৰা লক্ষ্মী অন্তৰ্হিত হয় বাবে। অন্তৰ্হিত লক্ষ্মীৰ অমৃতমন্থনৰ থলীত পুনৰ উদ্ভাৱন হোৱাৰ লগে লগে দেৱ-লোকত দুৰ্ভাগ্যৰ অন্ত পৰে। পুনৰ সুখ-সমৃদ্ধি ঘূৰি আহে।

# তৃতীয় অধ্যায়

## পঞ্চম ভাগ

## মহোহো উৎসৱ বা মহ খেদা

মহ খেদা উৎসৱ কামৰূপ বা নামনি অসমৰ অতি জনপ্ৰিয় উৎসৱ। এই উৎসৱ সম্পূৰ্ণ ৰূপে লোক চৰিত্ৰৰ। ইয়াত মানুহৰ চৰম শত্ৰু মহ খেদাৱৰ বাবে সমূহ ৰাইজ ঐক্যবদ্ধ হৈ প্ৰচেষ্টা কৰাৰ এটা সামাজিক প্ৰস্তুতিয়ে কৃষ্টি ৰূপ পাইছে।

মহ খেদা উৎসৱ আঘোণ মাহৰ পূৰ্ণিমাৰ ৰাতি পালন কৰা হয়। আঘোণ মাহত ধান পকাৰ সময়। লখিমী ভঁৰাললৈ অহাৰ সময়। এই সময়ত অপায়-অমঙ্গলৰ প্ৰতীক স্বৰূপ মহবোৰক খেদাৰ বাবে ঘৰে ঘৰে হাতত লাখুটি লৈ সকলোৱে মাটিত কোবাই কোবাই মহ খেদাৰ গীত গাই ঘূৰি ঘূৰি নচাৰ উদ্দেশ্য কি প্ৰকট নহয় যদিও এই কাৰ্যৰ লগত এফালে মহ (অপায় অমঙ্গল খেদা) আৰু আনফালে লখিমীক আদৰাৰ বৈশিষ্ট্য ফুটি উঠে।

মহখেদা গীতত আছে—

'আঘোণৰ জোনাক ৰাতি
লখিমীলৈ দিবা বাতি
ভৰাঁলত থাকিব ধান
বছৰতো ৰাখিব মান !'

চোতালত টোকোনেৰে কোবালে মহ নাযায় এইটো ঠিক। কিন্তু প্ৰতীকী অৰ্থত টোকোনেৰে কোবাই গাঁৱৰ সৰু ল'ৰা, গৰখীয়া, ডেকা সকলো গোট খাই টোকোনেৰে কোবাই কোবাই গীত গায়। মহ খেদা দলটো আহি গৃহস্থৰ ঘৰত উপস্থিত হোৱাৰ পিচত হাতত থকা টোকোনডাল হেলনীয়া কৰি ধৰে। বাকীবোৰে টোকোনত কোবাই কোবাই গীত জোৰে। কোনো কোনো ঠাইত প্ৰতিজন মহ খেদা গায়কে মাটিত টোকোন কোবাই কোবাই তাল ধৰে।

মহ'হো উৎসৱৰ নামবোৰ সহজ সৰল। এজনে নাম লগাই দিয়ে। বাকীবোৰে সুৰ লগাই গায়। ঠাই বিশেষে গোৱা মহ খেদা গীত এনে ধৰণৰঃ

অ' হৰি হৰি মহোহো
মহ খেদিবা যাওঁ হো।
মহে বোলে যাঁওৰে
টেঁপৰ পুৱা খাঁওৰে।।

মহখেদা নামৰ লগত নচা নাচৰ তাল-মানৰ কথা নাই। মনৰ আনন্দত নচা নাচ। কোনো কোনো ঠাইত মহখেদা দলটোৰ মাজত এজন নচুৱা বা সজোৱা বহুৱা লোৱা হয়। এই নাচনী বহুৱাক 'ভাল ভলুকা' বোলা হয়। 'ভাল ভলুকা'ক সজাই-পৰাই লোৱা হয়। বাঁহ চোঁচনি মূৰত মেৰিয়াই, শিয়াল নেজা বন আনি গাত বান্ধি দি সজোৱা ভালুক যে প্ৰকৃততে ভালুক নচুৱা বৃত্তিক আনি থলুৱা বুদ্ধিৰে লোক কলাত ব্যৱহাৰ কৰা প্ৰচেষ্টা সেই কথা দোহৰা প্ৰয়োজন নাই। ভাল ভলুকা নচুওৱাৰ আনন্দত এই মহ খেদা উচবক বহু ঠাইত ভাল ভলুকা উৎসৱ বুলিও কোৱা হয়।

ভাল ভলুকা নামত আছে—
"বাঁহৰ চোঁচনি
কলৰ ঢোল
ভাল ভলুকাৰ
নাচোন গ'ল।'

মহ খেদা উৎসৱ বা ভাল ভলুকাৰ উৎসৱ যি নামেৰেই অভিহিত কৰা নহওক কিয় এই উৎসৱ মূলতঃ লখিমী আদৰা ভাৱনাৰ প্ৰভাৱত উদ্বেলিত হৈ থাকে। আঘোণ মাহৰ পূৰ্ণিমাৰ ৰাতি, হাতত টোকোন লোৱা সকলৰ দ্বাৰা ৰচিত লখিমী আদৰা নামৰো সেয়ে অন্ত নাই। দৰঙৰ পৰা ধুবুৰীলৈকে সমগ্ৰ নামনি অসমৰ আঘোণী পূৰ্ণিমাৰ ৰাতি সেয়ে টোকোন মাটিত খুন্দিয়াই গোৱা লখিমী আদৰা গীতে ৰজন জনাই থাকে। এনে এটা লখিমী আদৰা নামৰ এফাঁকি এনে ধৰণৰ ঃ-

'ওৰো ওৰো ধৰণী
মা লক্ষ্মী ধৰণী!
মা লক্ষ্মী পীতাম্বৰ
ভৰাঁল ভৰি
ভৰি পৰ।"

ভাষাৰ বৈয়াকৰণিক শুদ্ধতাতকৈ ইয়াত শুদ্ধ ভাব কিম্বা আবেগ প্ৰকাশৰ আন্তৰিকতাহে অধিক মন কৰিবলগীয়া।

লখিমী আদৰা কথাৰ মাজেদি, মহ খেদি অমঙ্গল দূৰ কৰাৰ মাজেদি, কিছু আনন্দ প্ৰকাশৰ মাজেদি এই উৎসৱত প্ৰকৃততে সৰু ল'ৰা আৰু গৰখীয়াসকলে গৃহস্থক আশীৰ্বাদ দিয়ে। লগতে গৃহস্থৰপৰা কিবা এটা আশাও কৰে। সামান্য *এমুঠি খাদ্য সামগ্ৰী বা চাউল, কেইটামান পয়ছা মাননী দিলেই উজাৰি উজাৰি আশীৰ্বাদ দিয়ে মহখেদা সকলে। কিন্তু এই কথাও মন কৰিব লগীয়া যে কৃষাণ* গৃহস্থক জোকোৱা বা গৃহস্থক জোৰা দি নাম দিয়া মহ খেদা উছৱৰ পৰম্পৰাৰ বাহিৰত নহয়। এনে এটা জোকোৱা নামৰ উদাহৰণ—

"দোণেৰে দিয়া ধান-পাণ
যদি নিদিয়া
কটা যাব
নাক কাণ।"

টোকোন ঘূৰাই এইদৰে চোতালত ঘূৰি ঘূৰি গোৱাৰ পিচত গৃহস্থই মাননী নিদিও নোৱাৰে।

মহোহো উৎসৱৰ টোকোন কোবোৱা গৰখীয়াৰ উৎসৱ বুলি এটা প্ৰচলিত ধাৰণা আছে যদিও বাস্তৱত দেখা যায় অন্য বাদ্য বজোৱাতো কোনো ধৰণৰ বাধা নাই। টকা, পেঁপা আদিও ঠায়ে ঠায়ে বজোৱা দেখা যায়।

মঙ্গলসূচক আশীৰ্বাদবোৰ মহোহো উৎসৱত তেনেই পোনপটীয়া। গৃহস্থই মহ খেদাসকলক মাননী দিয়াৰ পিচত যেন জোলোঙাৰ আশীৰ্বাদৰ টোপোলা মুকলি হৈ যায়।

"ভৰাঁলত ধান হওক
গোহালিত গৰু হওক
পো-বেটী কুশলে থাকক
সুখ শান্তি ভৰি পৰোক।"

মহখেদা উৎসৱৰ সময় হোৱা যিহেতু অতি আনন্দদায়ক, শান্তি ভৰা, সেয়ে এই সময়ত গৰখীয়া ল'ৰা, ডেকা আদিৰ লগত সমানে তাল মিলাই সমগ্ৰ নামনি অসমতে নাম প্ৰসঙ্গ, ভক্তিমূলক গীত, ধৰ্মীয় লোকগীত আদিৰ অনুষ্ঠান চলি থাকে।

# তৃতীয় অধ্যায়

ষষ্ঠ ভাগ

## অন্যান্য পূজা

### বাট পূজা বা গোসাই পূজা

নামনি অসমৰ বাট পূজা বা গোসাঁই পূজা এক বৈশিষ্ট্য সম্পন্ন পূজা। উত্তৰ কামৰূপৰ গাঁও অঞ্চলত এই উৎসৱ পতা হয়। এই উৎসৱ মাঘ বিহুৰ সম-সমায়িক আৰু সামগ্ৰিক বিচাৰত কৃষি উৎসৱৰে এটা ৰূপ।

বাট পূজা কৰে কুমাৰী ছোৱালীয়ে। কুমাৰী ছোৱালী ভৱিষ্যত সম্ভাৱনাৰ প্ৰতীক। ঠিক কুমাৰী পথাৰখনৰ দৰে। গতিকে এই কুমাৰী ছোৱালীয়ে গাত সুন্দৰ সুন্দৰ ফুলৰ মালা পিন্ধিলৈ মাঘ বিহুৰ সময়ত মানুহৰ ঘৰে ঘৰে গৈ আশীৰ্বাদ দি ফুৰে।

সম্ভৱতঃ এই বাট পূজাই সুদূৰ অতীজত কুমাৰী পূজাৰ ব্যাপক প্ৰচলনৰে আওপকীয়া প্ৰমাণ দাঙি ধৰে। কুমাৰী পূজাত কুমাৰী ছোৱালী হ'ল প্ৰকৃত লক্ষ্যত উপনীত হ'বৰ বাবে প্ৰধান শক্তিৰ আধাৰ। তেওঁলোকৰ পূজাৰ জৰিয়তে দেৱী বা মাতৃ পূজাৰ সাৰ্থকতা অৰ্জনৰ সাধনা কৰা হয়।

মাঘ বিহুৰ সময় ছোৱা হ'ল অসমৰ মানুহে পথাৰৰ শইচ চপাই ভৰাঁল ভৰোৱা ভোগৰ সময়। ইফালে শস্য চপোৱাৰ পিচত পথাৰ উদং হৈয়েই পৰি থাকে। কৃষকে পৰিকল্পনা কৰিব লাগে নতুন খেতিৰ। এই নতুন কৃষিৰ সম্ভাৱনাৰ সাধনা কৰোতে কুমাৰীসকল হৈ পৰে অবিকশিত সমস্ত ৰহস্যাবৃত সম্ভাৱনাৰ প্ৰতীক। এওঁলোকে বাইজক আশীৰ্বাদ দি প্ৰকৃততে পথাৰৰ বা কৃষিৰ বা সমগ্ৰ সমাজ জীৱনৰ সম্ভাৱনাৰে ইঙ্গিত দাঙি ধৰে।

মাঘ মাহৰ প্ৰথম দিনা পুৱা এই উৎসৱৰ আৰম্ভ হয়। দোকমোকালিতে ছোৱালী বিলাকে স্নান কৰি বেদীত পূজা-অৰ্চনা কৰে। তেওঁলোকে এটা মেজি জ্বলায়। পূজাৰ অন্তত তেওঁলোকে নাচ-গান কৰে। মেজিৰ জুই নুমুৱাৰ পিছত এই পূজাত ভাগ লোৱা ছোৱালীবিলাকে ঘৰে ঘৰে গৈ আশীৰ্বাদ দিয়াৰ নিয়ম।

ছোৱালীবিলাকে এই পূজাৰ সময়ত নিজকে নানা ফুলেৰে সজায় আৰু ফুলৰ দৰে নিজে বিকশিত হোৱাৰ বাবে আশা প্ৰকাশ কৰি গীত গায়।

ছোৱালীবিলাকে গীত গাই নাচি-বাগি ফুৰোতে সৰু সৰু ল'ৰা-ছোৱালীবিলাকক ফুল চটিয়াই দিয়ে আৰু তুলসী গছতো ফুল দিয়ে।

যি ঠাইত ছোৱালীবিলাকে মেজি জ্বলায় সেই ঠাইতে ছোৱালীবিলাকৰ মাতৃসকল গোট খায় আৰু নাম-প্ৰসঙ্গ কৰে। ঘৰে ঘৰে আশীৰ্বাদ দিবলৈ যোৱা ছোৱালীবিলাকক ঘৰৰ গৃহস্থই মান কৰি নানা বস্তু আৰু ধন দিয়ে। গাওঁখনত ঘৰে ঘৰে আশীৰ্বাদ দি এসময়ত ছোৱালীবিলাক ঘূৰি আহে পূজা কৰা থলীলৈ। তাতেই তেওঁলোকে ঈশ্বৰলৈ সেৱা জনায় আৰু ৰাইজৰপৰা পোৱা বস্তু আৰু ধনেৰে তাতেই এটা সমূহীয়া ভোজৰ আয়োজন কৰে।

বাট পূজাৰ এই অনুষ্ঠানটো কিদৰে কুমাৰী ছোৱালীৰ আশীৰ্বদীয়া অনুষ্ঠানলৈ ৰূপান্তৰিত হ'ল তাৰ কোনো ইতিহাস জনা নাযায়। কিন্তু মাঘ বিহুৰ মেজি, সমূহীয়া ভোজ আৰু নাম-প্ৰসঙ্গ ইয়াত আছে। মাত্ৰ কুমাৰী ছোৱালীৰ ভূমিকা ইয়াত গুৰুত্বপূৰ্ণ আৰু সমূহীয়া ভোজটো পতা হয় ছোৱালীবিলাকে পোৱা দান বৰঙণিৰে। গতিকে মাঘ বিহুৰেই বতৰত এই উৎসৱ কামৰূপ জিলাৰ এক বিশেষ সংযোজন।

মনত ৰখা ভাল যে অষ্ট্ৰিক কোল-মুণ্ডা বা ভাৰতীয় মূলৰ বিভিন্ন গোষ্ঠীৰ লোকৰ মাজত চড়ক পূজা প্ৰচলিত। অসমৰ বাট পূজাৰ লগত চড়ক পূজাৰ সম্পৰ্ক কমেই দেখা যায়। বৰং কুমাৰী পূজাৰ লগতহে এনে লৌকিক আশীৰ্বদীয়া উৎসৱৰ সম্পৰ্ক ঘনিষ্ঠ যেন লাগে।

# চতুৰ্থ অধ্যায়

## প্ৰথম ভাগ

## দৰঙ্গী ৰজাসকলৰ অৱদান

### মনসা বা মাৰৈ পূজা

কোঁচ ৰাজবংশী ৰজাসকলৰ অৱদান নামনি অসমৰ লোক উৎসৱসমূহৰ বিকাশৰ ক্ষেত্ৰত অতুলনীয়। নৰ-নাৰায়ণ, চিলাৰায়ৰ নাম যিদৰে বৈষ্ণৱ ধৰ্মৰ পৃষ্ঠপোষক হিচাপে বুৰঞ্জীত সোণৰ আখৰেৰে জিলিকি আছে, ঠিক সেইদৰে অন্যান্য কোঁচ ৰাজবংশী ৰজাসকলৰ অৱদানত পুষ্টি লাভ কৰা লোক উৎসৱবিলাকেও এই বংশৰ ৰজাসকলৰ স্মৃতি যুগমীয়া কৰিছে। কোঁচ ৰজাসকলৰ পৃষ্ঠপোষকতাত পুষ্টি লাভ কৰা উৎসৱসমূহৰ ভিতৰত দৰঙৰ মনসা পূজা বা মাৰৈ পূজা, সুকনানী ওজা আৰু দেওধনী নৃত্য আদি প্ৰধান। বিশ্বসিংহৰ উপৰি দৰঙ্গী ৰজাসকলৰ পৃষ্ঠপোষকতাত মনসা দেৱীৰ বন্দনা গীতসমূহ তথা মনসা কাব্য বিৰচিত হৈছিল। দৰঙ্গী ৰজাসকলে দূৰ্গা আৰু মাৰৈ পূজা কৰিছিল। মাৰৈ আৰু মনসা পূজাৰ যদিও মৌলিক পাৰ্থক্য নাই তথাপি প্ৰজাসাধাৰণ বা বিষয়া বৰ্গই মনসা পূজাহে কৰিছিল। ড০ নবীন চন্দ্ৰ শৰ্মাই উল্লেখ কৰিছে যে দীঘলীয়াকৈ বা এঘাৰ, তেৰ, পোন্ধৰদিনীয়াকৈ অনুষ্ঠিত কৰা মনসা পূজাকে মাৰৈ পূজা বোলে।* মাৰৈ পূজা নাইবা দুৰ্গা পূজা দীঘলীয়াকৈ পাতিলে ওজা সকলে গীত-নৃত্য পৰিবেশন কৰিবলৈ সুবিধা পায়। ৰাজ পৃষ্ঠপোষকতাত এনে দীঘলীয়া উৎসৱত কবিসকলে কাব্য ৰচনাৰ অনুপ্ৰেৰণাও লাভ কৰে। বিশ্বসিংহৰ অনুপ্ৰেৰণাত মনকৰ আৰু দুৰ্গাবৰে মনসা কাব্য ৰচনা কৰিছিল। মনসা কাব্যৰ ভিতৰত সুদীৰ্ঘ বুলি জনাজাত পদ্মা পুৰাণ আনহাতে ৰচিত হৈছিল ধৰ্মনাৰায়ণ দৰঙ্গী ৰজাৰ পৃষ্ঠপোষকতাত। পদ্মা পুৰাণত মূল বাৰ হাজাৰ পদৰ উপৰি— বন্দনা, পূজা, জগোৱা, [illegible]লি, বৰণ, চক্ষুদান আদি বিষয়ৰ [illegible]

*অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৯৬।

পদ ৰচনা কৰিছিল। মাৰৈ পূজাৰ ক্ষেত্ৰত সুকবি নাৰায়ণ দেৱ আছিল পদৰচক হিচাপে বিশেষ পাৰংগত। গীতবোৰৰ সুৰ, ৰাগ আদিও তেওঁ বান্ধি দিছিল। মাৰৈ পূজাত ওজাসকলে গোৱা গীত-মাতৰ ক্ষেত্ৰত সুসমন্বয় অনাত সম্ভৱতঃ সুকবি নাৰায়ণৰ পদ্মাপুৰাণৰ প্ৰভাৱেই আটাইতকৈ বেছি।

মাৰৈ পূজা তথা মনসা পূজাৰ পূজাৰী সকলে অতি নিষ্ঠাৰে কৰে। পূজা আৰম্ভ হোৱাৰ আগদিনা অধিবাস পালন কৰা হয়। সুকবি নাৰায়ণৰ পদ্মাপুৰাণ পোন্ধৰদিনীয়া মাৰৈ পূজাতহে সম্পূৰ্ণ পাঠ কৰা সম্ভৱ। গতিকে ৰাজপৃষ্ঠপোষকতা অবিহনে এনে দীৰ্ঘম্যাদী পূজা সম্পূৰ্ণ কৰা অসম্ভৱ।

মাৰৈ পূজা অযুগ্ম সংখ্যক দিনত; কিন্তু এক দিনতকৈ বেছি দিনত কৰিব পৰা যায়। অৰ্থাৎ তিনি, পাঁচ, সাত, ন, এঘাৰ, তেৰ, পোন্ধৰ– ঠিক এইদৰে অযুগ্মদিনত মাৰৈ পূজা সম্পূৰ্ণ হয়।

অৱশ্যে এদিনীয়া বা দুদিনীয়াকৈও মনসা পূজা অনুষ্ঠিত কৰা দেখা যায়। মাৰি-মৰক, অমঙ্গল, ভয়ঙ্কৰ দুৰ্যোগ আদিৰ পৰা হাত সাৰিবৰ বাবে, লোক-বিশ্বাস অনুসৰি দেৱী মনসাৰ প্ৰতি পূজা আগবঢ়াব লাগে। মাৰৈ শব্দটো ক'ৰপৰা আহিল সেইটো সুস্পষ্ট নহয় যদিও সাধাৰণতে দুটা মত প্ৰচলিত থকা দেখা যায়। প্ৰথম মত অনুসৰি মাৰৈ পূজা নামটো আহিল বড়োসকলৰ পৰা। বড়োসকলে নাগ বা সৰ্প পূজাক মাৰৈ পূজা বোলে। আনহাতে, দ্বিতীয় এটা মত অনুসৰি দাক্ষিণাত্যৰ মাৰি-মৰকৰ দেৱী মাৰিআম্মাৰ লগত মাৰৈ শব্দৰ মিল আছে। এই মতটো কিছুদূৰ বাস্তৱ নহয় যেন লাগে। কাৰণ, অসমৰ পাৰ্শ্ববৰ্তী কোনো ৰাজ্যতে মনসা পূজাক মাৰৈ পূজা নোবোলে। 'মাৰ' শব্দ সম্পূৰ্ণ নতুন নহয়। মাৰসকলৰ কথা বৌদ্ধ আৰু পালি সাহিত্যতো বিদ্যমান। অপশক্তিৰ অধিষ্ঠাত্ৰীসকলৰপৰা যদি মাৰৈ শব্দটো উদ্ভৱ হোৱা বুলি ধৰা হয় তেন্তে ইয়াৰ উৎস হ'ব অতি প্ৰাচীন আৰু বৌদ্ধ ধৰ্ম উদ্ভৱবো আগৰ। অসমত প্ৰচলিত মাৰৈ পূজাৰ আৰাধ্যা দেৱী মনসা লোকবিশ্বাস অনুসৰি শক্তিৰ অধিষ্ঠাত্ৰী বা মহাশক্তিৰ আধাৰ শিৱৰ মানস কন্যা। সেই হিচাপে সকলো অপশক্তি নিয়ন্ত্ৰণৰ ক্ষমতা মনসাৰ আছে। যি দৃষ্টি ভঙ্গীৰেই চোৱা নহওক মাৰৈ পূজা যে অতি প্ৰাচীন, নানা লোক-কথা, লোক-বিশ্বাস আৰু উপ-কথাৰ বিপুল সম্ভাৰে তাকেই প্ৰমাণিত কৰে। বৌদ্ধ আৰু বৈষ্ণৱ– দুয়োধৰ্মৰ বিকাশ আৰু উত্থানৰ সকলো পৰ্ব পাৰ হৈও কিন্তু লোক-বিশ্বাসত বিস্তাৰ কৰা প্ৰবল প্ৰভাবৰ জৰিয়তে মাৰৈ পূজা বৰ্তি আছে।

মনসা পূজা এদিনীয়াকৈ পাতিলে এদিনীয়া এপৰীয়া বং আৰু দুদিনীয়াকৈ পাতিলে তাক গোটা বং বোলে। মনসা পূজা সাধাৰণতে নাগপঞ্চমীৰ দিনা অৰ্থাৎ শাওন মাহৰ শুক্লা-পঞ্চমীৰ দিনা আৰম্ভ কৰা হয়। লোক বিশ্বাস অনুসৰি এই দিনা যি সভক্তিৰে নানা বলি-বিধান দি মাৰৈ পূজা কৰে— তেওঁ বিপদমুক্ত, বিজয়ী, সম্পদশালী হয়। অৱশ্যে বৰ্ষাকালৰ আন উপযুক্ত দিনতো মনসা পূজা আৰম্ভ কৰা হয়।

মনসা পূজাত নাগসকলক— মনসাৰ পাৰিষদ অষ্ট নাগক পূজা কৰাৰ নিয়ম। এই অষ্ট নাগৰ উপৰি ধৰ্ম দেৱতা আৰু শীতলা পূজাও মনসা পূজাৰ লগতে কৰা হয়। অষ্টনাগৰ পূজা মনসা পূজাৰ অংগ হোৱা বাবে লোকবিশ্বাসৰ সকলো সৰ্পপূজাৰ মূল উপাস্য দেৱীও হৈ পৰে অষ্টনাগ সমন্বিতে সকলো নাগৰ অধিষ্ঠাত্ৰী মনসাদেৱী। এই অষ্টনাগ হ'ল শেষ নাগ, কালিনাগ, ককোটক, মলনাগ, পদ্ম, অশ্বতৰ, তক্ষক আৰু বাসুকী।

মনসা পূজাৰ লগত শীতলা পূজা কৰাটো বাধ্যতামূলক নহয়; কিন্তু মনসাৰ লগত ধৰ্ম দেৱতাৰ পূজা কৰাটো নিয়ম।

শীতলা মনসাৰ দৰেই অপশক্তি, মাৰি-মৰক আদিৰ নিয়ন্ত্ৰক দেৱী। মনসা আৰু শীতলাক মন শক্তি সম্পন্না দেৱী গণ্য কৰা হয়। গতিকে শীতলা পূজা সুকীয়া ভাবেও কৰা দেখা যায়।

মনসা বা মাৰৈ পূজাৰ অন্তত পূজাৰ ভোগ গ্ৰহণৰ পিছত ওজা-পালিয়ে নিজা অনুষ্ঠান আৰম্ভ কৰে। আনহাতে পূজা সম্পূৰ্ণ কৰি পূজাৰীয়ে দেৱীক বিসৰ্জন দিয়াৰ পিচত ওজা-পালিয়েও দেৱীক বিসৰ্জন দিয়ে নিজা পদৰ দ্বাৰা। মাৰৈ পূজাত ওজা-পালি গীত-নৃত্য অবিচ্ছেদ্য অংগ। মনসা বা মাৰৈ পূজাত কেবাজোৰো ওজা-পালিয়ে গীত-নৃত্য পৰিবেশন কৰে।

# চতুৰ্থ অধ্যায়

## দ্বিতীয় ভাগ

## ওজাপালি

ওজাপালি অতি জনপ্ৰিয় লোক নাট্যানুষ্ঠান। ওজাপালি কামৰূপ, গোৱালপাৰা আৰু দৰং জিলাৰ বিভিন্ন স্থানত বৰ্তি থকাৰ উপৰি অসমৰ অন্যান্য দুই এঠাইতো ওজাপালি মৰি মৰি জীয়াই থকাৰ উমান পোৱা যায়। ওজাপালিক বিয়াহৰ ওজাপালি বা ব্যাসৰ ওজাপালি আৰু সুকনানি ওজাপালি বা মনসা পূজাৰ ওজাপালি— প্ৰধানকৈ এই দুভাগত ভাগ কৰা হৈছে। স্থানভেদে বিয়াহৰ ওজাপালি আৰু সুকনানি ওজাপালিৰো উপভাগ বা আঞ্চলিক বৈশিষ্ট্য দেখা যায়। কলিয়াবৰ অঞ্চলতো বিয়াহৰ ওজা পালিৰ অৱশেষ বৰ্তি থকা দেখা যায়।

### বিয়াহৰ ওজাপালি

বিয়াহৰ ওজাপালিত মহাভাৰত, ভৰতৰ নাট্যশাস্ত্ৰ, হৰিবংশ, হস্ত্যায়ুৰ্বেদ আদিৰ আবৃত্তি কৰা হয়। বিভিন্ন পণ্ডিতে বিয়াহৰ ওজাপালিৰ 'বিয়াহ' শব্দটো 'ব্যাস' শব্দৰপৰা উদ্ভৱ হোৱা বুলি উল্লেখ কৰিছে।* কোনো কোনো আলোচকে প্ৰাচিন কামৰূপৰ ব্যাসকলাই নামেৰে এগৰাকী সংস্কৃতিৰ মহান সাধকৰ নামৰপৰা বিয়াহৰ ওজাপালি নামকৰণ হৈছে বুলি মত প্ৰকাশ কৰিছে। আনহাতে, আন এটা মত অনুসৰি দৰঙী ৰজাৰ ৰাজসভাত ব্যাস উপাধিকাৰী যিসকল লোকে এই কৃষ্টি চৰ্চা কৰিছিল, তেওঁলোকক ব্যাসপা ৰা নামৰ ঠাইত বস-বাস কৰিবলৈ দিয়া হৈছিল। এওঁলোকৰ মাজত পাৰংগতসকলক ব্যাসৰ ওজা বোলে। ব্যাসসকলৰ মাজত যিসকল পাৰংগত তেওঁলোকক 'ব্যাসকলাই' বোলা হৈছিল বুলি পণ্ডিতসকলে কয়। ড০ নবীন চন্দ্ৰ শৰ্মাই সৰ্বানন্দ ব্যাসকলাইক ব্যাস সঙ্গীতৰ আদি পুৰুষ বুলি উল্লেখ কৰিছে। ড০ গোস্বামীয়ে তন্ত্ৰ-মাগধী আৰ্হিৰ

---

*দ্ৰষ্টব্য ঃ প্ৰফুল্ল দত্ত গোস্বামী, পৃঃ ৩০। ড০ নবীন চন্দ্ৰ শৰ্মা, পৃঃ ১০৫।

নাটকৰ লগত ওজাপালিৰ তুলনা কৰিছে। ওজাপালিত নাটকীয়তা আৰু আবৃত্তি বা বচন নিক্ষেপন, অভিনয়, গীত, নৃত্য সকলো আছে; কিন্তু প্ৰতিটো চৰিত্ৰৰ ৰূপদানৰ বাবে ভাববীয়া নাই।

ওজাপালি পুৰণি কামৰূপ বা প্ৰাগ জ্যোতিষপুৰৰ বিষ্ণু আৰু মন্দিৰবোৰত প্ৰচলিত নৃত্য আৰু গীতৰ সমন্বিত ৰূপ বুলি ক'ব পাৰি। বৰ্তমান তেনে মন্দিৰবোৰ ধ্বংসপ্ৰাপ্ত— যিবোৰ আছে তাত পৃষ্ঠপোষকতাৰ অভাৱত নৃত্য-গীত অনুষ্ঠিত নহয়। ওজাপালি জীয়াই আছে ৰাজহুৱা প্ৰকৃতিৰ ধৰ্মীয় অনুষ্ঠান, সভা, বিবাহ অনুষ্ঠান, শ্ৰাদ্ধ অনুষ্ঠান আদিৰ প্ৰয়োজনীয়তা পূৰণ কৰি। জনজাতিসকলৰ মাজতো ওজাপালি প্ৰচলিত।

ওজা পালিৰ দলটোত এজন ওজা থাকে আৰু ডাইনা পালি বা মুখ্য সহায়কাৰী তথা তিনিজন বা চাৰিজন সহায়কাৰী পালি থাকে। ওজা আৰু পালি শব্দৰ উৎপত্তি সংস্কৃতৰপৰা হৈছে বুলি অনুমান কৰা হয়।

ওজা পালিৰ সাজপাৰ, তাল, নৃত্য আদি বিশেষত্বপূৰ্ণ। গীত-মাতৰ ৰাগ আৰু ঠেউকিও বিশেষত্বপূৰ্ণ। বিয়াহৰ ওজাই টুপী পিন্ধে, এই টুপী দুয়ো মূৰে নাওৰ দৰে উঠঙা বা জোঙা, অংকীয়া নাটৰ সূত্ৰধাৰীৰ দৰে। ওজাই বিশেষ ভাবে নিৰ্মিত সাজ চৌগা-চাপকন পিন্ধে আৰু কঁকালৰপৰা ভৰিৰ পতালৈকে ওলমি পৰা জামা পিন্ধে। সুকনানী ওজাই দুয়োকাষে ওলমি পৰা চাদৰো লয়। বিয়াহৰ ওজাই ৰঙা দীঘল ভূটীয়া টঙালি এখন কান্ধৰপৰা ওলমাই আনি কঁকালত বান্ধি লয়। ভৰিত নেপুৰ, ডিঙিত সোণৰ মণি আৰু হাতত খাৰু পিন্ধে। কপালত চন্দনৰ তিলক লয়। পালিসকলে বগা ধুতী, চোলা পিন্ধে আৰু চাদৰ লয়।

বিয়াহৰ ওজাপালি আৰু সুকনানী ওজাপালিৰ তাল সুকীয়া সুকীয়া। বিয়াহৰ ওজাপালিৰ তাল বাতিৰ দৰে, সুকনানী ওজাপালিৰ তাল খুটি তাল, কিছু মেল খোৱা। বাতিৰ দৰে নহয়। ওজাপালিৰ কোনো এটা ভাগতে ওজাই তাল ব্যৱহাৰ নকৰে পালিয়েহে কৰে। বিয়াহৰ ওজাপালিয়ে একতাল, লেছাৰি বা জিকাৰি তাল আৰু চৌ তাল বা থোকা তাল বজায়।

ওজাপালিৰ সমগ্ৰ অনুষ্ঠানটোত গীত, নৃত্য, মুদ্ৰা তাল আৰু পদত— ওজাপালিৰ পাঁচ বা ছয়জনীয়া দলটোৰ সুকীয়া সুকীয়া ভূমিকা আছে। ওজা সংগীতক ৰাগৰ কালৰপৰা ছটা ভাগত ভাগ কৰা হয়— ধুনি, ৰাগ, মালিতা, বানা, দিহা আৰু থোকা। এই ছয়টা স্তৰ অতিক্ৰম কৰিলেহে এটা সম্পূৰ্ণ পদ হয়। বিয়াহৰ ওজাই দিন বাতিৰ বিভিন্ন সময়ত বিভিন্ন পদ গায়। বিয়াহৰ

ওজাই তদুপৰি ঝুনা, মালচী আৰু জাগৰ গীতৰ আবৃত্তি কৰে। সুকনানী ওজাই এই আবৃত্তিবোৰ নকৰে। সুকনানী ওজাপালিত মূল পদ গোৱাৰ আগতে বন্দনা গায়। বিয়াহৰ ওজাই ঢোল বা ভোৰতাল অনুষ্ঠানত ব্যৱহাৰ নকৰে। সুকনানী ওজাই অৱশ্যে মাদল, ঢোল কিম্বা ভোৰতাল ব্যৱহাৰ কৰে।

বিয়াহৰ ওজাপালি আদিতে বৈষ্ণৱী কৃষ্টি আছিল। পিছলৈ বৈষ্ণৱী গীত-নৃত্য অনুষ্ঠানৰ লগতে শাক্ত দুৰ্গা, জগদ্ধাত্ৰী আদিৰ মালচো ওজাপালিয়ে গাবলৈ আৰম্ভ কৰে। কোঁচ ৰজাসকল বৈষ্ণৱ আৰু শাক্ত উভয় ধৰ্মৰে পৃষ্ঠপোষক হোৱা বাবেই সম্ভৱতঃ এনে হৈছিল। ওজাসকলৰ মুদ্ৰা আৰু ৰাগৰ ক্ষেত্ৰত পাৰদৰ্শিতাই হ'ল যোগ্যতাৰ মূল মাপকাঠি। জনা যায় যে পুৰণি কালত ব্যাস কলাই বা 'ব্যাস' উপাধি প্ৰদান কৰা হৈছিল কেৱল ছয় ৰাগ আৰু ছয়ত্ৰিছ ৰাগিণীত পাৰদৰ্শিতা থকা লোককহে...। বৰ্তমানো ব্যাসৰ বা বিয়াহৰ ওজাই বৰাৰি, কল্যাণ, পাহাৰী সাৰংগ, সৰোদ, ৰামগিৰি, মালৱী, ধনশিৰি বা ধনশ্ৰী আৰু এই ৰাগবোৰৰ মালিতা গায়। মুদ্ৰাৰ ক্ষেত্ৰতো দেখা যায় যে পাৰংগত ওজাসকলে প্ৰায় সকলো মুদ্ৰা জানে। মুদ্ৰাত কামৰূপী বা অসমীয়া বৈশিষ্ট্য তেওঁলোকে ৰক্ষা কৰিছে। কিন্তু শিক্ষাৰ অভাব তথা যথাৰ্থ প্ৰশিক্ষণৰ অভাৱত তেওঁলোকৰ বহুতেই মুদ্ৰাৰ নাম নজনাকৈয়ে পৰম্পৰা অনুসৰি মুদ্ৰা প্ৰদৰ্শন কৰে।

# চতুৰ্থ অধ্যায়

## তৃতীয় ভাগ

## সুকনানী ওজাপালি

সুকনানী ওজাপালি মনসা বা মাৰৈ পূজাৰ লগত সম্পৰ্ক থকা অনুষ্ঠান। আনহাতে বিয়াহৰ ওজাপালি বিষ্ণু পূজাৰ লগত সম্পৰ্কান্বিত অনুষ্ঠান। নামনি অসম আৰু দৰঙৰ কিছুমান ঠাইত বিয়াহৰ ওজাপালিতকৈও জনপ্ৰিয়।

সুকনানী ওজাপালি নাৰায়ণদেৱৰ পদ্মা পুৰাণৰ আধাৰত পৰিচালিত হয়। স্বয়ং নাৰায়ণ দেৱেই ওজাপালি নৃত্য শিকাইছিল বুলি জনশ্ৰুতি আছে। এই জনশ্ৰুতিৰ সত্যতা থাকক বা নাথাকক, এই কথা ঠিক যে কোঁচ ৰাজবংশী দৰঙী ৰজাসকলৰ পৃষ্ঠপোষকতাতেই, নাৰায়ণদেৱৰ পদ্মা পুৰাণ বা মনসা পুৰাণৰ ওপৰত ভেটি কৰিয়েই সুকনানী ওপাপালি বিকাশ হৈছিল। এই ওজাপালি যিহেতু মনসা বা' মাৰৈ পূজাৰ ওজাপালি, সেয়ে যিবোৰ অঞ্চলত মনসা পূজা আৰু মাৰৈ পূজা প্ৰচলিত, সেইবোৰ স্থানতে সুকনানী ওজাপালিও প্ৰচলিত।

ওজা পালিত গীত, পদ, নৃত্য, মুদ্ৰা, লয়- সকলোৰে প্ৰকন্ন আছে। যিসকল ওজা এই সকলো দিশতে সম্পূৰ্ণ পাৰংগত তেওঁলোকহে বৰ ওজা উপাধি দিয়া হৈছিল। কোঁচ ৰজাসকলে অকল যে ওজাপালি আৰু মনসা পূজাৰ পৃষ্ঠপোষকতাই কৰিছিল সেইটো নহয়, এক কলা হিচাপে ওজাপালি নৃত্যৰ বিকাশৰ প্ৰতি লক্ষ্য ৰাখি ওজাসকলৰ বাবে প্ৰয়োজনীয় প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল আৰু ওজাসকলৰ মাজত গুণাগুণৰ পৰ্যবেক্ষণ কৰি, তেওঁলোকক যথাযথ পুৰস্কৃতো কৰিছিল।

ওজাপালি এসময়ত ইমানেই জনপ্ৰিয় আছিল যে ই সাম্প্ৰদায়িক সীমাও অতিক্ৰম কৰিছিল। এসময়ত মুছলমান ওজাপালিও আছিল বুলি ড০ প্ৰফুল্ল দত্ত গোস্বামীয়ে উল্লেখ কৰিছে। সুকনানী ওজাপালি বিয়াহৰ ওজাপালি আৰু দেওধনিৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল বুলিও অ-মান কৰিব পাৰি। বিয়াহৰ ওজাপালিত ৰাগৰ প্ৰাধান্য বেছি। আনহাতে, সাজপাৰৰ ক্ষেত্ৰত বিয়াহৰ

ওজাপালি অতি আনুষ্ঠানিকতা মানি চলা বা কিছু কটকটীয়া। সুকনানী ওজা পালিত ধুতী, পাঞ্জাবী আৰু মূৰত পাগুৰিয়েই হ'ল ওজাৰ সাজ। আনহাতে, পালিৰ সাজ হ'ল ধুতী, পাগুৰী, কামিজ। কিন্তু কোনো কোনো স্থানত পালিয়ে ধুতী আৰু বনিয়ন পিন্ধিয়েই কাম চলায়। পালিয়ে কান্ধৰপৰা গামোচা ওলোমাই লোৱা নিয়ম। ড° গোস্বামীয়ে উল্লেখ কৰিছে যে সুকনানী ওজাই দক্ষিণ কামৰূপত কৰ্কালৰ তলত ঘাগৰা আৰু ওপৰত গেঞ্জী পিন্ধিও কাম চলায়।

ওজাই হ'ল সুকনানী ওজাপালি বা অন্য ধাৰাৰ ওজাপালিৰ প্ৰধান চালিকা শক্তি বা প্ৰাণ। ওজাৰ দক্ষতা-অৰ্হতাৰ ওপৰত ভিত্তি কৰিয়েই এজোৰা ওজাপালিৰ সুনাম, যশ গঢ় লৈ উঠে। ওজাই হ'ল অনুষ্ঠানৰ পৰিচালক আৰু নিয়ন্ত্ৰক শক্তি। তেওঁ নাম বা দিহাবোৰ লগাই দিয়ে। পালিয়ে ধৰে। দিহাৰ অন্তৰ্গত পদবোৰ ওজাই ৰাগ অনুসৰি গায়। দিহাৰ বা পদৰ শেষৰখিনি মাথো পালিয়ে ধৰে। ওজাই কাহিনী ভাগ আগবঢ়াই নিওঁতে বিভিন্ন ভংগিমাৰ আবৃত্তি কৰে, লয়লাসে নাচে বা মাথো বিভিন্ন প্ৰকাৰে ভাব প্ৰকাশৰ বাবে অংগী-ভংগী কৰে। প্ৰকৃততে ওজাই ভাব-প্ৰকাশৰ বাবে কৰা অভিনয় তথা নৃত্যৰ ওপৰতে ওজাপালিৰ জনপ্ৰিয়তা ভালেখিনি নিৰ্ভৰ কৰে। ওজাই দৰ্শক আৰু শ্ৰোতাক নিবিড় সম্পৰ্কৰ জালেৰে বিমোহিত কৰে। অৰ্থাৎ, কাহিনীভাগৰ ভাবক ওজাই গীত, নৃত্য, ভংগিমাৰে দৰ্শক-শ্ৰোতাৰ হৃদয়লৈ লৈ যায়। ওজাই কান্দি কান্দি গীত পৰিবেশন কৰিলে শ্ৰোতা-দৰ্শকো অভিভূত হ'ব লাগিব শোকত, ইয়াতেই লুকাই আছে ওজাৰ অভিনয়ৰ তাৎপৰ্য আৰু সাৰ্থকতা।

পালি কেইজনে হাতত খুটি তাল লৈ দুজনকৈ শাৰী পাতি থিয় হয় আৰু ওজাৰ পদৰ লগত সুৰ মিলায়। ওজাই আৰম্ভণিতে প্ৰথম দুজন পালিৰ মাজত থিয় হৈ ওজাপালি নৃত্য তথা জন সমাজৰ আৰাধ্য দেৱ-দেৱী সকলৰ বিশেষ প্ৰতীকী বন্দনা আৰু অভিনয় কৰে। প্ৰণাম জনাই "হ, ত, না, খ, খতা"- এই অৰ্থ ব্যঞ্জক ধ্বনি কেইটা সুৰ লগাই গায়। প্ৰতিটো ধ্বনিৰে অন্তৰালত থকা দেৱতাৰ অভিনয় মুদ্ৰাৰে দেখুৱায়। পালি কেইজনেও আবৃত্তি অনুকৰণ কৰে। 'হ, ত, না, খ, খতা' হ'ল -ব্ৰহ্মা (না), বিষ্ণু (খ) আৰু মহেশ্বৰ (ত)ৰ লগতে সিদ্ধিদাতা গণেশ (হ) আৰু নৃত্য তথা কলাসমূহৰ নিয়ন্ত্ৰক গন্ধৰ্ব (খতা) সকলৰ বন্দনা। এই পঞ্চদেৱতাক স্তুতি কৰাৰ পিছতে ওজাপালিৰ মূল বন্দনা আৰম্ভ হয়। বন্দনাত সাধাৰণতে যি কোনো এজন আৰাধ্য দেৱ-দেৱীৰ বন্দনা গীত বা আবৃত্তি হিচাপে গোৱা হয়। সুকনানী ওজাই সাধাৰণতে শীতলা,

কালিকা, গুৰু, অনাদি, দশাৱতাৰ, শিৱ, দশদিকপাল, দশভূজা আদিৰ বন্দনা কৰে।

পৰম্পৰাগত ভাবে ওজাৰ সাজ-পাৰ পবিত্ৰ। শুদ্ধ বগা, ডাঙৰ পাৰিৰ চুৰিয়া, মূৰত চাদৰৰ পাগ, কোটৰ নিচিনা এবিধ চোলা, কান্ধত উপবীতৰ নিচিনা চাদৰ, হাতত সোণৰ খাৰু, ডিঙিত সোণৰ ঢোল-মাদলী। ওজাই সাধাৰণতে খোপা বান্ধে। কপাল, কাণত চন্দনৰ ফোঁট লয় আৰু ভৰিত নেপুৰ পৰিধান কৰে।

পালি সকলে ওজাৰ নৃত্য, গীত অভিনয় সফল কৰি তোলাত আৰু ওজাপালিৰ বাণী ৰাইজৰ মাজলৈ লৈ যোৱাত অৰিহণা যোগায়। পালিসকলক তিনিটা ভাগত সাধাৰণতে ভাগ কৰা হয়। ডাইনা, গোৰ আৰু আগ। ডাইনা পালি হ'ল সকলোক্ষেত্ৰতে ওজাৰ সোঁহাত স্বৰূপ। ডাইনা পালি ওজাৰ বাঁওহাতে থাকে। ডাইনা পালিৰ সমানে সমানে থকা পালি জোৰাক গোৰপালি আৰু আনটো ভাগক আগ পালি বোলে। এই পালিসকলে ওজাৰ দৰেই ওজাৰ অনুকৰণত গাব আৰু নাচিব লাগে। ওজাই মাজে মাজে কঁকাল ভৰিত পাক দি পালিৰ মাজত সোমাই অভিনয় কৰে।

ওজাই অনুষ্ঠানৰ পৰিচালক হিচাপে হাতৰ তাল বা চাপৰিৰে পালিসকলক তালৰ বা ৰাগৰ নিৰ্দেশ দিয়ে। ওজা জগোৱাৰ সময়ত ডাইনা পালি আৰু আগ পালিয়ে ঢোল বজায়। সুকনানী ওজাপালিত জয় ঢোল, ঢেপা ঢোল, মাদল আদি ব্যৱহাৰ কৰা হয়। গোৰ পালিয়ে তাল বজায়।

কেইটামান দশকৰ আগলৈকে মহিলা ওজা পালি থকাৰ কথা ৬০ গোস্বামীয়ে উল্লেখ কৰিছে। বৰ্তমান প্ৰায় বিলুপ্ত হোৱা এনে ওজা পালিক আপি ওজা পালি বোলে। আপি ওজা পালিয়ে বিয়াহৰ ওজাপালিক সাধাৰণতে অনুকৰণ কৰে।

# চতুৰ্থ অধ্যায়

## চতুৰ্থ ভাগ

# কুশান গান

পশ্চিম অসমৰ, বিশেষ ভাবে গোৱালপাৰা জিলাৰ জনপ্ৰিয় লোক-কৃষ্টিৰ ভিতৰত কুশান গান অন্যতম। কুশান গান অনুষ্ঠানত ৰামায়ণৰ আবৃত্তি সাধাৰণতে কৰা হয়। ৰামৰ পুত্ৰ কুশৰ পৰাই এই লোক কলাৰ নাম হ'ল কুশান গান। ৰামায়ণৰ উপৰি কুশান গানত মহাভাৰতৰ কাহিনীও গোৱা হয়।

কুশান গান অনুষ্ঠানটিৰ কলা হিচাপে প্ৰধান তাৎপৰ্য হ'ল ইয়াৰ ধৰ্মীয় অনুষ্ঠানৰ পৰা বা বান্ধোনৰ পৰা কিছু স্বাধীন ৰূপ। বিষ্ণু পূজা বা মনসা পূজাৰ লগত কুশান গানৰ সম্পৰ্ক প্ৰত্যক্ষ নহয়; কিন্তু কুশান গান মূলতঃ ওজাপালিৰ নৃত্য-গীত ৰাগৰ পৰম্পৰাতে গঢ় লৈ উঠিছে। কুশান গান আৰম্ভ হয় সৰস্বতী বন্দনাৰে। সৰস্বতী বন্দনাৰ লগে লগে সকলো কলাতে উৎস দৰ্শককো বন্দনা কৰা হয়।

কুশান গানৰ গায়ক বা গীতালৰ কাৰ্যক্ৰমণিকা ঠিক ওজাপালিৰ ওজাৰ দৰে। ওজাই যিদৰে গীত, নৃত্য, অভিনয়ৰ জৰিয়তে কাহিনী ভাগ সদায় দৰ্শকৰ মাজলৈ লৈ যায়, কুশান গানতো সেইটোকে গীতালে কৰে।

গীতালৰ মুখ্য সহযোগী হ'ল দোৱাৰী। কেইজনমান গায়ক আৰু কেইজনমান নৰ্তকে গীতালক সহযোগিতা কৰে। এই সহায়কাৰী সকলক চেংৰা বা চোকৰা বোলা হয়।

দোৱাৰীৰ গুৰুত্ব কুশান গানত অতি বেচি। তেওঁ এফালে গান আৰু নাচত অংশ গ্ৰহণ কৰে। আনহাতে বহুৱা বিদুষকৰ দৰে খুহতীয়া অভিনয় কৰি দৰ্শকক আমোদ দিয়ে।

ওজাপালিৰ লগত কুশান গানৰ প্ৰধান পাৰ্থক্য হ'ল বাদ্যৰ ক্ষেত্ৰত। কুশান গানত এবিধ স্থানীয় বাদ্য বেনা বজোৱা হয়। বেনা হ'ল এবিধ একতাৰা বা এডাল তাঁৰ বিশিষ্ট বাদ্য। আনহাতে এই অনুষ্ঠানত খোল আৰু তাল ব্যৱহাৰ

কৰা হয়। কুশান গান যিহেতু লোকায়টিক নৃত্য-অভিনয় কলা, গতিকে ইয়াৰ উৎপত্তি সম্পৰ্কে মতভেদ থকাটো স্বাভাৱিক। সাধাৰণতে দেখা যায় এনে ধৰণৰ কলা ৰামায়ণৰ গীত গোৱা উত্তৰ ভাৰতৰ লোক দলসমূহৰ মাজত আছে। সত্তিশগড়ত আছে। কিন্তু খোল, তাল আৰু বেনা বাদন তথা ওজাপালিৰ অনুকৰণে বুজায় যে এই কলাৰ উৎপত্তি হয়- ওজাপালিৰ পিছৰ নাইবা সমসাময়িক ভাবে। ৰামায়ণ গোৱাৰ প্ৰৱণতালৈ চাই আৰু সৰস্বতী বন্দনাৰ তাৎপৰ্য্য অনুধাৱন কৰি এই কথা ক'ব পাৰি যে ই মূলতঃ বৈষ্ণৱ দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত। কৃষ্ণ আৰু ৰামৰ মাহাত্ম্য প্ৰতিষ্ঠা কুশান গানৰ পৰোক্ষ উদ্দেশ্য। আনহাতে হাস্যৰসাত্মক অভিনয়ৰ বাবে দোৱাৰীয়ে লোৱা ভূমিকাই এই কলাক বাইজৰ ওচৰলৈ অধিক ফলপ্ৰসূভাবে লৈ যোৱাৰ সম্ভাৱনা বিদ্যমান।

কুশান গানৰ দৰে আন এবিধ থলুৱা গান হ'ল ভাৰী গান। ভাৰী গানত ওজাজনক মূল বোলে। এওঁ অৱশ্যে ওজাপালিৰ ওজাৰ দৰে কাহিনীভাগ অকলে বৰ্ণনা কৰি আগবাঢ়ি নাযায়। মূলজনে কাহিনী আবৃত্তি কৰে আৰু নাচে। সহযোগী সকলে খোল আৰু তালেৰে সংগত কৰি কাহিনী ভাগ আগবঢ়াই নিয়ে। ভাৰী গানৰ মূল কাহিনী ৰাম-ৰাৱণৰ যুদ্ধ। ভাৰী গান অভিনয় প্ৰধান। মূলে ইয়াত অভিনয়ৰ জৰিয়তে কাহিনীত অংশ গ্ৰহণ কৰে, কোনো বৰ্ণনাত্মক বচন তেওঁ আবৃত্তি নকৰে। লোক কলাৰ এনে অনুষ্ঠান বিলাক মূলতঃ থলুৱা পৃষ্ঠপোষকতাত লৌকিক ভাবে বিকশিত হোৱা বাবে নিত্য নতুন শক্তিশালী বাহ্যিক আগ্ৰাসনৰ ফলত বিলুপ্ত হোৱাৰ ভয় থাকে। এইবোৰৰ ক্ষেত্ৰত সেয়ে এক উচিত সংৰক্ষণৰ নীতি প্ৰয়োজন।

# চতুৰ্থ অধ্যায়

## পঞ্চম ভাগ

## দৰ পূজা বা ভয় পূজা

ৰণচণ্ডীৰ পূজা কোঁচ ৰাজবংশী ৰজা সকলৰ দ্বাৰা পৃষ্ঠপোষকতা পোৱা পূজা। দৰ পূজা নামটো লৌকিক ভাৱে প্ৰচলিত হৈছে যদিও এই পূজা আচলতে দৰ জয় কৰিবৰ বাবে কৰা শক্তি পূজা।

কোঁচ বিহাৰৰ কোঁচ ৰজা আৰু দৰঙ্গী ৰজাসকল তথা কোঁচ ৰাজবংশৰ অন্যান্য শক্তিশালী সতি-সন্ততিসকলে ৰাজ্যৰ আৰু ব্যক্তিগত কল্যাণৰ বাবে ৰণচণ্ডীৰ পূজা কৰিছিল। ৰণ জয় এনে পূজাৰ প্ৰধান উদ্দেশ্যে।

বিশ্বসিংহ, নৰনাৰায়ণ আদিৰ দিনত ৰণচণ্ডীৰ পূজা বছৰৰ এটা নিৰ্দিষ্ট দিনত কৰা হোৱা নাছিল। ৰাজ্য জয় কৰিবলৈ যুদ্ধ-যাত্ৰা কৰাৰ আগতে ৰণচণ্ডীৰ পূজা কৰি প্ৰকৃতাৰ্থত শত্ৰুক পৰাভূত কৰাৰ সংকল্প গ্ৰহণ কৰা হৈছিল। এয়া আছিল জয় দূৰ্গা বুলি যাত্ৰা আৰম্ভ কৰা বা যুদ্ধৰ আগে আগে কামাখ্যা পূজা কৰাৰ দৰে মংগল কামনা কৰি অনুষ্ঠিত কৰা পূজা।

এই পূজাৰ প্ৰচলন কিদৰে হ'ল সেই সম্পৰ্কে দৰং ৰাজ বংশাৱলীৰ কথা পৰ্যালোচনা কৰিলে এটা কথা স্পষ্ট হয় যে এই দৰ পূজা হ'ল কৈৰাতজ। কছাৰীসকলৰ মাজত এই পূজা প্ৰচলিত আছিল। কোঁচ ৰজা নৰনাৰায়ণে তেওঁৰ দিনত হোৱা আহোম ৰাজ্য আক্ৰমণৰ সময়ত কছাৰীৰ নিয়ম অনুসৰি এই দৰ পূজা কৰিছিল। কছাৰী নিয়মে কৰা পূজাৰ লগতে নিজৰ আৰাধ্য দেৱী চণ্ডিকাৰো পূজা কৰিছিল। ৰণজয়ৰ উদ্দেশ্যে কৰা হৈছিল কাৰণে এই পূজাক ভয় জয় কৰা বা দৰ পৰাভূত কৰা পূজা বোলা হৈছিল। ড০ নবীন চন্দ্ৰ শৰ্মাই উল্লেখ

কৰিছে 'দৰৰ অৰ্থ হ'ল ভয়। ভয় দেখুৱাবৰ বাবে নাইবা ভীতি প্ৰদৰ্শনৰ বাবে যি পূজা কৰা হৈছিল তাকেই দৰ-পূজা বোলা হৈছিল বুলি কব পাৰি, কাৰণ ৰণচণ্ডী পূজাৰ ভোগ গ্ৰহণ কৰাৰ অন্তত সৈন্য-সেনাপতি সকলে নানা অঙ্গী-ভঙ্গী কৰি শৌৰ্য-বীৰ্য আৰু বল-বিক্ৰম প্ৰকাশক এনে কিছুমান নৃত্য কৰিছিল যে দেখা পালেই দেখোতাৰ অন্তৰত সঞ্চাৰ হৈছিল ভয় ভাবৰ। সেই বাবেই বোধ কৰোঁ এই পূজাক দৰ পূজা বোলা হৈছিল।'* ৰণচণ্ডী যুদ্ধৰ কৰাল মূৰ্তি ধাৰিণী দেৱী। সেয়ে আপোন ভয়ক জয় কৰি আনক ভয় খুৱাবৰ দ্বিমুখী উদ্দেশ্য এই পূজাত নিহিত আছে। যুদ্ধত যাতে আপোন মৃত্যু নঘটে বা নিজৰ দুৰ্গতি নহয় তাৰ বাবেই এই শক্তি পূজা কৰা হৈছিল আৰু অসমৰ অন্য ৰাজ শক্তিয়ে আপোন আৰাধ্য শক্তিক ঠিক যুদ্ধ-যাত্ৰাৰ আগে আগে আৰাধনা কৰিছিল।

বৰ্তমান কালত ৰণচণ্ডী পূজা দুৰ্গা দেৱীৰ পূজাৰ লগতে দশমীৰ দিনা কৰা হয়। দুৰ্গাদেৱীৰেই এক কৰাল ৰূপ ৰণচণ্ডী। সেই কাৰণেই বোধ হয় ৰণচণ্ডীৰ পূজা কালক্ৰমত দুৰ্গা পূজাৰ অঙ্গীভূত হয়।

দশমীৰ দিনা দুৰ্গা প্ৰতিমা বিসৰ্জন দিয়াৰ পূৰ্বে দৰ পূজা কৰা হয়। ৰণচণ্ডীৰ পূজা সমূহীয়া ভাবে দুৰ্গা পূজাৰ লগতে কৰাৰ উপৰি গাইগুটীয়া ভাবেও ঘৰে ঘৰে কৰা দেখা যায়। দৰ পূজাত বলি-বিধান আছে। ম'হ, ছাগলী, হাঁহ, পাৰ আদি বলি দিয়াৰ নিয়ম। দৰ পূজাৰ দিনা পূজা কৰোতাই লঘোণে থাকি চণ্ডী ব্ৰত পালন কৰে। শক্তি মন্ত্ৰ মাতি দুৰ্গা বা ৰণচণ্ডীক আৰাধনা কৰি বলি উচৰ্গা কৰা হয়।

কৈৰাতজ নিয়ম অনুসৰি আহোম ৰাজ্য আক্ৰমণৰ আগতে নৰ-নাৰায়ণে ৰণ-চণ্ডীৰ পূজাৰ আয়োজন কৰিছিল। প্ৰথম কছাৰীসকলৰ নিয়মেৰে পূজাৰ আয়োজন কৰি সকলো কছাৰী জনজাতিক ঐক্যবদ্ধ কৰি যুদ্ধত সমৰ্থন কৰিবৰ বাবে প্ৰস্তুত কৰি তোলা হয়। জনজাতি নিয়মেৰে ম'হ, গাহৰি, হাঁহ-পাৰ বলি দিয়াৰ উপৰি নৃত্য-গীতৰ আয়োজন কৰা হয়। কছাৰীসকলৰ উপৰি ভূটীয়াসকলক সামৰি লৈও নৰনাৰায়নো এই কৈৰাতজ পূজা অনুষ্ঠিত কৰি ৰাজ্য জয়ৰ প্ৰস্তুতি কৰিছিল।

উল্লেখযোগ্য যে এই শক্তি পূজাৰ বাবে নৰনাৰায়ণে নিয়ম বান্ধি দিছিল। এই নিয়ম অনুসৰি গোসাঁইকমল আলিৰ উত্তৰে এই শক্তি পূজা জনজাতিসকলে

---

অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৩৯

নিজে আৰু গোহাঁইকমল আলিৰ দক্ষিণে ব্ৰাহ্মণ পূজাৰীৰ জৰিয়তে পূজা কৰাৰ নিয়ম কৰে। এই নিয়ম পৰম্পৰা অনুসৰি আজিও মানি থকা দেখা যায়। গোহাঁইকমল আলিৰ উত্তৰ ভাগতহে জনজাতি তথা কোঁচৰাজবংশী সকলে নিজে পূজা কৰা নিয়ম আছিল যদিও গোহাঁইকমল আলিৰ দক্ষিণেও এই কৈৰাতজ নিয়মৰ প্ৰভাৱ বিদ্যমান।

দৰ পূজাত ৰণচণ্ডী নৃত্য অস্ত্ৰ-শস্ত্ৰ হাতত লৈ কৰাৰ নিয়ম আছিল। আজি-কালিও যাৰ যি অস্ত্ৰ-শস্ত্ৰ হাতত আছে, তেওঁলোকে যুদ্ধ যাত্ৰাৰ দৰে অস্ত্ৰ-শস্ত্ৰ হাতত লৈ শাৰী পাতি থিয় হয় আৰু উদ্দাম নৃত্যত লিপ্ত হয়। আজি-কালি যদিও ৰাজতন্ত্ৰ নাই, তথাপি শক্তি বৃদ্ধি তথা কল্যাণ কামনা কৰি ৰণ চণ্ডীৰ আৰাধনা কৰা হয়।

## পঞ্চম অধ্যায়

## প্ৰথম ভাগ

# তাই আহোমৰ বিভিন্ন উৎসৱ

তাইসকলৰ উৎসৱসমূহক আমি কেবাটাও ভাগত ভাগ কৰিব পাৰোঁঃ (এক) ধৰ্মীয় উৎসৱ, (দুই) কৃষিভিত্তিক লোক-উৎসৱ আৰু (তিনি) সামাজিক ৰাজনৈতিক উৎসৱ আদি। ধৰ্মীয় উৎসৱসমূহৰ ভিতৰত ওমফা পূজা, ফুৰালুং উৎসৱ, মে দাম মে ফি আদি প্ৰধান। এইবোৰ এৰা ধৰাকৈ আজিও পালন কৰা দেখা যায়। কৃষি ভিত্তিক আৰু লোক উৎসৱৰ ভিতৰত বিভিন্ন বিহু উৎসৱ প্ৰধান। আনহাতে ৰাজনৈতিক উৎসৱৰ ভিতৰত 'ৰিক্খান' বা বিজয় উৎসৱ, চুকাফা দিৱস, লাচিত দিৱস, জয়মতী উৎসৱ আদি প্ৰধান।

তাই আহোমসকলৰ ধৰ্ম কি আছিল এই প্ৰশ্নটোৰ উত্তৰ দিয়া অতি আহুকলীয়া কথা। কাৰণ তাইসকলে উত্তৰ চীনৰপৰা থাইলেণ্ডলৈ পৃথিৱীৰ এক বিশাল ভূখণ্ড জুৰি প্ৰব্ৰজন কৰিছে। আদিতে যদিও পুৰণি চীনৰ তাও ধৰ্মকে তাইসকলে অনুসৰণ কৰিছিল, প্ৰব্ৰজন কালত বিভিন্ন সাম্ৰাজ্যত, বিভিন্ন দেশত স্থানীয় ধৰ্মমতৰ প্ৰভাৱ কিছু পৰিমাণে হ'লেও তেওঁলোকৰ ওপৰত পৰিছিল। অৱশ্যে এই কথাত সকলো পণ্ডিতেই একমত যে তাইসকলৰ প্ৰাচীন ধৰ্মীয় পৰম্পৰা চীন দেশৰ প্ৰাচীন ধৰ্মীয় পৰম্পৰাৰ সৈতে একে। বিশেষকৈ তাও আৰু কনফুচীয় ধৰ্মীয় পৰম্পৰাৰ লগত তেওঁলোকৰ সম্পৰ্ক নিবিড় আছিল। আহোম সকলে বিশ্বাস কৰা যুবা-তাৰা বা ফ্ৰাত্ৰা তাও ধৰ্মৰ তাও। আনহাতে চীন দেশত বাস কৰা তাইসকলৰ মাজত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ আছিল ব্যাপক। নান ছাও সাম্ৰাজ্যত বৌদ্ধ ধৰ্মই প্ৰচলিত আছিল। তাও আৰু বৌদ্ধ এই, দুই ধৰ্মৰ পৰম্পৰা, কৃষ্টি-সংস্কৃতিৰ সম্মিলনত তাইসকলৰ ধৰ্ম আৰু কৃষ্টি-সংস্কৃতিয়ে এক সংমিশ্ৰিত ৰূপ পৰিগ্ৰহ কৰিছিল। ক্ৰমান্বয়ে দক্ষিণলৈ আহি অসমত ১২২৮ চনত প্ৰৱেশ কৰা তাই সকলে এসময়ত হিন্দু ধৰ্ম গ্ৰহণ কৰিলেও পুৰণি ৰীতি-নীতি সম্পূৰ্ণৰূপে বাদ নিদিলে। আহোম সকলৰ ধৰ্মীয় পৰম্পৰাত সেয়ে প্ৰাচীন তাও, বৌদ্ধ আৰু হিন্দু-এই তিনিও ধাৰাৰ প্ৰভাৱ এতিয়াও বিদ্যমান। চুকাফাই লগত চোমদেৱক লৈ আহিছিল। আহোমসকলে চোমদেৱৰ উপৰি লাংকুৰি বা বুঢ়াগোসাঁই, লেংদন বা ইন্দ্ৰ, পূৰ্ব পুৰুষৰ প্ৰেতাত্মা তথা দেৱ-দেৱী আদিৰ পূজা কৰিছিল। চুকাফাই লগত

চোমদেৱক অনাৰ উপৰি তিনি গৰাকী পূজাৰী আনিছিল। আনহাতে, আহোমসকলে 'ফুৰা তাৰা আলং' বা 'ফ্ৰাত্ৰা আলঙ'ক ধৰ্মীয় পৰম্পৰা মতে অৰ্চনা কৰিছিল। গতিকে বহু পণ্ডিতে এই 'ফুৰা তাৰো আলং'- বুদ্ধ, ধৰ্ম আৰু সংঘৰ সৈতে একে বুলি কয়। এওঁলোকে তাইসকলৰ 'চিকিয়া' শব্দটোৰ লগত শাক্য (চিকিয়া) মুনি বুদ্ধদেৱৰ মিল দেখুৱায়। কেবাগৰাকীও তাই পণ্ডিতে অৱশ্যে এই ধৰণৰ বক্তব্যৰ কোনো প্ৰমাণ নাই বুলি কয়। ধাৰণা আৰু যুক্তিৰ ভিত্তিত এনে মত প্ৰচলিত আছে, প্ৰমাণ নাই। চীনত আৰু উত্তৰ ব্ৰহ্মত বহু তাই লোক বৌদ্ধ আছিল আৰু এই থেৰাবাদী বৌদ্ধ ধৰ্মৰ দীঘলীয়া সংস্পৰ্শলৈ তাই-আহোমসকল আহিছিল, তথাপি চোমদেৱ ধূৰ্তি পূজা, চেংদেৱ পূজা, ওম্‌ফা, চাইফা পূজা, অনুষ্ঠিত কৰাৰ লগত বৌদ্ধ ধৰ্মৰ মিল নাই। আহোমসকলে তাও ধৰ্মৰ দৰেই অনেক দেৱ-দেৱী পূজা কৰে। পৃথিৱীৰ প্ৰথম কাৰণ অনেক দেৱ-দেৱী বুলি বিশ্বাস কৰা তাইসকলে নিজা ভাবে পূজা কৰে, এই পূজা আৰু বলি-বিধান থেৰাবাদী বৌদ্ধ ধৰ্মৰ লগত নিমিলে। আহোমসকলৰ প্ৰধান উৎসৱ 'দাম-ফি' পূজা বা পিতৃ-পুৰুষৰ পূজা তাও ধৰ্ম আৰু কনফুচীয় ধৰ্মৰ প্ৰভাৱত হোৱা বুলি অনুমান কৰাৰ থল আছে। এই তাও আৰু কনফুচীয় ধৰ্মমতক তাইসকলৰ নিজা ধৰ্মমত বুলি গণ্য কৰাৰো থল আছে। এই সকলোবোৰ তথ্যৰে উৰ্ধত অৱস্থান কৰিছে ছুকাফাই লগত অনা চোম-চেঙৰ সত্যতাই। চোমদেৱ আৰু চেংদেৱ- বুদ্ধদেৱৰ অনুগামীসকলে পূজা কৰা দেৱ-দেৱী নহয়। আহোম স্বৰ্গদেৱসকলে অসমত ক'তো বৌদ্ধ বিহাৰ নিৰ্মাণ কৰা বা বৌদ্ধ সকলৰ ধৰ্মৰ প্ৰতি ৰাজকীয় আদৰ প্ৰদৰ্শন কৰাৰ ঐতিহাসিক তথ্য নাই। বৰঞ্চ ছুকাফাই চৰাইদেউত বগা ঘোঁৰা বলি দি প্ৰথম পূজা কৰা, কেচাইখাতী গোসানীক পূজা কৰা আৰু নিজা দেৱ-দেৱী সকলৰ উপৰি মৰাণৰ লখিমী পূজাক আদৰি লোৱাটো আহোমৰ ধৰ্মীয় উদাৰতাৰ নিদৰ্শন। আহোমৰ ধৰ্মক এক যুগ যুগ জোৰা সামাজিক সাংস্কৃতিক বিবৰ্তনৰ ফল বুলি অভিহিত কৰিব পৰা যায়। এই বিৱৰ্তনৰ পথত চীনৰ প্ৰাচীনপন্থী লাওৎছেৰ দাৰ্শনিক ধাৰা, কনফুচীয় মতবাদ আৰু প্ৰব্ৰজনকালত বিভিন্ন স্তৰত পোৱা ধৰ্মীয় মত তথা পৰম্পৰাৰ সমন্বয় ঘটিছে। বিভিন্ন স্তৰত আন ধৰ্মৰ সংস্পৰ্শলৈ আহিলেও আহোমসকলে নিজা ৰীতি-নীতি, পূজা আদি বাদ দিয়া দেখা নাযায়। বিশেষকৈ বিবাহ অনুষ্ঠান, পিতৃ-পুৰুষৰ পূজা আদি এতিয়াও আহোম ৰীতি-নীতিৰে কৰে। চীনত যিদৰে লাওৎছে, কনফুচিয়াচ আৰু বৌদ্ধধৰ্মৰ সমান্তৰাল ধাৰা প্ৰবাহমান হোৱা সত্ত্বেও তাইসকলৰ মাজত পৰম্পৰাগত পিতৃ-পুৰুষৰ পূজা চলি আছে, অসমতো সেইদৰে আহোমসকলে নানা ধৰ্মমতৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা সত্ত্বেও পিতৃ-পুৰুষৰ পূজা শক্তিশালী পৰম্পৰা ৰূপত চলি আছে।

## পঞ্চম অধ্যায়
## দ্বিতীয় ভাগ

# বিভিন্ন পূজা

## ওম্‌ফা পূজা

আহোমসকলৰ বুৰঞ্জীৰ বহু ঠাইত 'উম্‌ফা' বা ওমফা পূজাৰ উল্লেখ আছে। ওম্‌ফা পূজাৰ প্ৰধান উপাস্য দেৱতা ফা ন্যু ৰ্‌যা লেংদন। লেংদন তাই চাওফা সকলৰ উপৰিপুৰুষ। লেংদনে তাইসকলৰ উপাস্য দেৱতা লাওগ্ৰি আৰু জাচিংফাৰ লগত আলোচনা মৰ্মে খুন্‌লুং আৰু খুন্‌লাইক ম্যুফী ৰাজ্যৰপৰা ম্যুংৰি-ম্যুংৰামলৈ নমাই পঠাওতে যি বাৰ্ষিক উৎসৱ অনুষ্ঠিত কৰা হৈছিল কালক্ৰমত সেই উৎসৱেই ওম্‌ফা বা উম্‌ফা উৎসৱ নামেৰে জনাজাত হ'ল।

ওম্‌ফা পূজা পৰম্পৰাগত ভাবে কপৌ, ছিংকৰা আদি ফুল ফুলি পৃথিৱী জাতিষ্কাৰ হোৱা দিনবিলাকত অনুষ্ঠিত কৰা হয়। ওম্‌ফা পূজাত আদিতে হাতী, ম'হ, গৰু, ছাগলী, গাহৰি, কুকুৰা, হাঁহ পাৰ আদি অসংখ্য বলি-বিধানেৰে দেৱতা সকলক পূজা কৰা হৈছিল।

ওম্‌ফা পূজা উপলক্ষে এটা আঠকোণীয়া বেদী বা দেওঘৰ (হেফী) নিৰ্মাণ কৰা হয়। কেন্দ্ৰীয় বেদীৰ উপৰি তিনি শ্ৰেণীৰ দেৱতাৰ বাবে তিনিখন চাং প্ৰস্তুত কৰা হয়।

কেন্দ্ৰীয় বেদীত সাতজন প্ৰধান দেৱতাক পূজা কৰা হয়। এই সাতজন প্ৰধান দেৱতা হ'ল— লাংদিন (পৃথিৱী), খাওখাম (জল দেৱতা), লেংদন (স্বৰ্গাধিপতি), জান তাই হুং (অনন্ত), চিত লাম চাং আই ফা লন দেন্ত ছাই লুং, এন্ত ছাই লুং বি কন ম্যুং, বাও হু খেন, বাও লুং খাম, বাও তেং চাম- এই মূল দেৱতাৰ সমষ্টি। এওঁলোক সকলো প্ৰাকৃতিক শক্তিৰ আধাৰ দেৱতা। তদুপৰি মুত কুম তাইকুম ছেং (ছেং মুন ছেং বান)- চন্দ্ৰ-সূৰ্য আৰু জ্যাছিংফা (সৰস্বতী বা বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী)সকলৰ আৰাধনা কৰা হয়। মূল বেদীৰ বাওঁ ফালৰ বেদীত চাৰিগৰাকী দেৱীক স্থান দিয়া হয়। এই দেৱীসকল হ'ল ফী মে পাও (বুঢ়ী গোসানী), নাং বাই, নাংখাই আৰু আই মে নাং (আই গোসানী)ক স্থান দিয়া হয়। লগতে আন কেৱা গৰাকীও সৰু দেৱীক স্থান দিয়া হয়।

সোঁ ফালৰ বেদীত আনহাতে কেৱাগৰাকীও প্ৰধান প্ৰাকৃতিক শক্তিৰ আধাৰ দেৱতাক পূজা কৰা হয়। এই দেৱতাসকল হ'ল লংকুৰি (পৰ্বতৰ দেবতা), নাং চি চাউ, লাই লুং খান (অৰণ্য দেৱতা) আৰু অন্যান্য সৰু সুৰা দেবতা।

ওম্‌ফা পূজাৰ থলীত প্ৰকৃতি দেৱতাৰ পূজাৰ বাবে পূৰ্ণ পয়োভৰ বুলিলেও ভুল নহয়। পূজাৰ বেদীসমূহৰ সন্মুখ ভাগত দয় মা লুং ফুৰা (প্ৰকৃতি দেবতা)ৰ উদ্দেশ্যে কল গছৰ খুটা এটাত একুৰি পাঁচগছি বন্তি প্ৰজ্জ্বলন কৰা হয়।

মূল বেদীৰ সোঁফালে এটা হাতী বন্ধা খুটা (খত লাক ফুং চাং) সজোৱা থাকে। সম্ভৱতঃ অতীজতে হাতী উচৰ্গা কৰাৰ উদ্দেশ্যে এই খুটা পোতা হৈছিল।

## ওম্‌ফা পূজাৰ বিভিন্ন স্তৰঃ

পূজা আৰম্ভ হোৱাৰ আগে আগে পূজাৰ সামগ্ৰীসমূহৰ নিৰ্মলতা নিশ্চিত কৰিবৰ কাৰণে নাম জা ৰিও জা ৰাই (শান্তিজল বা শান্তিয়নী) ছটিৱা হয়।

দয় মা লুং ফুৰাৰ সম্মুখত পূজাৰ জীৱ-জন্তুবোৰ আগবঢ়োৱা হয়। বেদীৰ বাওঁফালৰপৰা সোঁফাললৈ পূজাৰ কাম একাদিক্ৰমে আগবঢ়োৱা হয়। পূজাৰ বাবে আগবঢ়োৱা সামগ্ৰীবোৰ কেন্দ্ৰীয় বেদীত মৰিযাই বা টেটু চেপি মৰা হয়। তদুপৰি সোঁফালৰ আৰু বাওঁফালৰ বেদীত পূজাৰ বাবে উৰ্চগা জীৱ-জন্তু বলি দিয়া হয়। বলিৰ তেজ মাটিৰ পাত্ৰত পাক কৰি দেৱতাৰ উদ্দেশ্যে আগবঢ়োৱা হয়।

সামগ্ৰিক বিচাৰত ওম্‌ফা প্ৰাকৃতিক শক্তিৰ উৎস দেৱ-দেৱতাসকলৰ পূজা। ই তাইসকলৰ প্ৰাচীন প্ৰকৃতিভিত্তিক ধৰ্মৰ সাক্ষ্য বহন কৰে।

## পঞ্চম অধ্যায়
## তৃতীয় ভাগ

# ফুৰালুং পূজা

পৰম্পৰাগত ভাবে আয়োজন কৰা ফুৰালং পূজা তাই আহোম সকলৰ নিজা বৈশিষ্ট্যসম্পন্ন কৃষ্টিৰ এক প্ৰধান উপাদান। এই পূজাৰ উৎপত্তি আৰু তাৎপৰ্য সম্পৰ্কে নানা পণ্ডিতৰ নানা মত। কোনো কোনো পণ্ডিতে এই ফুৰালং পূজাৰ আলমত আহোমসকল বৌদ্ধ আছিল বুলি মত প্ৰকাশ কৰে। ড° পদ্মেশ্বৰ গগৈয়ে এই প্ৰসঙ্গত কৈছে যে- এই পূজাত তাই আহোম ভাষাত বৌদ্ধ গীত গায়।*[১] ড° লীলা গগৈদেৱেও বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ কথা স্বীকাৰ কৰিছে।**[২] ড০পদ্মেশ্বৰ গগৈয়ে ফুৰা লং পূজাৰ ফুৰা লং শব্দৰ লগত ফ্ৰা লং শব্দৰ মিলৰ কথা উল্লেখ কৰি ফ্ৰা-লং পূজাক 'বুদ্ধ' (ফ্ৰা-লং) পূজা হিচাপে প্ৰতিষ্ঠা কৰিছে। থেৰাবাদী বৌদ্ধ ধৰ্মৰ প্ৰভাৱ উত্তৰ ব্ৰহ্মত থকালৈ চাই এনে মতৰ কিছু যুক্তিযুক্ততা আছে যেন লাগিলেও বহু তাই পণ্ডিতে ফুৰালং পূজাক বৌদ্ধধৰ্মীয় অনুষ্ঠান বুলি কব নোখোজে।

চাও মনোৰঞ্জন ফুকনে তাই-আহোমৰ ফুৰালুং ধৰ্মক তাইসকলৰ ধাৰাবাহিকতা থকা প্ৰাচীন ধৰ্ম তথা আদৰ্শৰ লগত সঙ্গতিপূৰ্ণ হিচাপে দেখুৱাইছে। চীনৰ প্ৰাচীন ধৰ্মৰ বিশ্বৰ প্ৰথম কাৰণ বা তাওৰ লগত তাই-আহোমৰ ফা-তু-ছিং-ফ্ৰাং-হুম্‌ৰ নিবিড় সম্পৰ্ক দেখুৱাইছে। তাই ধৰ্মীয় পুথি 'পেএক্লাকাকা'ৰ মত দাঙি ধৰি ফুকনে দেখুৱাইছে যে ফুৰালং তাই পৰম্পৰাৰ প্ৰাচীন পূজা।

সৰ্বশক্তিমান ফুৰাক মানি গুণানুকীৰ্তন কৰা অনুষ্ঠানেই পৰৱৰ্তী কালত ফুৰালুং ৰূপে প্ৰতিষ্ঠিত হ'ল বুলি চাও ফুকনে কয়। ফুৰালুং পূজা বলি বিধানযুক্ত হোৱা বাবে আৰু চৈত্যসদৃশ আকৃতিৰে পুৰোহিতৰ সম্মুখত কলগছত এশ

---

*১ Tai Ahom Religion and customs. Dr Padmeswar Gogoi. 1976. Page 16

**২ চৰাইদেউত তাই-আহোম স্বৰ্গদেউ সকলৰ স্মৃতি তৰ্পণ, তাই-আহোমৰ ধৰ্ম সংকলনৰ অন্তৰ্ভুক্ত, পৃষ্ঠা ৭৯-৮৫।

এগছি চাকি জ্বলাই বোধিবৃক্ষৰ প্ৰতীকী ৰূপ দিয়া বাবেই ফুৰালুং পূজাক থেৰাবাদী বৌদ্ধ পূজা বুলি তাই পণ্ডিতসকলে মানি নলয়। তেওঁলোকে ধৰ্মীয় পুথি 'পেএৱাকাকা'ৰ গীত মাত বৌদ্ধধৰ্মী নহয় বুলিহে মত প্ৰকাশ কৰে।

ফুৰালুং সাত্বিক বা উচ্চ আধ্যাত্মিক সাধনাৰ অনুষ্ঠান। ফুৰা 'পেএৱাকাকা'ত বৰ্ণিত মতে আদি- অন্তহীন জ্যোতিষ্মান পৰমব্ৰহ্ম স্বৰূপ। সমন্বয় সংৰক্ষণ আৰু বিকাশৰ এক জ্যোতিষ্মান ধাৰা এই ফুৰালুং দৰ্শনৰ অন্তৰ্নিহিত আদৰ্শ।

ফুৰালুং পূজাৰ নৈবেদ্যসমূহ হ'ল ফল-মূল আৰু ফুল আদি। পূজাৰ সামগ্ৰীসমূহৰ ঔষধি হিচাপে গুৰুত্ব থকা বুলিও অনুমান কৰা হয়। ধূপ-ধুনা জ্বলাই পবিত্ৰ ধৰ্মপুথি 'পেএৱকাকা' প্ৰতিষ্ঠা কৰা হয।

ফুৰালুং পূজাত ব্যৱহৃত পবিত্ৰ সঞ্জীৱনী অমৃত হ'ল ঞিয়াপুলক। ইয়াক অফুৰন্ত শক্তিৰ প্ৰতীক বুলি গণ্য কৰা হয়। এই অমৃতেই তাইসকলক অমৰত্ব বা দেৱতাৰ গুণ দিলে বুলিও অনুমান কৰা হয়। অমৃতে দেৱত্বক অমৰত্বৰ সমাৰ্থক কৰি তোলে। ঞিয়াপুলক এই অমৰত্বৰ বাহক। সেয়ে ঞিয়াপুলক পবিত্ৰ ভাবেৰে পানকৰা সকলক স্বৰ্গীয় সুৰা (অমৃত) পান কৰা সকলৰ দৰেই অমৰ বুলি গণ্য কৰা হয়।

তাই আহোমসকলৰ ফুৰালুং পূজা ত্ৰি-সূত্ৰীক পৰম্পৰাৰ আধাৰত প্ৰতিষ্ঠিত। ফুৰা-তাৰা-আলং এই ত্ৰি সূত্ৰীক দৰ্শনৰ তিনিটা ভেটি। এগৰাকী তাই পণ্ডিত বাণী দেওধাই বৰুৱাই 'ফুৰালং' শব্দৰ তাৎপৰ্য ব্যাখ্যা কৰি কৈছে- "ইয়াৰ তাত্বিক বৈশিষ্ট্য হ'ল অস্তিত্ব সংৰক্ষণ, পুনৰাবৰ্তন আৰু সৃষ্টি বিকাশৰ স্বকৃতি।" ড° পদ্মেশ্বৰ গগৈয়ে 'ফুৰা-তাৰা-আলং'-***৩ এই তিনিটা শব্দৰ অৰ্থ 'বুদ্ধ-ধৰ্ম-সংঘ' কৰিছে। তেওঁৰ মতে বৌদ্ধ তাইসকলৰ মাজত এই ত্ৰি তত্বৰ পূজা ব্যাপক ৰূপত চলি আছে। ড° গগৈয়ে তাই-আহোমৰ উপৰি, তাই-খামতি, তাই ফাকে, তাই তুৰুং, তাই আইটন, তাই খাময়াং আদি সকলো গোষ্ঠীৰ মাজতো ফুৰালুং দৰ্শনৰ আধাৰত ফুৰা-তাৰা আলঙৰ পূজা চলি থকাৰ কথা কৈছে। তাই ধৰ্মৰ অন্যান্য পণ্ডিতসকলে অৱশ্যে তাই পৰম্পৰাৰ প্ৰামাণ্য ধৰ্মীয় পুথি 'পেএৱাকাকা'ৰ তথ্যৰ আধাৰত তাই ফুৰালুং পূজা বৌদ্ধ ধৰ্মীয় অনুষ্ঠান নহয় বুলি কয়। তেওঁলোকৰ মতে ফুৰালুং ধৰ্মই নিৰ্বাণত বিশ্বাস নকৰে। 'নিৰ্বাণ মানে নিষ্ক্ৰিয়তা। ব্ৰহ্মাণ্ডত নিষ্ক্ৰিয়তাৰ স্থান নাই। ফুৰালুং পূজাত বৌদ্ধ গীত গোৱা নহয় বুলি এওঁলোকে কয়। পেএৱাকাকাত ঈশ্বৰৰ অস্তিত্ব

---

***৩ তাই আহোমৰ ধৰ্ম, পৃঃ ৬৪।

মানি লৈ নটা নিবন্ধ বা পালন কৰিব লগীয়া ন নিবন্ধ ৰচনা কৰা হৈছে। এই ন টা নিবন্ধ বৌদ্ধ ধৰ্মীয় আচৰিব লগীয়া শীলসমূহৰ লগত আনুষঙ্গিক মিল থকা বাবে তাই-আহোমৰ ধৰ্মকে বৌদ্ধ ধৰ্ম বুলি কয়। এই নটা নিবন্ধৰ দুটাত কৰ্মফল অনুসৰি পুনৰজন্ম আৰু জীৱৰ প্ৰতি অহিংসাৰ কথা হোৱা হৈছে। কিন্তু বাকী সাতটা নিবন্ধত বৌদ্ধ ধৰ্মৰ লগত কোনো মিল নাই।

তাই আহোম 'পেঞ্জকাকা'ত মহাশূন্যৰ ওপৰতো এক পৰম ব্ৰহ্মৰূপী 'চ্যাউ চেঙ'ৰ অস্তিত্ব মানি লোৱা হয়। এই 'চ্যাউ-চেং' ব্ৰহ্মাণ্ডৰ সকলো সংখ্যাৰ ওপৰত অৰ্থাৎ সংখ্যাৰে এই সত্যক প্ৰকাশ কৰিব নোৱাৰি। গতিকে ই হ'ল এক অক্ষয়, অব্যয়, অলভ্য সত্তাৰ স্বীকৃতি। ইয়াক পূজা কৰাত কোনো আবেগিক ভিত্তি নাই, পূজা কৰাত আনন্দ বা নকৰাত বেজাৰ নাই। মাত্ৰ ই হ'ল পৰম সত্যক উপলব্ধি বা যুক্তাৰ এক গভীৰ উপলব্ধিৰ স্বীকৃতি। ফুৰালুং ধৰ্মত সৃষ্টি, স্থিতি, প্ৰলয়ৰ নিয়ন্ত্ৰক, মহাকাশৰো উৰ্ধত, কালজয়ী, মহাকাশৰো আশ্ৰয় স্বৰূপ 'চ্যাউ-ছেং' বা 'ফা-তু-চিং-ফ্ৰং-হ্মম'ৰ মহান অস্তিত্বক উপলব্ধি কৰা হয়। ই স্বাভাৱিকতে এক মৌলিক দৰ্শনৰ অস্তিত্ব প্ৰমাণিত কৰে।

# পঞ্চম অধ্যায়

## চতুৰ্থ ভাগ

# ৰাজকীয় পূজা

### চোমদেৱ, ছেংদেৱ পূজা

খুন্ লুং আৰু খুন্ লাইক লেংদনে পৃথিৱীত শাসন কৰিবলৈ পঠাওতে লগত দুটা মূৰ্তি দি পঠাইছিল। এই মূৰ্তি দুটাৰ এটা চোমদেৱৰ আৰু আনটো ছেংদেৱৰ। এই চোমদেৱ আৰু ছেংদেৱৰ পূজা সেৱা কিদৰে কৰিব লাগে তাকো বুজাই দিছিল।

আৰম্ভণিতে মানি অহা পৰম্পৰা অনুসৰি চোমদেৱ আৰু ছেংদেৱৰ মূৰ্তি ৰজাই এবাৰ শুভদিনত ধুব লাগে, পূজা কৰিব লাগে আৰু মূৰ্তি ধোৱা পানী খাব লাগে। পৰম্পৰা অনুসৰি চোম-ছেঙৰ মূৰ্তি এটা টেমাৰ ভিতৰত থাকে। এই টেমা ৰজাৰ বাহিৰে আন কোনেও খুলি চাব নোৱাৰে বা চোৱাটো নিষেধ। ৰাজ অভিষেকৰ সময়ত এই মূৰ্তি ৰজাই ডিঙিত আঁৰিলোৱা বা পিন্ধা নিয়ম।

ৰজা ৰাজসিংহাসনত বহাৰ আগতে সিংহাসনত চোমদেৱক বহুৱা হয়, তাৰ পিছতহে ৰজা আসনত বহে। গতিকে চোমদেৱক আহোম ৰাজবংশৰ ৰক্ষক দেৱতা বুলি কোৱা হয়।

চোমদেৱ আৰু ছেং দেৱৰ মূৰ্তি প্ৰকৃততে কেনে আছিল তাৰ সঠিক বিৱৰণ ক'তো নাই। প্ৰাচীন কথা অনুসৰি লেংদনে প্ৰদান কৰা চোমদেৱ, ছেংদেৱৰ মূৰ্তি সৰু কনুৱা চৰাইৰ দৰে। কিন্তু লেংদনৰ পৰামৰ্শ নামানি বোলে অশুভ সময়তে টেমা খুলি চোৱা বাবে ছেংদেৱৰ মূৰ্তি উৰি গ'ল। গতিকে ছেংদেৱৰ ঠাইত শূন্য টেমাক পূজা কৰা হয়।

কোনো কোনো বুৰঞ্জীবিদে কয় চোমদেৱ বা ছেংদেৱৰ মূৰ্তি চীন তথা দক্ষিণ-পূব এছিয়াত তথা সৰ্বত্ৰ তাই-মংগোলীয় জনগোষ্ঠীৰ মাজত পূজিত ড্ৰেগনৰ মূৰ্তিৰ বাহিৰে আন একো নহয়। *১

*১ দ্ৰষ্টব্য Tai Ahom Religion and customs, Dr. P. Gogoi, পৃষ্ঠাঃ

চোমদেৱ তথা ছেংদেৱৰ মূৰ্তিৰ আশীৰ্বাদ থকা পৰ্যন্ত আহোম ৰাজতন্ত্ৰ অক্ষুন্ন থাকিব বুলি ভবা হৈছিল। গতিকে ৰাজ পৰিয়ালে বা ৰজাই সদায় ছোমদেৱ, ছেংদেৱৰ মূৰ্তি সাদৰ-যত্নৰে ৰাখিছিল। জনা যায় যে মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ৰজা গৌৰীনাথ সিংহ গুৱাহাটীলৈ পলাই যাওঁতে চোমদেৱৰ মূৰ্তি লগত নিনি ৰাজধানীতে এৰি থৈ গ'ল। এইদৰে ত্যজ হোৱা চোমদেৱৰ মূৰ্তি পৰিলগৈ পেলন বাইলুং নামৰ আন এজন ব্যক্তিৰ হাতত। পৰম্পৰা অনুসৰি ৰজাৰ হাত এৰাই আন মানুহৰ হাতলৈ যোৱাত চোমদেৱৰ মাহাত্ম্য হেৰাল বুলি কোৱা হয়। ফলত ৰাজভগনৰ সূচনা হ'ল বুলি এক অন্ধবিশ্বাস আছে। পিচলৈ এই চোমদেৱৰ মূৰ্তি পুনৰ ৰজাৰ হাতলৈ আহিল যদিও এই মূৰ্তিৰ প্ৰাচীন ঐতিহ্য নাথাকিল বুলি অনুমান কৰিব পাৰি। পিছত চোমদেৱৰ মূৰ্তি পুৰন্দৰ সিংহৰ হাতত পৰিল। এই মূৰ্তি পুৰন্দৰ সিংহই কলিকতাত থাকোতে অভাৰত পৰি বিক্ৰি কৰা বুলি জনা যায়।

## পঞ্চম অধ্যায়

## পঞ্চম ভাগ

# মে দাম মে-ফী উৎসৱ আৰু স্বৰ্গদেৱসকলৰ পূজা

তাই বুৰঞ্জীসমূহত ওম্‌ফা পূজাৰ পিছতে মে দাম মে-ফীৰ উল্লেখ আটাইতকৈ বেছিকৈ পোৱা যায়। এই পূজা হ'ল পিতৃ পুৰুষৰ পূজা। খুন লুং, খুন লাই যিহেতু স্বৰ্গৰ ৰজা লেংদনৰ বংশধৰ, গতিকে মে দাম মে-ফীও ওম্‌ফা তথা প্ৰাকৃতিক শক্তিৰ আৰুৰ পিতৃ দেৱতাসকলৰ পূজাৰ আৰ্হিৰেই এক সাৰ্বজনীন পূজা। প্ৰফুল্ল দত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে মে দাম মে-ফী পূজা আহোম স্বৰ্গদেউসকলে চৰাইদেউত অনুষ্ঠিত কৰিছিল।*

কোনো কোনো তাই পণ্ডিতে মে দাম মে ফী পূজাক ওম্‌ফা পূজাৰ 'ক্ষুদ্ৰ তাৎপৰ্য' বুলি অভিহিত কৰিছে।** ওম্‌ফা পূজাৰ কেন্দ্ৰীয় বেদীত স্থান পোৱা দেৱতাসকলৰ উপৰি দেৱতা লাংকুৰিক মে দাম মে-ফীৰ বেদীত স্থান দি পূজা কৰা হয়। মে দাম মে-ফী উৎসৱটি মে-ফী মে ছাং, মুঞ ফী ছাং, খেক নক ফী, বয় ম ফী দাম, খেক্ ফী দাম, মে-নাম মে-ফী আদি নানা নামেৰে অভিহিত হৈছে।

মে দাম মে-ফী অনুষ্ঠিত কৰাৰ বাবে কোনো নিৰ্দিষ্ট স্থান নাই যদিও সাধাৰণতে নিৰ্জন নৈ-কাষৰীয়া স্থানত এই উৎসৱ পালন কৰাটো পৰিলক্ষিত হয়। ৰাজহুৱা দাম-ফীৰ বাহিৰেও তাইসকলে ঘৰুৱা দাম-ফী অনুষ্ঠিত কৰে। এনে ঘৰুৱা দাম-ফীৰ ক্ষেত্ৰত পূজাৰ স্থান বাছনি ঘৰৰ দাম খুটাৰ কাষত বাছনি কৰা হয়। ঘৰুৱা দাম-ফীত পাঁচখন মাইহাং আগবঢ়োৱা হয়।

পূৰ্ব- পুৰুষৰ স্মৃতি তৰ্পণ ধৰ্মান্তৰিত আহোমসকলে হিন্দুসকলৰ সবাহ বা ৰৰ সবাহৰ আৰ্হিত ন-পুৰুষৰ স্মৃতিত সকাম পাতে।

---

* দ্ৰষ্টব্য : Festivals of Assam, Prafulla Dutta Goswami, 1995, P. 75

** তাই আহোমৰ ধৰ্ম, চাও পুষ্প গগৈ আৰু চাও ৰগেন গগৈ সম্পাদিত গ্ৰন্থ, পৃষ্ঠা ৬০, চাও নোমল গগৈৰ প্ৰবন্ধ দ্ৰষ্টব্য।

আহোম ৰাজতন্ত্ৰৰ পতনৰ পিছত মুঠ ৪০ জন স্বৰ্গদেৱৰ পবিত্ৰ স্মৃতিত চৰাইদেউত স্মৃতি উৎসৱ পতাটো এক পৰম্পৰাত পৰিণত হৈছে। ফাগুন মাহৰ কৃষ্ণা চতুৰ্থীৰ দিনা এই স্মৃতি তৰ্পণ অনুষ্ঠান পতা হয়। ম্যুংৰি ম্যুং ৰামত প্ৰথম ৰাজ্য প্ৰতিষ্ঠা কৰা খুন লুং, খুন লাইকে ধৰি মুঠ বিয়াল্লিছখন শৰাই আৰু বিয়াল্লিছগছি বন্তি প্ৰজ্জ্বলন কৰা হয়। ১৯৮০ চন পৰ্যন্ত স্বৰ্গদেৱসকলৰ পূজা হিন্দু নিয়মেৰে কৰা হৈছিল যদিও ১৯৮১ চনৰ পৰা স্বৰ্গদেৱসকলৰ স্মৃতি তৰ্পণ আহোমৰ পৰম্পৰাগত পদ্ধতিৰে পালন কৰা হয়। এই উৎসৱৰ আগদিনা ফুৰালুং পূজা পতা হয়।

আজি কালি মে দাম মে-ফী পিতৃ পুৰুষৰ পূজা হিচাপে সাৰ্বজনীন ভাবে অনুষ্ঠিত কৰা হয়। আহোমৰ বাহিৰেও অন্যান্য সম্প্ৰদায়ৰ লোকসকলো এই উৎসৱলৈ আহে।

মে দাম মে-ফীৰ ৰাজহুৱা অনুষ্ঠানৰ এটা সংস্কৰণ বুলিব পাৰি আহোম স্বৰ্গদেৱসকলৰ স্মৃতি তৰ্পণকো। এই উৎসৱো বৰ্তমান ৰাজহুৱা উৎসৱলৈ ৰূপান্তৰিত হৈছে। আহোমসকলৰ বাহিৰেও অন্য সকলো সম্প্ৰদায়ৰ লোকে স্বৰ্গদেৱসকলৰ স্মৃতি তৰ্পণ কৰিবলৈ আহিব পাৰে।

এই কথা অত্যন্ত তাৎপৰ্যপূৰ্ণ যে হিন্দু ধৰ্ম গ্ৰহণ কৰা আহোমসকলৰো কোনো কোনোৱে ঘৰুৱা ভাবে দাম-ফী অনুষ্ঠিত কৰে। হিন্দু নিয়মেৰে শৱ সৎকাৰ কৰিলেও মে-দাম মে-ফীত স্মৃতি তৰ্পণ কৰে।

মে দাম মে-ফী যথেষ্ট জাক-জমকতাৰে ৰাজহুৱা ভাবে অনুষ্ঠিত কৰিবলৈ লোৱাৰ ফলত ই এক সুকীয়া সামাজিক ৰাজনৈতিক তাৎপৰ্য বহন কৰিছে। ক্ৰমান্বয়ে ই পৰম্পৰাগত ভাবে তাই ধৰ্মত বিশ্বাসীসকলৰ সংহতিৰ উৎসৱলৈ ৰূপান্তৰিত হৈছে।

# পঞ্চম অধ্যায়

## ষষ্ঠ ভাগ

# ৰাজকীয় উৎসৱ

## ৰাজ অভিষেক বা শিঙৰিঘৰত উঠা উৎসৱ

আহোম ৰজাসকলৰ ৰাজ অভিষেক উৎসৱ এক বিশেষ পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত আছিল। আহোম ৰজাসকলে অভিষেকৰ সময়ত মূলতঃ আহোম তাই পৰম্পৰা মানিছিল, হিন্দু নিয়মেৰে হিন্দু নাম উপধি পিছলৈ গ্ৰহণ কৰিছিল যদিও সেয়া আছিল তাই নামৰ অনুবাদ মাত্ৰ। শক্তি বাঢ়ি অহাৰ লগে লগে আহোম ৰজাসকলে অভিষেকৰ সময়ত ৰাজমোহৰ প্ৰচলন কৰিছিল নতুন স্বৰ্গদেৱৰ নামত।

আনুষ্ঠানিক ভাবে চোম-ছেং বা চোমদেৱৰ মূৰ্তি ডিঙিত পিন্ধি হলুং ঘৰত প্ৰৱেশ কৰি ৰাজ অভিষেক আনুষ্ঠানিক ভাৱে নকৰা পৰ্যন্ত স্বৰ্গদেৱে মান্য ৰজাৰ সন্মান নাপাইছিল। ৰজা হলেও হলুং ঘৰত অভিষেক নোহোৱা পৰ্যন্ত তেওঁ আছিল চুলুং ৰজা।

আহোম ৰজাসকলৰ অভিষেক অনুষ্ঠানৰ বিৱৰণ শেষ ভাগলৈ বিস্তৃত ৰূপত ৰখা হৈছিল। স্বৰ্গদেৱ প্ৰথম হাতীত উঠি চোমঘৰ বা চুম ঘৰলৈ যায়। চোমঘৰ বা চুমঘৰত পবিত্ৰ চোম-ছেং মূৰ্তি ৰখা হয়। চোম দেৱৰ মূৰ্তি ডিঙিত পিন্ধি ৰজাই হলুং ঘৰত প্ৰৱেশ কৰে। ৰাজ অভিষেকৰ বাবে নিৰ্মিত ঘৰ শিঙৰি কাঠৰে নিৰ্মিত আছিল বাবে শিঙৰি ঘৰ বুলিও জনা যায়।

নীতিমতে স্নান কৰি ৰজাই ৰাজ সাজ-পাৰ পিন্ধি সোণৰ পীৰাত বহে। ৰজাৰ এই সময়তে আহোম মতে নাম থয় আহোম পুৰোহিত (দেওধাই, মহন, বাইলুঙ পৰিয়ালৰ) এজনে। হিন্দু ধৰ্মৰ প্ৰাধান্য থকা বাবে আহোম নামৰ লগতে হিন্দু নামো ৰখা হয়।

ৰাজ অভিষেকৰ এই অনুষ্ঠান সাতদিন, সাত ৰাতি চলে। এই অনুষ্ঠানত সকলো সন্ত-মহন্ত, ডা-ডাঙৰীয়া তথা সন্মানিত ব্যক্তি উপস্থিত থকা নিয়ম। সাত দিন সাত ৰাতি ঢোল, পেঁপা, কাঁহ বজাই প্ৰজাই আনন্দ উৎসৱ কৰে। ডা-ডাঙৰীয়া সকলক ভোজ-ভাত খুওৱা হয়। ডাঙৰীয়া সকলৰ মান্যতা অনুসৰি সোণৰ কেৰু, খাৰু, সোণালী চাদৰ, টঙালি, সোণ, ৰূপ আদি দান দিয়া হয়।

ৰজাই সাত দিনৰ অন্তত চোমদেৱৰ মূৰ্তি হাতীত উঠি গৈ পুনৰ চোমঘৰত থৈ আহে। ৰাজ অভিষেকৰ পিছত আয়ু বৰ ৰোপন কৰাটোও এটা বিশেষ অনুষ্ঠান।

চুম-ছেং পূজা তাইসকলৰ পবিত্ৰ অনুষ্ঠান। ৰাজ পৰিয়ালৰ শৌৰ্য আৰু পবিত্ৰতাৰ প্ৰতীক এই চোম-ছেং মূৰ্তি ৰাজ অভিষেকৰ সময়ত কেৱল ৰজাই পিন্ধে আৰু ৰজাই পূজা কৰে। চোম-ছেং বা চুম-ছেং মূৰ্তি চীন আৰু দক্ষিণ-পূৱ এছিয়াত ভিন ভিন নামেৰে জনাজাত। ই পৰম্পৰাগত ড্ৰেগনৰ সমপৰ্যায়ৰ। কোনো কোনো পণ্ডিতৰ মতে ই ন টা ভিন ভিন জন্তুৰ সমাহাৰ প্ৰতীক। সাধাৰণ ৰূপত ইয়াৰ মূৰটো ঘোঁৰাৰ, নেজডাল সাপৰ। দুয়োকাষ পাখিযুক্ত। ই চাৰিঠেঙীয়া আৰু পাঁচনখযুক্ত। মতভেদে চোমদেৱৰ মূৰ্তি কনুৱা কিম্বা নগলীৰ সৰু মূৰ্তিৰ দৰে বুলিও জনা যায়। আহোম যুগৰ মুদ্ৰা, স্থাপত্য, তামৰ ফলি, চিত্ৰ, হস্তশিল্প আদিত এই ড্ৰেগন-সদৃশ কাল্পনিক মূৰ্তিৰ প্ৰতীক দেখা যায়।

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ সিংহাসনত উঠা উৎসৱৰ বৰ্ণনা সূৰ্য কুমাৰ ভূঞাদেৱে এইদৰে দিছে—

"১৬৭৩ শকৰ ৩০ আহিন কৃষ্ণা দশমী তিথিত ৰমানাথ গোহাঁইদেৱ সিংহাসনত উঠিল। শিঙৰিঘৰত সিংহাসনত নুঠালেকে ৰজা পূৰ্ণহতীয়া নৃপতি হ'ব নোৱাৰে, তেওঁ চুলুং-ৰজা নামেহে অভিহিত হৈ থাকে। সেইদেখি শিঙৰিঘৰত উঠা উৎসৱ বৰ সমাৰোহেৰে পতা হৈছিল। ১৭৭১ শকত ৰংপুৰত শিঙৰিঘৰত উঠি স্বৰ্গদেৱে হিন্দুমতে ৰাজেশ্বৰ সিংহ আৰু আহোম মতে চুৰমফা নাম গ্ৰহণ কৰে। সেই উৎসৱ সাতদিন ধৰি ব্যাপ্ত আছিল।"* এই উৎসৱত সকলো মহন্ত আৰু ডা-ডাঙৰীয়া উপস্থিত আছিল বুলি ড' ভূঞাদেৱে উল্লেখ কৰিছে।

ৰজাসকলে অভিষেকৰ সময়ত নিজৰ নামত মোহৰ মৰাইছিল। "এই শিঙৰিঘৰত উঠা উৎসৱৰ দিনা ৰজাক আশীৰ্বাদ দি অভিষিক্ত কৰাৰ মুহূৰ্তকৰ পিচতে বৰঢাকত কোৰ পৰাৰ লগে লগে টাকশালত পূৰ্বৰে পৰা চাকলি কৰি থোৱা সোণ-ৰূপৰ মোহৰত নতুন ৰজাৰ নাম আৰু শকৰ চাব থকা হাতুৰীৰ কোব পৰিছিল।" এই মোহৰত প্ৰথম তাই ভাষা আৰু পিছলৈ বিনিময়ৰ সুবিধাৰ বাবে অসমীয়া, নাগেৰী আৰু পাৰ্চী- এই তিনিটা ভাষা ব্যৱহাৰ কৰিছিল। অৰ্থাৎ, মুদ্ৰাত বিনিময়ৰ সুবিধাৰ বাবে ৰজাই চতুৰ্ভাষা-সূত্ৰ অনুসৰণ কৰিছিল।

ৰাজ অভিষেক আৰু চোমদেৱ পূজা কেৱল ৰজা ঘৰৰ কাৰ্য। গতিকে ৰাজশাসন পৰ্ব সমাপ্তিৰ লগে লগে এনে উৎসৱবো ঐতিহাসিক ভাৱে যতি পৰিল।

* স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ, ড' সূৰ্যকুমাৰ ভূঞা, পৃষ্ঠা ২২।

## পঞ্চম অধ্যায়
## সপ্তম ভাগ

# ৰিক্-খ্বন ম্যাং-খুন বান বা

## ৰিক্- খ্বন উৎসৱ

ৰিক্খ্বন উৎসৱ আহোম স্বৰ্গদেৱসকলে বিভিন্ন উদ্দেশ্যে অনুষ্ঠিত কৰে। বুৰঞ্জীসমূহত আমি পাওঁ যুদ্ধত বিজয় লাভৰ পিছতো স্বৰ্গদেৱ সকলে এই উৎসৱ পালন কৰে। জয়-পৰাজয়, দুৰ্যোগ- সকলোৰে সন্মুখীন হৈ স্বৰ্গদেৱে ৰাজ্যৰ মঙ্গলৰ কাৰণে এনে উৎসৱ পালন কৰে। ৰিক্খ্বন উৎসৱৰ অন্য এটা নাম হ'ল ফাই খ্বন ম্যাং খ্বন।

ৰিক্খ্বন উৎসৱ সুকীয়া ভাবে অনুষ্ঠিত নকৰি সাধাৰণতে ওম্‌ফা পূজা নাইবা মে দাম মে-ফীৰ লগত একে লগে অনুষ্ঠিত কৰা হয়। ৰিক্খ্বন উৎসৱৰ লগতে তাই স্বৰ্গদেৱে লখিমী পূজা বা খেক্ ফী খ্বন খাও পূজাও অনুষ্ঠিত কৰা হয়। ৰিকখ্বন উৎসৱ সেয়ে সুকীয়া সুকীয়া উদ্দেশ্যেৰেও কৰা হয়।

ৰিক্ বা আহ্বান খ্বন (khwan) বা দীৰ্ঘায়ু- বুজোৱা শব্দটোৰ অৰ্থ হ'ল দীৰ্ঘায়ু কামনা কৰা।* গতিকে মঙ্গল বা দীৰ্ঘায়ু কামনা কৰা প্ৰসঙ্গত ৰিক্ খ্বন উৎসৱ পালন কৰাটো ৰীতি। তিনিদিনীয়া বিবাহ অনুষ্ঠানৰ প্ৰথম দিনা ৰিক-খ্বন পালন কৰা হয়। বিবাহ অনুষ্ঠানৰ লগত আয়োজিত এই ৰিক্ খ্বনত জলদেৱতা খাও খামক পূজা কৰা হয়।

এসময়ত এই উৎসৱ সকলো তাই মানুহে পালন কৰিব পাৰিছিল বা কৰিছিল বুলি জনা যায়। আজিকালি পুৰোহিত শ্ৰেণীৰ মানুহেহে এই পূজা সম্পাদন কৰে।

আদিতে এই উৎসৱ প্ৰায়শ্চিত্ত কৰা বা পাপৰপৰা উদ্ধাৰ কৰি ব্যক্তিক নতুন জীৱন দান কৰিবৰ বাবেও আয়োজিত কৰা হৈছিল। আহোম 'পেএলাকাকা'ৰ

---

*ৰায় বাহাদুৰ স্বৰ্গীয় গোপাল চন্দ্ৰ বৰুৱাই ৰিক্ খ্বন শব্দৰ অৰ্থ কৰিছে 'পুনৰ জীৱন অনা উৎসৱ' বুলি। ৰিক্- অৰ্থাৎ পুনৰ আনয়ন, খ্বন- জীৱন। অৰ্থাৎ জীয়াই তোলা বা দীৰ্ঘায়ু অনা উৎসৱ।

পাপ হ'ল 'আ-পেত'। যি কৰ্মই জীৱাত্মাৰ নিজৰ বৈশিষ্ট্য লোপ পোৱাই বা জীৱাত্মাক অধোগামী কৰি বৈশিষ্ট্য বৰ্জিত বা পৰম্পৰাবৰ্জিত কৰে. বা অন্য বৰ্ণ শব্দৰ পৰ্যায়লৈ ৰূপান্তৰিত কৰে তেনে কৰ্মক পাপ কৰ্ম বোলা হয়। গতিকে সহজ অৰ্থত সকলো পৰম্পৰবিৰোধী কৰ্মই পাপ। পৰম্পৰাগত ভাবে যিবোৰ পাপ কৰ্ম চিহ্নিত হৈ আহিছে, সেইবোৰ হ'ল অগম্য গমন. নিষিদ্ধ সম্বন্ধৰ মাজত বিয়া বাৰু আদি। অগম্যগমনৰ ভিতৰত মাতৃ, পেহী, মাহী, ভাই-বোৱাৰী, পো-বোৱাৰীৰ লগত সম্পৰ্ক, নিষিদ্ধ বিবাহৰ ক্ষেত্ৰত নিজৰ বংশ বা পৰিয়ালৰ ভিতৰত বিবাহ, পৰস্ত্ৰী হৰণ আদিকো ধৰা হৈছে। অন্যান্য পাপ কৰ্মসমূহ হৈছে বলপূৰ্বক নিজ পিতৃৰ সম্পত্তি গ্ৰাস কৰা, মাকৰ বস্ত্ৰ হৰণ কৰা. পৰক উৎপীড়ন কৰা, পৰৰ বস্তু আত্মসাৎ কৰা, অন্য পাপীক প্ৰশ্ৰয় দিয়া বা পাপীৰ সংসৰ্গত থকা আদি। প্ৰায়শ্চিত্তৰ ব্যৱস্থাবোৰৰ ভিতৰত এটা প্ৰধান ব্যৱস্থা হ'ল ৰিক্‌খ্ৱন। অন্য ব্যৱস্থাসমূহ হ'ল শান্তিয়নী জল ছটিওৱা, পান কৰা; (২) গৰু মাৰি ভকতক ভোজন কৰোৱা; (৩) সোণ, ৰূপ, গো-দান কৰা; (৪) চোমদেৱক স্নান কৰোৱা পানী খোৱা; (৫) দেৱতাৰ প্ৰতি গৰু-ম'হ উচৰ্গা কৰা; (৬) পবিত্ৰ পানীৰে গা ধুওৱা; (৭) দেও, ভকতক ভোজন কৰোৱা আদি। উল্লিখিত দ্বিতীয় ব্যৱস্থাটো হিন্দু পৰম্পৰাৰ বিৰোধী হোৱা বাবে সম্ভৱতঃ আহোমসকলে পিচলৈ বাদ দিছিল।

ৰিক্‌খ্ৱন উৎসৱটো আয়োজন কৰি পাপীক উদ্ধাৰ কৰাটো বা পাপীক পুনৰ জীৱন দান কৰাটো এটা ধাৰণাৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছে। এই ধাৰণা অনুসৰি পাপীৰ স্থিতি মৃতকৰ দৰে। প্ৰায়শ্চিত্ত কৰি মৃতকক নতুন জীৱন দান কৰা হয়।

ৰিক্‌খ্ৱন কৰিবৰ বাবে কেইটামান কুকুৰা কণী, এজোৰ কুকুৰা, মাহ, চাউল, কল আদি ফল, তামোল-পাণ, দুবৰি, তুলসী, কেইখনমান পবিত্ৰ নৈৰ পানী বা তীৰ্থস্থানৰ পানী, বন্তি এগচি আৰু চিংকৰা ফুল প্ৰয়োজনীয়। চিংকৰা ফুল অনিবাৰ্য প্ৰয়োজন। দেওধাই পণ্ডিতৰ ঘৰত এই ফুল ৰোৱেই।

ৰিক্‌খ্ৱন উৎসৱলৈ গাঁৱৰ সকলো মানুহ অহাটো নিয়ম। প্ৰায়শ্চিত্ত হ'ব লগীয়া বা নতুন জীৱন পাব লগীয়া মানুহটিও থাকিবই লাগে। দেওধাই, মহন আৰু বাইলুঙে মাটিত বেদী পাতি পূজাৰ সমলবোৰ উচৰ্গা কৰে লেংদনৰ উদ্দেশ্যে। পাপী মানুহটিয়ে বেদীৰ আগত আঠু লয়। তিনিও পুৰোহিতে পূজাৰ মন্ত্ৰ উচ্চাৰণ কৰে লেংদনৰ উদ্দেশ্যে, লেংদনে শুনক বুলি মন্ত্ৰ বাৰম্বাৰ গাই দেৱতাক আহ্বান জনোৱা হয়। পাপীজনৰ মূৰত, গাত পবিত্ৰ পানী ছটিয়াই থকা

হয়। পাপীজনক মৃত বুলি ধৰিযেই বৰ ডাঙৰকৈ মন্ত্ৰ মাতি মাতি পানী ছটিয়াই তেওঁক জীয়াই তোলা বা পুনৰ জীৱন দান কৰা হয়। পবিত্ৰ পানীৰে ইয়াৰ পিচত মানুহটোক গা ধুউৱা হয়। প্ৰায়শ্চিত্তৰ অন্তত এই উদ্ধাৰ পোৱা মানুহজনে এটা ম'হ মাৰি ভোজ খুউৱাটো পৰম্পৰা।

ৰিকখ্ৱন উৎসৱ আহোম পদ্ধতিৰ বিবাহ উৎসৱৰ প্ৰথম দিনা এক মঙ্গলসূচক, দীৰ্ঘায়ুসূচক অৰ্থাৎ দৰা (বা কইনা)ৰ তথা উভয়ৰে দীৰ্ঘায়ু সূচক অনুষ্ঠান হিচাপে আয়োজন কৰা হয়। তিনিদিনীয়া বিবাহ অনুষ্ঠানৰ প্ৰথম দিনা আহোম পুৰোহিত তিনিজনে (বা দুজনে) এই পূজা কৰে। এই পূজাতো পুৰোহিত কেইজনে প্ৰয়োজনীয় পূজাৰ সামগ্ৰী লয়। কেইটামান কণী, কুকুৰা এজোৰ, চাউল, মাহ, তামোল-পাণ আৰু অন্যান্য সামগ্ৰীৰ উপৰি পুৰোহিত তিনিজনে তিনিখন জাকৈ লৈ ওচৰৰ নদী বা বিলৰ কাষলৈ যায়। পূজাৰ সামগ্ৰীখিনি নৈ বা বিলৰ কাষত পানীৰ দেৱতা খাও খামলৈ উচৰ্গা কৰি পুৰোহিত সকলে আহোম মন্ত্ৰ পাঠ কৰে। মন্ত্ৰ বা প্ৰাৰ্থনাটো তাই ভাষাত এনে ধৰণৰঃ

চাও কাও ঐ চাও কাও ঐ চাও কাও ঐ পু-থাও
খাম্ চেই কুম জা খাও খাম্ চেই খেন
বান্ চু-তাই কুম জি-তাই বান মাও মুন চাম
মুন চিং খা নাম্ খে খ্ৰাং লুং মা
চাও কাও ঐ

এই মন্ত্ৰ গাই পুৰোহিত সকলে দৰা (বা কন্যা) ৰ দীৰ্ঘায়ু প্ৰাৰ্থনা কৰিব। এই আয়ুস বৃদ্ধিৰ প্ৰাৰ্থনাৰ লগে লগে তিনিখন জাকৈৰে যি মাছ পায় তাকেই ধৰি গামোচা, কলপাত বা কৌপাতৰে বান্ধি ঘৰলৈ আনিব আৰু দৰা (বা কইনা)ৰ শিৰৰ ওপৰত ওলমাই ৰাখিব। পিছদিনা পুৱা, অৰ্থাৎ বিবাহৰ দ্বিতীয় দিনা পুৱা সেই মাছ ৰান্ধি তাৰ একাংশ দৰা (বা কইনা)ক খাবলৈ দিব। ইয়াত মাছটোক দীৰ্ঘ জীৱনৰ প্ৰতীক হিচাপে গণ্য কৰা হয়।

এইদৰেই বিভিন্ন উৎসৱৰ লগত সম্পৰ্ক ৰাখি বিভিন্ন উদ্দেশ্য পূৰণাৰ্থে ৰিক্খ্বান উৎসৱ পালন কৰা হয়।

# পঞ্চম অধ্যায়

## অষ্টম ভাগ

# গোপন অনুষ্ঠান

## ৰাতি সেৱা, ভিতৰ সেৱা বা পকা অনুষ্ঠান

আহোম সমাজত কেৱলীয়া পন্থা বা ভিতৰসেৱা মানি চলা এক তান্ত্ৰিক বৌদ্ধ-বৈষ্ণৱ আৰু হিন্দু মতৰ সমন্বয়ত গঢ়ি উঠা এক ধৰ্মীয় কৃষ্টি ঠায়ে ঠায়ে বৰ্ত্তি থকা দেখা যায়। এনে ভিতৰপকীয়া সদৃশ-বৈষ্ণৱ তথা তান্ত্ৰিক সেৱা অকল আহোমৰ মাজতে নহয়, পৰম্পৰাগত ভাবে উজনি অসমৰ অনান্য সম্প্ৰদায় সমূহৰ মাজতো প্ৰচলিত থকা দেখা যায়।

কেৱল ধৰ্ম সম্প্ৰদায়ক কাল সংহতিৰ এটা ডাল বুলি সাধাৰণতে কোৱা হয় আৰু ৰাতি সেৱা বা ভিতৰ সেৱাৰ লগত এই কেৱলীয়া মতৰ কোনো পাৰ্থক্য আছে বুলি মানি লোৱা নহয়। তথাপি কোনো কোনো আহোম পণ্ডিতৰ মতে উজনি অসমৰ আহোমসকলৰ মাজত চলা কেৱল ধৰ্মত এক সুকীয়া পৰম্পৰা আছে। 'উজনি অসমৰ আহোম সম্প্ৰদায়ৰ মাজত চলা এই ধৰ্মত এক সুকীয়া আহোম পৰম্পৰা নিহিত হৈ আছে। বুদ্ধই যেন হৰিলৈ ৰূপান্তৰ ঘটিছে (Budha incarnated to Hari) এনেহে লাগে।'* ড° পদ্মেশ্বৰ গগৈয়ে ৰাতি সেৱা সম্প্ৰদায়ক কাল সংহতিৰ এটা ডাল বুলিছে। তেওঁৰ মতে গোপাল আতাৰ শিষ্য বৰ যদুমণিৰ অন্যতম শিষ্য ৰামাই বা ৰামদেৱ এই ৰাতি সেৱা সম্প্ৰদায়ৰ প্ৰবৰ্তক। ড° গগৈয়ে উল্লেখ কৰিছে যে ৰামদেৱ সুদৰ্শন দেৱৰ পুত্ৰ তথা চলিহা বাৰেঘৰ সত্ৰৰ প্ৰতিষ্ঠাপক সৰু কৃষ্ণদেৱৰ নাতি। ড° গগৈয়ে সৰু কৃষ্ণদেৱৰ তৃতীয় পুত্ৰ সুনন্দদেৱকো কিছুমান ভক্তিমূলক গীতৰ ৰচক বুলি উল্লেখ কৰিছে ** যি গীতবোৰ

---

*তাই আহোমৰ ধৰ্ম, পৃঃ৭৬, চাও উমেশ চন্দ্ৰ চেতিয়াৰ প্ৰবন্ধ দ্ৰষ্টব্য।

**ড° পদ্মেশ্বৰ গগৈ Tai Ahom Religion and Customs. পৃ৪৬-৪৭।

ৰাতি সেৱা পন্থাৰ ভকতসকলৰ মাজত প্ৰচলিত। মুখে মুখে প্ৰচলিত এনে গীতসমূহৰ এটাত আছেঃ

ৰহস্য থানৰে ৰহস্য ভকতি
ৰসিকাসকলে গায়
কৈছে শ্ৰীৰামদেৱে শুনা বন্ধুসৱে
এই ৰস শঙ্কৰে গায়

মুখে মুখে প্ৰচলিত এনে গীতৰ বিশ্বাসযোগ্যতা আৰু নাম উল্লেখিত ব্যক্তিৰ এনে ধৰ্মৰ লগত সম্পৰ্ক প্ৰশ্নৰ বিষয়। যদিও ৰামদেৱৰ নাম ইয়াত লোৱা হৈছে, তেওঁৰেই বৰ যদুমণিৰ প্ৰিয় শিষ্য কিম্বা যদুমণিদেৱৰ ভতিজা বুলি কোৱাত অসুবিধা আছে। ৰামদেৱ বৰ যদুমণিদেৱৰ শিষ্য হওক বা নহওক, এওঁৰ নাম যে ৰাতি সেৱাৰ লগত জড়িত আছে সেইটো নিশ্চিত। ৰাতি সেৱা পন্থী সকলে চলিহা বাৰেঘৰ সত্ৰৰ উপৰি কাটনিপাৰ, চেচা, গজলা, ম'ৰামৰা, কৰ্দৈগুৰি আদি সত্ৰত শৰণ লোৱা দেখা যায়।

ৰাতি সেৱা পন্থাৰ ভকতে মাংস আৰু সুৰা গ্ৰহণ কৰে। পৰম্পৰাগত ভাবে এই ধৰণৰ মত অতি প্ৰাচীন বুলি গণ্য কৰাৰ সেয়ে যুক্তি আছে। এই পন্থাৰ ভকতসকলে বিশ্বাস কৰে যে হৰ-পাৰ্বতীৰ জৰিয়তে এই ৰাতি সেৱাৰ মত পৃথিৱীৰ বুকুত প্ৰবৰ্তন কৰা হয়। হয়তো প্ৰকৃত ঐতিহাসিক সামাজিক সত্যটো এনেকুৱাও হ'ব পাৰে যে পুৰণি শৈৱ আৰু তান্ত্ৰিক লোকসকলক বৈষ্ণৱ মতলৈ আনিবৰ বাবে বৈষ্ণৱ গুৰুসকলে পুৰণি পৰম্পৰাৰ লগত খাপ খুৱাই এটা পথ উদ্ভাৱন কৰিছিল। কালক্ৰমত এইটোৱেই বিকৃত ৰূপত ৰাতি সেৱা বা ভিতৰ সেৱা কেৱলীয়া ৰূপত থাকি গ'ল। ৰাতি সেৱাৰ নামত আছেঃ

চিনিয়া ভকতি ধৰা মোৰ বান্ধৱ
চিনিয়া ভকতি ধৰা
হৰে পাৰ্বতীৰ ৰহস্য ভকতি
ইহাক সাৰ কৰি ধৰা

ইয়াত গোপী-কৃষ্ণ কিম্বা ৰাধা-কৃষ্ণৰ প্ৰসঙ্গ উঠা নাই। হৰ-পাৰ্বতীৰ ভকতি ৰহস্যৰ প্ৰসঙ্গহে উল্লেখিত হৈছে। ইয়াত যি সুৰা পান কৰা হয়, তাক মদ-বুলি কোৱা নহয়, ৰস, অমৃত বা সাজ নামেৰে অভিহিত হয় আৰু ই সৰুগৰ পৰা মহাদেৱে অনা অমৃত বুলি গণ্য কৰা হয়।

ৰাতি সেৱা পন্থাৰ ভকতিৰ কেবাটাও স্তৰ আছে বুলি জনা যায়। সাধাৰণ ভকত আৰু ভকতনীৰ পৰা বিভিন্ন সেৱাৰ স্তৰ অতিক্ৰমি 'পূৰ্ণ স্বামী'ৰ স্তৰ পায়। সাধাৰণ ভকতনীসকলক 'দোকানী' বুলি কোৱা হয়। আনহাতে, নিম্নৰপৰা শীৰ্ষলৈ কেবাটাও স্তৰ থকাৰ দৰেই কেবাটাও উপপন্থা ৰাতিখোৱা সম্প্ৰদায়ৰ আছে। যেনে ৰিতীয়া, অৰিতীযা, বাতিভগীয়া, চাৰিখুটিযা, গোপীখেলিয়া আৰু গোপীধৰা আদি।

ভকতসকলৰ কেবাটাও স্তৰ আছে। যেনে সাধু, সদাচাৰী, দহনামৰ ভকত বা দুই সেৱাৰ ভকত, পাঁচ নামৰ ভকত বা পঞ্চসেৱাৰ ভকত। প্ৰথমে পঞ্চ সেৱাত দীক্ষা লৈ ক্ৰমে দশনাম, সদাচাৰী বা বিহাৰী আৰু শেষত সাধু হয়।

কেৱল ধৰ্মৰ সাধনা ভিতৰত বা ৰাতি গোপনে হয় বাবে ইয়াক ভিতৰ সেৱা বা ভিতৰপকীয়াও বেলে। এই সেৱা গভীৰতা বা নিজা আধ্যাত্মিক শীৰ্ষতাৰ বিচাৰত তিনিটা পৰ্যায়ৰ। যেনে- শলিতা লগোৱা, ডাঙৰীয়া সেৱা বা ডাঙৰীয়া সবাহ আৰু বৰ সেৱা।

সেৱাৰ অনুষ্ঠানত পূৰ্ণ স্বামী বা সাধুক ঈশ্বৰৰ অৱতাৰ কৃষ্ণ অথবা বুদ্ধৰ পৰ্যায়ৰ বুলি ধৰা হয়। সাধুৰ আসন ভিতৰ সেৱাত সৰ্বাগ্ৰণ্য। তেওঁৰ সন্মুখত শলিতা চাকি এগছি থাকে। অমৃত বা নামলাও সজাই ৰখাৰ উপৰি গাহৰি বা কুকুৰাৰ মঙহ সিজাই সজাই উছৰ্গা কৰা হয়।

সন্দেহ নাই যে এই ভিতৰসেৱা মূলতঃ আত্মমুখী দেহবাদী বা দেহতত্ত্ববাদী অনুষ্ঠান। দেহৰ প্ৰতিটো অংগ-প্ৰত্যংগৰ সাধনা ইয়াত আছে। আনহাতে ভকত-ভকতনীৰ মান উচ্চ স্তৰলৈ যোৱাৰ লগে লগে বৰসেৱাত অংশ গ্ৰহণৰ যোগ্যতা অৰ্জন কৰে। এই বৰ সেৱাত সাধাৰণ ভকত-ভকতনীয়ে স্থান নাপায়। সাধাৰণ জাগতিক আৱৰণৰ পৰা মুক্তি অৰ্জন কৰা এই ভকতসকলে বৰ সেৱাত সম্পূৰ্ণ আৱৰণমুক্ত হৈ সেৱা আগবঢ়ায় বুলি জনা যায়।

আহোম ভিতৰসেৱা পন্থীসকল নিজ মতত অটল আৰু তেওঁলোকে নিজ পৰম্পৰা অতি প্ৰাচীন বুলি বিশ্বাস কৰে। এওঁলোকে আই সকাম আৰু ডাঙৰীয়া সকাম কৰে। অতি আড়ম্বৰপূৰ্ণ ভাবে বৰ সেৱা বা বৰ সবাহ পাতে। বৰ সেৱাত কমেও বিশ কলহ সাঁজ, একৈশটা কুকুৰা, এটা গাহৰি উছৰ্গা কৰাৰ উপৰি চাকি জ্বলাই আৱিয়া ধৰি বিহাৰ উলিওৱা হয়। বৰ সেৱাত কৰণি সজাই লোৱা হয়। ভকত-ভকতনী সকলে সাঁজ আৰু মঙহৰ আঞ্জালৈ নাচে। সদাচাৰী সকলেও

বিহাৰ আনে আৰু নাচে। ভিতৰ সেৱাৰ গোপন অনুষ্ঠানত ভকত-ভকতনীসকলে সম্পূৰ্ণ দিগম্বৰ হৈ নাচে বুলি জনা যায়।

অতি গোপনে কৰে বাবে এই সেৱাত অকল ভকত-ভকতনী বা দীক্ষিত সকলেহে অংশ গ্ৰহণ কৰিব পাৰে। অদীক্ষিত সকলৰ প্ৰৱেশ এই সেৱাত সম্পূৰ্ণ নিষেধ।

ভিতৰ সেৱা অনুষ্ঠান প্ৰকৃততে তাই আহোমৰ পৰম্পৰাগত পুৰণি অনুষ্ঠান হয়নে নহয় সেই সম্পৰ্কে বিতৰ্কৰ অৱকাশ আছে। তাই আহোম সকলৰ মাজত প্ৰৱৰ্তি থকা বৌদ্ধ-তান্ত্ৰিক নাইবা নিজা ধৰণৰ কোনো তান্ত্ৰিক অনুষ্ঠানৰ আচাৰ-নীতি সামৰি লৈ একাংশ বৈষ্ণৱ গুৰুৱে বৈষ্ণৱ ধৰ্মক সম্প্ৰসাৰিত ৰূপ দিবলৈ কৰা প্ৰয়াসৰ ফলতে এনে ধৰণৰ ভিতৰ সেৱা জাতীয় অনুষ্ঠান তাই আহোমৰ মাজত প্ৰৱৰ্তিত হোৱা বুলি দৃঢ় অনুমান কৰাৰ থল আছে।

# ষষ্ঠ অধ্যায়

## প্ৰথম ভাগ

## বড়োসকলৰ উৎসৱ

বড়োসকল অসমৰ সুপ্ৰাচীন বাসিন্দা। নৈ-মাতৃক অসমৰ নৈ-সমূহৰ নামৰ ক্ষেত্ৰত বড়ো ভাষাৰে প্ৰাধান্য, অসমীয়া ভাষাৰ গঠনত বড়ো ভাষাৰ প্ৰাধান্য, অসমীয়াৰ বিহু কৃষ্টিত বড়োসকলৰ প্ৰাধান্য, সামগ্ৰিক ভাবে অসমীয়াৰ জাতীয় কৃষ্টিত বড়ো জাতিৰ প্ৰাধান্য সুস্পষ্ট। এই সকলোবোৰলৈ লক্ষ্য ৰাখি সংস্কৃতিৰ সকলো তাত্বিক আলোচনাতে বড়োসকলৰ অৱদানক গুৰুত্ব সহকাৰে গ্ৰহণ কৰা হৈছে। উল্লেখ্য যে বড়োসকলেই ইতিহাসৰ বিভিন্ন যুগত বৰ্ণাঢ্য ভাৰতীয় সংস্কৃতিৰ তথা ধৰ্মৰ সোঁতো অসমলৈ কঢ়িয়াই আনে। বড়ো সকলৰ পৰা ফালৰি কাটি আৰ্য ধৰ্ম গ্ৰহণ কৰা বিভিন্ন জনগোষ্ঠীয়ে অসমত সুপ্ৰাচীন কালৰে পৰা বিভিন্ন নামত ৰাজত্ব কৰি গৈছে।

বড়োসকলৰ বিভিন্ন শাখা-প্ৰশাখা, ভাই-ভনীয়ে হিন্দু ধৰ্ম, থলুৱা ভাষা-কৃষ্টি গ্ৰহণ কৰি সমগ্ৰ অসমতে বস-বাস কৰি আছে যদিও নামনি অসম, দৰং আৰু উত্তৰ কাছাৰ তথা কাৰ্বি আংলং জিলাত এঁতিয়াও কছাৰী, ডিমাছা তথা কোকৰাঝাৰত বড়োসকলে নিজা ভাষা, কৃষ্টি এতিয়াও জীয়াই ৰাখিছে। মূল তিব্বেতো বাৰ্মাণ ভাষা আৰু প্ৰাচীন ধৰ্ম এৰি হিন্দু হোৱা, অসমীয়া ভাষীসকলৰ বিশেষকৈ সোণোৱাল, ঠেঙাল, কছাৰী, ডিমাচা, ৰাভা আদিৰ নিজা নিজা কৃষ্টি আছে তথাপি তিব্বেতো-বাৰ্মান বড়োসকলৰ লগত এতিয়াও শিপাৰ সম্পৰ্ক মৰি যোৱা নাই। নাম ভিন্ন হ'লেও বড়ো জনগোষ্ঠীৰ লগত সম্পৰ্ক থকা সকলো তিব্বেতো-বামান জনগোষ্ঠীৰে কিছুমান উৎসৱ আৰু পৰম্পৰাৰ মিল আছে।

বাথৌ বুঢ়া (শিৱ), বুঢ়ী বা পাৰ্বতীয়েই বিভিন্ন নামত তিব্বেতো বাৰ্মান মূলৰপৰা উদ্ভৱ হোৱা জনগোষ্ঠীৰ মাজত বুঢ়া-বুঢ়ী (শিৱ-পাৰ্বতী) ৰূপত আছে। আনহাতে কৃষি জীৱী বড়োসকলৰ বসন্ত উৎসৱ বা কৃষি-উৎসৱ 'বৈছাগু' সকলো জনগোষ্ঠীৰে মাজত বিভিন্ন নামত বিহু উৎসৱ হিচাপে আছে।

শেহতীয়া ভাবে বড়ো সমাজত ধৰ্মান্তৰকৰণৰ ফলত আৰু লগতে আধুনিক শিক্ষাৰ প্ৰসাৰৰ ফলত যদিও পুৰণি উৎসৱ পাৰ্বন, নৃত্য-গীত আদিৰ পৰম্পৰা

বিলুপ্ত হ'বলৈ ধৰিছে, তথাপি এই জনগোষ্ঠীৰ মাজত আজিও প্ৰাচীন পৰম্পৰা ৰক্ষা কৰা কিছু সংখ্যক লোকৰ অভাৱ হোৱা নাই। বড়ো সকলৰ মাজত সাৰ্বজনীন গ্ৰহণযোগ্যতা থকা উৎসৱ 'বৈছাগু'। 'খেৰাই' উৎসৱৰ চৰিত্ৰও সাৰ্বজনীন যদিও ই একাংশ আধুনিক বড়োৰ মাজত প্ৰভাৱ পেলোৱাত ব্যৰ্থ হৈছে, তথাপি নৃত্য-গীত, বাদ্য আৰু পৰম্পৰাৰ বৰ্ণাঢ্যতাৰ বাবে খেৰাই উৎসবো বড়োসকলৰ মাজত সাৰ্বজনীন হৈয়েই আছে।

## বৈছাগু আৰু অন্যান্য বিহু

বড়োসকলে বহাগ মাহত বৈছাগু উৎসৱ পালন কৰে। চ'ত বহাগৰ দোমাহীৰ দিনা আৰম্ভ হোৱা ৰঙালী বিহু যিদৰে অজনজাতি অসমীয়াৰ জাতীয় উৎসৱ, ঠিক সেইদৰে জনজাতি বড়োসকলৰো স্বকীয় সাৰ্বজনীন উৎসৱ হ'ল 'বৈছাগু' আৰু অন্যান্য বিহু উৎসৱ কেইটা। অসমীয়া অজনজাতিৰ দৰেই বড়োসকলৰো বিহু তিনিটা। 'বৈছাগু'ৰ পিচতে আহিন-কাতিৰ দোমাহীত আৰম্ভ হয় 'কাত্ৰিগাছা' (কঙালী বিহু) আৰু পুহ-মাঘৰ দোমাহীত ভোগালী বা দোমাহী উৎসৱ।

ৰঙালী বিহুৰ প্ৰথম দিনা অজনজাতিয়ে যিদৰে গো-পূজাৰে আৰম্ভ কৰে, ঠিক সেইদৰে বড়োসকলেও আৰম্ভ কৰে গো-পূজা। গৰু নোওৱা, ধুওৱা, নতুন পঘা দিয়া, পিঠা খুওৱা দীঘলতী, চাটমাৰি, মাখিয়তী আদি ব্যৱহাৰ কৰা সকলো ক্ষেত্ৰতে অজনজাতিৰ ৰঙালী বিহুৰ গো-পূজাৰ লগত বড়োসকলৰ বৈছাগুৰ গো-পূজাৰ মিল আছে।

গৰু বিহুৰ পিছদিনা, অৰ্থাৎ বহাগৰ প্ৰথম দিনা মানছুই দোমাহী, তৃতীয় দিনা ছাইমা অৰ্থাৎ কুকুৰৰ বিহু, চতুৰ্থ দিনা আমা- অৰ্থাৎ গাহৰিৰ বিহু, পঞ্চম দিনা দাওনি- কুকুৰাৰ বিহু, ষষ্ঠ দিনা হাঁহৰ বিহু আৰু সপ্তম দিনা সমূহ আলহী অতিথিৰ বাবে।

বহাগৰ প্ৰথম দিনা কছাৰীসকলে সিজু গছৰ প্ৰতীক ৰোপন কৰি বাথৌ পূজা কৰে, পিতৃপুৰুষৰ পূজা কৰে আৰু নকৈ মৃত্যু হোৱা সকলৰ পূজা কৰে। চোতালৰ বা বাৰীৰ চুকতে পূৰ্বপুৰুষ আৰু মৃতকৰ প্ৰতি খাদ্য- পানীয় আগবঢ়ায়। পৰম্পৰা অনুসৰি এবিধ তিতা শাকৰে ৰন্ধা কুকুৰাৰ মাংস আলহীক খাবলৈ দিয়া হয় আৰু নিজেও খায়। ইয়াৰ পিছদিনাৰ পৰাহে বাদ্য, নৃত্য, গীতৰ ঢৌ উঠে। ডেকা ল'ৰাই জুম বান্ধি মাদল (খাম) বাঁহী (চিফুং), ছেৰজা বা চাৰিদলীয়া তন্তুবাদ্য আৰু তাল, কৰতাল আদি বজাই নাচে। আনহাতে গাভৰু বিলাকে গগণা বজাই নাচে।

# ষষ্ঠ অধ্যায়

## দ্বিতীয় ভাগ

## বড়োসকলৰ উৎসৱ খেৰাই পূজা

খেৰাই পূজা বড়োসকলে কল্যাণমুখী উদ্দেশ্যৰে অনুষ্ঠিত কৰা উৎসৱ। মানুহ, জীৱজন্তুৰ কল্যাণ আৰু শস্য বৃদ্ধিৰ উদ্দেশ্যৰে অনুষ্ঠিত কৰা এই উৎসৱ ব্যয়বহুল হোৱা বাবে আজিকালি ই ৰাজহুৱা ভাবে অনুষ্ঠিত হয়। ব্যক্তিগত ভাবে এনে অনুষ্ঠান সম্ভৱতঃ শক্তিশালী জনজাতি প্ৰধানসকলে এসময়ত পাতিছিল। কাতি মাহত শৰৎ কালত অনুষ্ঠিত কৰা এই অনুষ্ঠানৰ আজিকালি সম্পূৰ্ণ ৰাজহুৱা চৰিত্ৰ বিদ্যমান।

খেৰাই উৎসৱত নানা দেৱ-দেৱীৰ পূজা কৰা হয়। বাথৌ বুৰাই প্ৰধান দেৱতা। ছং ৰাজা- বন্য জীৱ-জন্তুৰ দেৱতা, ভাগুৰী শস্যৰ ভঁৰালৰ দেৱী, ৰণচণ্ডী-যুদ্ধৰ দেৱী, বুল্লী বুঢ়ী- মৎসৰ অধিষ্ঠাত্ৰী দেৱী, লাওখৰ গোসাই- গৰখীয়া দেৱতা, মাইনাও- সম্পদ আৰু শস্যৰ দেৱী বা লক্ষ্মী আদি অজস্ৰ দেৱ-দেৱী খেৰাই পূজাৰ পাত্ৰ-পাত্ৰী। ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে নবাব বাদশ্বা- মুছলমানসকলৰ ৰজাক দেৱতা হিচাপে কৰা পূজাৰ কথাও উল্লেখ কৰিছে। দেৱ-দেৱীসকল কিদৰে বড়োসকলৰ আৰাধ্য দেৱ-দেৱী হিচাপে পৰিগণিত হ'ল সেই বিষয়ে বুৰঞ্জী নিমাত যদিও এই কথা ঠাৱৰ কৰিব পাৰি যে আদিম কালৰে পৰা বাথৌ বুৰা, বুল্লী বুৰী বা ভাল্লী বুৰী, মাইনাও আদি দেৱ-দেৱীৰ পূজা বড়োসকলে কৰি আহিছে। হিন্দু ধৰ্মৰ সংস্পৰ্শ আৰু ইছলাম ধৰ্মী ৰজাৰ সংস্পৰ্শলৈ অহাৰ পিচত নতুন নতুন দেৱ-দেৱী লোকায়তিক আদৰ্শত বড়োসকলৰ মাজত সোমাই পৰিছে।

খেৰাই উৎসৱৰ কোনো নিৰ্দিষ্ট স্থান বা নিৰ্দিষ্ট মূৰ্তি নাই। মুকলি সমান, অপ্ৰদূষিত স্থান সাধাৰণতে খেৰাই পূজাৰ বাবে বাচি লোৱা হয়। এনে স্থানত উত্তৰা-দক্ষিণা ভাবে দীঘল বেদী নিৰ্মাণ কৰা হয়। এনে বেদী দক্ষিণ ফালৰপৰা আৰম্ভ হয় আৰু উত্তৰ ফালে শেষ হয়।

দীঘল বেদীখনৰ দুটা ভাগ। প্ৰধান ভাগ আৰু শান্তিৰ প্ৰতীকী অৱস্থান বুজোৱা ভাগ। এই শান্তি বুজোৱা ভাগত আঁৰি ৰখা হয় এখন বস্তুৰ নিচান।

আনহাতে, প্ৰধান ভাগত বাথৌ বুৰা বা বাথৌ ব'ৰাইৰ স্থান। বাথৌ বুৰাক প্ৰতিনিধিত্ব কৰে সিজু গছে। প্ৰধান ভাগত সিজু গছ ৰোপন কৰি পূজাৰ সামগ্ৰী তামোল-পাণ, বৃক্ষৰ পাত, তুলসী পাত, কেঁচা কল উচৰ্গা কৰা হয়। সিজু বৃক্ষৰ সন্মুখত সৃষ্টিৰ প্ৰতীক কণী আৰু অমৰত্বৰ প্ৰতীক শিল এটুকুৰা ৰখা হয়। এই কণী আৰু শিল পুতি ৰখা হয়। ইয়াৰে ওপৰত ৰোপন কৰা হয় সিজু (প্ৰতীকী বাথৌ দেৱতা) গছ। বেদীত এখন বা একাধিক ঢাল তৰোৱাল ৰখা নিয়ম।

খেৰাই পূজা বড়োসকলৰ পৰম্পৰাগত প্ৰধান পূজা। এই পূজাৰ নিজা পূজাৰী ওজা আছে। এওঁক দেউৰী নামেৰেও জনা যায়। কিন্তু ওজা বা দেউৰীতকৈ দেওধনী ৰূপী মহিলা পূজাৰী-নৰ্তকী গৰাকীয়েহে পূজাৰ সমগ্ৰ ৰীতিগত কামখিনিত প্ৰতিনিধিত্ব কৰে। দেউৰী আৰু দেওধনীয়ে এদিন লঘোণে থাকি মূল পূজাৰ বাবে পবিত্ৰ ভাবেৰে প্ৰস্তুতি কৰে।

পূজাৰ দিনা দেউৰীয়ে সূৰ্য ডুবাৰ লগে লগে প্ৰাৰ্থনা আৰম্ভ কৰে। পূজাৰ প্ৰাৰ্থনা চলি থকা সময়খিনিত দেওধনী গৰাকীয়ে বেদীৰ সন্মুখত আঠু কাঢ়ি সেৱা কৰি থাকে।

ওজাৰ প্ৰাৰ্থনা চলি থকা সময়ত দেওধনীৰ গা কঁপি থাকে, হাত জোৰ কৰি বাথৌ বুৰাইৰ সন্মুখত সেৱা কৰি থকা দেওধনীৰ নৃত্যৰ ভংগিমা মূলতঃ খাম (মাদল) বাঁহী (চিফুং) আৰু তালৰ শব্দত এক ৰহস্যভৰা, আকৰ্ষণীয় আৰু গম্ভীৰ পৰিবেশ গঢ় লৈ উঠাৰ লগে লগে ক্ৰমান্বয়ে লাস্যময় হৈ পৰে। নৃত্যৰ লাস্য সৰ্বোচ্চ পৰ্যায়লৈ উঠাৰ পিচত দেওধনীয়ে অতি উদ্দাম গতিৰে এই সময়তে দেৱ-দেৱীসকলৰ প্ৰভাৱত বা তেওঁলোকেই দেওধনীৰ শৰীৰত প্ৰৱেশ কৰি দেওধনীক বল-শক্তি আৰু নৃত্যৰ উদ্দামতা প্ৰদান কৰে বুলি বিশ্বাস কৰা হয়। বাদ্যৰ তালে তালে দেওধনীয়ে যি নৃত্য নাচে তাৰ লগত যিহেতু পূজাৰ সম্পৰ্ক আছে, গতিকে বাদ্য তাল ভাঙি যাব বা বেসুৰা হ'ব নোৱাৰে।

খেৰাই উৎসৱত বিভিন্ন ধৰণৰ কুৰিটামান নৃত্যৰ সমাৱেশ ঘটে। এইবোৰ অকল খেৰাই উৎসৱৰে নহয়, বড়ো জাতিৰো সম্পদ। মূল দেওধনীৰ লগত অন্যান্য পূজাৰী, দেওধনী-নৰ্তকীসকলেও পবিত্ৰ ভাবে বৃত্তাকাৰে নাচিবলৈ আৰম্ভ কৰে। নৃত্যৰ সময়ত দেওধনীয়ে বিভিন্ন দেৱ-দেৱীৰ অনুকৰণত বিভিন্ন ভংগিমা গ্ৰহণ কৰে। দেওধনী ৰণচণ্ডী হোৱাৰ সময়ত হাতত ঢাল আৰু তৰোৱাল লয়। নৃত্য শেষ হোৱাৰ পিচত দেওধনীয়ে সমাজৰ মানুহৰ কুশল-অমঙ্গল সকলোৰে ভৱিষ্যৎ বাণী কৰে।

নৃত্যৰ বিভিন্ন ভাগবোৰ অতি মনোৰম। যিহেতু মূল দেওধনীৰ লগত

অন্যান্য পূজাৰিনীসকলেও দলবদ্ধ হৈ নাচে সেয়ে বাদ্য-সংগীতৰ সমাহাৰত ই এক বিশিষ্ট কলা হিচাপে পৰম্পৰাগত ভাৱে গঢ় লৈ উঠিছে। আধুনিকতাৰ পৰশত এই পৰম্পৰাগত নৃত্য দলবদ্ধ নৃত্য হিচাপে বিশিষ্ট নৃত্যত পৰিণত হৈছে। বাথৌ নৃত্য, ৰণচণ্ডী নৃত্য, লাওখৰ (গৰখীয়া বা কৃষ্ণ) নৃত্য আদি বিভিন্ন নৃত্যৰ ভঙ্গিমা সুকীয়া সুকীয়া। ছোটৰালি বা ৰণচণ্ডী নৃত্যৰ উপৰি আন এক যুদ্ধ নৃত্য হ'ল খইজামা ফ'নাই (Khoijama Phonai)। লাওখৰ গোসাইৰ নৃত্যক নাও ব'নাই নৃত্যও বোলা হয়। দাওথৈ লংনাই আন এক নৃত্য। এই নৃত্যত বেদীৰ কাষত থিয় হৈ দেওধনীয়ে বলি দিয়া কুকুৰাৰ তেজ পাত্ৰত পান কৰে। আন এক নৃত্যত দেওধনীয়ে জ্বলি থকা জোৰ মুখৰ ভিতৰত সুমুৱাই দিয়ে। সন্দেহ নাই যে এনে নৃত্যবিলাকৰ কিছুমানত পূজাৰ পবিত্ৰতা আৰু গম্ভীৰতাই দাবী কৰা বাবেই কিছু উদ্দামতা আছে; কিন্তু নৃত্য শৈলীৰ ফালৰপৰা এইবোৰ বিশেষত্বপূৰ্ণ আৰু বড়ো কৃষ্টিৰ মহামূল্য সম্পদ।

খেৰাই পূজাৰ শেষ পৰ্বত মাইনাও বা শস্য, সম্পদৰ দেৱীক আৰাধনা কৰা হয়। যথাৰ্থ মন্ত্ৰ মাতি মাইনাওৰ উদ্দেশ্যে এটা গাহৰি উচৰ্গা (বলি) কৰি দিয়া হয়। মাইনাও দেৱীৰ অনুকৰণত দেওধনীয়ে এই সময়ত বড়োসকলক প্ৰতিশ্ৰুতি দিয়ে সম্পদ আৰু ঐশ্বৰ্যৰ। মাইনাওৰূপী দেওধনীয়ে প্ৰথমে কয়ঃ হে বড়ো সন্তানসকল, তোমালোকে মোক ক'লৈ নিব খুজিছা ? যদি মোক তোমালোকে আজিয়েই নিব খুজিছা, তেন্তে কিছু অংশ পানীত, কিছু অংশ জুইত পেলাবা আৰু মোক অৱহেলা কৰিবা। তোমালোক যি বাটে আহিছা সেই বাটেই ঘূৰি যোৱা।

ওজাই ইয়াৰ পিচত প্ৰাৰ্থনা কৰে বড়োসকলক ত্যাগ নকৰিবৰ বাবে। প্ৰাৰ্থনাৰ অন্তত মাইনাৱে বড়োসকলক সম্পদশালী কৰাৰ আশীৰ্বাদ দিয়ে।

খেৰাই উৎসৱ তিনিদিন তিনি ৰাতি ধৰি অনুষ্ঠিত হয়। স্বাভাৱিকতে ই ব্যয়বহুল আৰু ইয়াৰ ব্যয়ৰ বোজা বহন কৰাটো ব্যক্তিৰ বাবে অসুবিধাজনক।

সন্দেহ নাই যে পৰম্পৰাগত খেৰাই পূজা মূলতঃ এক শক্তিশালী কৃষি উৎসৱ- যি সকলো শৌৰ্য, বীৰ্য সৌন্দৰ্য আৰু সামূহিক কল্যাণধৰ্মী চিন্তাৰ সমন্বয় ঘটাইছে। পৰম্পৰাগত বড়ো ধৰ্ম ত্যাগ কৰি ব্ৰহ্মধৰ্মী আৰু খৃষ্টান হোৱাসকলে এই খেৰাই পূজা নকৰাটো স্বাভাৱিক। কিন্তু খেৰাই পূজাৰ আনুষংগিক নৃত্য, গীত আৰু বাদ্য কিদৰে ত্যাগ কৰিব বড়ো জাতিয়ে ? সেয়া তেওঁলোকৰ জাতীয় কৃষ্টি। গতিকে ধৰ্ম নিৰ্বিশেষে প্ৰায় সকলো বড়োয়ে কৃষ্টি হিচাপে দেওধনীৰ প্ৰায় বাৰবিধ নৃত্য পৰিবেশন কৰা দেখা যায়।

# সপ্তম অধ্যায়

## প্ৰথম ভাগ

## কাৰ্বিসকলৰ উৎসৰ

কাৰ্বিসকলক পূৰ্বে মিকিৰ বুলি অভিহিত কৰা হৈছিল। পৰম্পৰাগত ভাবে এওঁলোক সুপ্ৰাচীন জড়োপাসক জাতি। এওঁলোকক আদিম অসমৰ আবিষ্কৰ্তা বুলি কৈ জনগোষ্ঠী হিচাপে এওঁলোকৰ প্ৰাচীনতাক স্বীকৃতি দিয়া হৈছে। কাৰ্বিসকলৰ স্থান জনগোষ্ঠী হিচাপে এফালে খাছি, জয়ন্তীয়া, গাৰো আৰু আনফালে নগা-কুকিসকলৰ মাজতে।

'কাৰ্বিসকলৰ এটা ভাগেয় হিন্দু নিয়মেৰে পূজা-পাৰ্বন কৰে যদিও তেওঁলোকৰ বুজন ভাগে প্ৰাচীন পৰম্পৰাসমূহ সম্পূৰ্ণ নিভাঁজ ৰূপত অনুসৰণ কৰি কৰি আহিছে। এটা অংশ খৃষ্টান হৈছে। এওঁলোকে আদিম পৰম্পৰা তথা হিন্দু নিয়মৰ আচাৰ-অনুষ্ঠান একো পালন নকৰে।

পৰম্পৰাগত ভাবে কাৰ্বিসকলৰ দেৱ-দেৱীসমূহৰ পূজা, বলি-বিধান আদি মন্ত্ৰ পাঠৰ জৰিয়তে হয়। দেওশাল পূজা বা দেহাল কাৰ্চিদম কাৰ্বিসকলৰ নিজা বৈশিষ্ট্যসম্পন্ন আদিদেৱ শিৱৰ পূজা। শিৱ আৰু দুৰ্গাক বিভিন্ন ৰূপত কাৰ্বিসকলে পূজা কৰি আহিছে। নিজা পুৰোহিত শ্ৰেণী কাৰ্বিসকলৰ আছে। পুৰণি তন্ত্ৰ-মন্ত্ৰও আছে। এটা তাৎপৰ্যপূৰ্ণ কথা হ'ল কাৰ্বিসকলৰ নিজা ৰামায়ণৰ কাহিনী আছে। কাৰ্বি ৰামায়ণ বা চবিন আলুন (Sabin Alun) কাৰ্বি ভাষাৰ এক চুটি লৌকিক মহাকাব্য। কাৰ্বিসকল পাহাৰীয়া কৃষিজীৱী জনগোষ্ঠী হোৱা বাবে এওঁলোকৰ মাজত নানা কৃষি ভিত্তিক গীত-মাত প্ৰচলিত আছে। ভূত-প্ৰেতত এওঁলোকে বিশ্বাস কৰে। গতিকে ভূত-প্ৰেতৰ নানা পূজা এওঁলোকৰ মাজত প্ৰচলিত।

## ছমাংকান

ভূত-প্ৰেত আৰু আদি দেৱতাৰূপী শিব বুঢ়াগোসাঁইৰ ভক্তিত মক্তি থকা কাৰ্বিসকলৰ পৰম্পৰাগত উৎসৱসমূহৰ ভিতৰত ছমাংকান (Somangkan) বা মৃতকৰ উৎসৱ। উৎপত্তিগত অৰ্থৰ ফালৰ পৰা 'ছমাংকান' হ'ল এটা খাছি নৃত্য। কিন্তু ছমাংকান উৎসৱৰ লগত কাৰ্বিসকলৰহে সম্পৰ্ক, খাছিসকলৰ কোনো সম্পৰ্ক নাই। এই কথা অনুমান কৰা হয় যে আদিতে কাৰ্বিসকল খাছি আৰু জয়ন্তীয়া সকলৰ মাজত বা তেওঁলোকৰ সাহচৰ্যত সুদীৰ্ঘকাল ধৰি বসবাস কৰিবলগীয়া হৈছিল। গতিকে কাৰ্বিসকলৰ মাজত খাছিসকলৰ সাজপাৰ, ভাষা তথা ৰীতি-নীতিৰ কিছু প্ৰভাৱ থাকি গৈছিল। ড- প্ৰধুম্ন দত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে আদিতে এই উৎসৱ বা শ্মশান যাত্ৰাৰ উৎসৱটোৰ নাম আছিল 'আৰলেং কাৰ্হি; পিছলৈ এই নাম খাছি প্ৰভাৱত ছমাংকান হ'ল।

যেতিয়া এজন ব্যক্তিৰ মৃত্যু হয়, কাৰ্বিসকলে তেওঁৰ মৃতদেহ আত্মীয়সকল আহি নোপোৱা পৰ্যন্ত ৰাখি থয়। সকলো সম্পৰ্কীয় লোক আহি পোৱাৰ পিছত আনুষ্ঠানিকতা ৰক্ষা কৰি শৱ সৎকাৰ কৰা হয় আৰু হাড়বোৰ পুতি থোৱা হয়। এইটো হ'ল নিয়মিত শৱদাহ কাৰ্য। কিন্তু এই কাৰ্য কৰাৰ পিচতো ছমাংকান অনুষ্ঠিত কৰিবই লাগে। এদিন নহয় এদিন ছমাংকান পালন কৰাটোৱেই নিয়ম।

গুৰুত্ব অনুসৰি ছমাংকান কেবা প্ৰকাৰৰো। কাৰ্বি কৃষ্টিৰ পণ্ডিতসকলে তিনিবিধ ছমাংকানৰ কথা উল্লেখ কৰিছে। উচ্চ মৰ্যাদাৰ পৰিয়ালবোৰে বা বেছি সম্পদশালী আৰু মৰ্যাদাৰলোকে হাৰ্নে ছমাংকান পালন কৰে। ছমাংকান উৎসৱৰ ৰীতিগত অনুষ্ঠানসমূহ অতি বিস্তৃত। এই উৎসৱৰ আয়োজনসমূহ সম্পূৰ্ণ কৰোতে দিন লাগে। কাৰণ এই উৎসৱত বিপুল পৰিমাণৰ চাউল আৰু চাউলৰ পৰা প্ৰস্তুত কৰা মদ লাগে। তদুপৰি শ শ মানুহক খুৱাবৰ বাবে গাহৰি মাংস, ৰঙা চাহ লাগে। আনহাতে অতিথি সকলক থাকিবলৈ দিবৰ বাবে এটা সৰু ঘৰৰ প্ৰয়োজন। এই সকলোখিনি সংগ্ৰহ কৰোতে সময় লাগে।

ছমাংকান উৎসৱত নেতৃত্ব গ্ৰহণ কৰে সাধাৰণতে দুগৰাকী ব্যক্তিয়ে। এগৰাকী হ'ল উৰ্চেপি বা এগৰাকী ৰীতি-নীতি জনা বয়স্কা কাৰ্বি মহিলা। এই বয়স্কা মহিলা গৰাকীয়েই হ'ল বৃত্তিশীল কান্দনী (Weeper)। এই কান্দনী গৰাকীয়ে সুৰ লগাই কান্দি কান্দি শোকগীতবিলাক গাব জানিব লাগিব। তদুপৰি মৃতকৰ বাবে বিশেষ ধৰণৰ উছৰ্গা কৰিব লগীয়া খাদ্য প্ৰস্তুত কৰা নিয়ম আৰু

এই খাদ্য নিয়মমতে আগবঢ়াই দিয়াৰ বিধিও জানিব লাগিব। এই গৰাকী উচেপিয়ে ছমাংকানৰ ৰীতি-নীতিবিলাক জানিব লাগে।

উচেপিৰ পিছতে গুৰুত্বপূৰ্ণ ব্যক্তি হ'ল দুইহুদি (Duıhudı)। এই দুইহুদিৰ মূল কাম দুটা। এটা হ'ল উৎসৱৰ কাৰ্যক্ৰম বা পৰ্যায়সমূহ ৰক্ষা কৰা। গতিকে ছমাংকান উৎসৱৰ পৰ্যায়সমূহ জানিব লাগিব। দ্বিতীয় কাম উৎসৱৰ বিভিন্ন পৰ্যায়ৰ লগত সম্পৰ্ক ৰক্ষা কৰি ঢোল বজোৱা। এওঁ ঢুলীয়াও। অৰ্থাৎ এই দুইহুদি হ'ল ওজা বা ওজা-ঢুলীয়া আৰু সাধাৰণ ভাবে অনুষ্ঠানৰ পৰিচালক। ছমাংকান উৎসৱত অতি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে মোমায়েকৰ পৰিয়ালৰ লোকসকলে। গতিকে মোমায়েকৰ পৰিয়ালৰ লোকসকলক বিশেষভাৱে আমন্ত্ৰণ জনোৱা হয়।

ছমাংকান উৎসৱ পালন কৰা হয় সাধাৰণতে গাঁৱৰ সীমনাৰ বাহিৰত। গাঁৱৰ সীমনাৰ বাহিৰত এটা বৰ্গ ক্ষেত্ৰাকাৰ পুখুৰী খন্দা হয়। পুখুৰীৰ চাৰি কোণত চাৰিডাল জাম্বেলি আথন (Jambelli Athon) পোতা হয়। এই জাম্বেলি আথন হ'ল বিশেষ ভাৱে নিৰ্মিত সজ্জিত কাঠৰ খুটা, ইয়াৰ গাত থকা ঠালবিলাকত কাঠৰ চৰাই আঁকি দিয়া হয়। সজ্জিত জাম্বেলি আথনৰ এটা পোতা হয় উছৰ্গা কৰা পবিত্ৰ খাদ্য সামগ্ৰীৰ বেদী হিচাপে ব্যৱহাৰ কৰা শিল ছটাৰ কাষত। এই পাঁচটা খুটাৰ বাহিৰেও এটা বাঁহৰ ওখ খুটা (সাধাৰণতে সাত ফুট) নিৰ্মাণ কৰা হয়। এই খুটাটো বাঁহৰ তমালেৰে সজ্জিত কৰা হয়। খুটাটোৰ শীৰ্ষত কিছুমান সেউজীয়া পাতৰ এটা টুপ কৰা হয়। ইয়াত একোচা বাঁহৰ কাঠি গুজি দিয়া হয় তীৰ্যক ভাবে। কাৰ্বিসকলে আত্মাত বিশ্বাস কৰে আৰু বিগত জনৰ আত্মাক এটা প্ৰতীক হিচাপে কাউৰি (cowrie) মণিক গণ্য কৰা হয়।

উচেপি বা কান্দনীয়ে গোৱা গীতৰ মৰ্মাৰ্থ এনে ধৰণৰঃ

হে বিগত আত্মা,<br>
আমি তোমাক যাচিছো<br>
এই উছৱৰ<br>
বিশেষ খাদ্য আৰু পানীয়,<br>
আৰু<br>
আমি তোমাক<br>
সন্মান জনাইছো

নৃত্যোৰে,
অনুগ্ৰহ কৰি
জীৱিতসকলৰ মাজলৈ আহা
আৰু আমাৰ মাজত
বাস কৰা।"

মূল নৃত্যটো ল'ৰা বা ডেকাইঁতে এজনে আনজনৰ হাতত ধৰি ঘূৰি ঘূৰি নাচে। উৎসৱৰ প্ৰথম তিনিদিন এইদৰে নাচোতে গোৱা গীতবোৰক কাপা-এৰ (Kapa-er) বোলে। এই কাপা-এৰ গীতবোৰ যৌন প্ৰধান। মৃত্যু উৎসৱ বা শ্ৰাদ্ধত কিদৰে যৌন গীত সোমালহি জনা নাযায়। সম্ভৱ এই যৌন গীতৰ সম্পৰ্ক আছে মৃতকৰ আত্মাৰ আশীৰ্বাদ পুষ্ট হৈ নতুন জন্ম হোৱাৰ।

মৃতকৰ প্ৰতীক হিচাপে খেৰৰ এক প্ৰতিকৃতি নিৰ্মাণ কৰা হয়। চতুৰ্থ দিনৰ উৎসৱৰ অন্তত নিশা এই প্ৰতিকৃতি দাহ কৰা হয়।

পিচদিনা পুৱা গৃহস্থৰ চোতালত 'মাছিৰা ক'হিৰ' আবৃত্তি কৰা হয়। মাছিৰা ক'হিৰ কাৰ্বিসকলৰ সৃষ্টিতত্ত্ব। ইয়াত মানুহৰ অস্তিত্বৰ আদিম স্তৰবপৰা (কাৰ্বিসকলে যিদৰে জানে) উৎপত্তি আৰু বিকাশ ব্যাখ্যা কৰা হয়।

## ছ'মাংকান আৰু জাম্বিলি আথান

ছ'মাংকান উৎসৱত কাৰ্বি সমাজৰ প্ৰায় সকলো কৃষ্টিমূলক সম্পদ থুপ খায়হি। এনে কৃষ্টিমূলক সম্পদবিলাকৰ ভিতৰত 'জাম্বিলি আথান'ৰ বিশেষত্ব আটাইতকৈ বেছি বুলি ক'ব পাৰি। জাম্বিলি আথানত কাৰ্বি সমাজৰ বিভিন্ন লংৰিবিলাকৰ অস্তিত্ব, শিল্প আৰু সৌন্দৰ্য চেতনা প্ৰতিফলিত হয়। ৰংবং তেৰাঙে "কাৰ্বি সাহিত্য সংস্কৃতিত এভূমুকি" গ্ৰন্থত জাম্বিলি আথানৰ দ্বাৰা কাৰ্বিৰ 'জাতীয় চেতনাই কলাৰ মাধ্যমেদি আত্মপ্ৰকাশক প্ৰতীকৰূপে থিয় দিব পাৰিছে" বুলি উল্লেখ কৰিছে। মৃতকৰ আত্মাৰ সদগতিৰ কাৰণে আয়োজিত ছ'মাংকান উৎসৱত জাম্বিলি আথানৰ সংযোজন প্ৰতীকী অৰ্থত অতি মহান।

উল্লেখযোগ্য জাম্বিলিক পাঁচটা তামোল আৰু পাঁচখিলা পাণেৰে সেৱা জনাইহে ছ'মাংকান উৎসৱত অংশ গ্ৰহণ কৰিব পৰা নিয়ম প্ৰচলিত আছে। জাম্বিলি আথানে কাৰ্বি সমাজতন্ত্ৰৰ প্ৰতীকী প্ৰতিনিধিত্ব কৰা বুলি কোৱা হয়। লোককথা অনুসৰি ৰেংছেমন ইংতি নামৰ এজন সংস্কৃতিবান ব্যক্তিয়ে নিম্নোক্ত

অৱস্থাত যমপুৰীত দেখি অহা এই প্ৰতীক চিহ্নক বাস্তৱ পৃথিৱীৰ উপযোগীকৈ সজাই তুলিছিল।

ইহলোক আৰু পৰলোকৰ মাজত এই জাম্বিলি আথানক যোগসূত্ৰ গণ্য কৰা হয়। জাম্বিলি আথানৰ প্ৰতিটো উপাদানৰে অৰ্থ প্ৰতীকী। পৰিচিত পৃথিৱীখনৰপৰাই কাৰ্বি শিল্পীয়ে সৌন্দৰ্যৰ আকৰবোৰ বুটলি আনি তাঁত-শাল আৰু কাঠ-বাঁহৰ ওপৰত সজাই এক শিল্প-সৃষ্টিৰ আনন্দ অনুভৱ কৰা যায়।

জাম্বিলি আথানৰ মূল আধাৰ প্ৰতীকী বৃক্ষ এজোপা। ৰঙা ফুল ফুলা 'বেংৰই' নামৰ গছৰ কাঠেৰে সাধাৰণতে নিৰ্মাণ কৰা হয় জাম্বিলি আথান। গছজোপাৰ প্ৰকৃতি আৰু ভালে ভালে থকা চৰাই চিৰিকতিয়ে প্ৰতীকী অৰ্থত কাৰ্বি সমাজখনৰ নানান দিশ প্ৰতিফলিত কৰে।

কাৰ্বিসকলৰ মূল বৃহৎ লংৰি বা অঞ্চল তিনিটা হ'ল চিন্‌থং, ৰংহাং আৰু আম্‌ৰি। এই তিনিটা অঞ্চলৰ প্ৰতীকী মান অনুসৰি জাম্বিলি আথানৰ ডালবোৰ প্ৰতিষ্ঠা কৰা হয়। উদাহৰণ স্বৰূপে ৰংহাং (বৰ্তমান ৰংখাং) অঞ্চলৰ লিন্দক চাৰিজন। গতিকে এই অঞ্চলৰ জাম্বিলিৰ ডাল হ'ল চাৰিটা। এই ডাল চাৰিটাই লিন্দকক প্ৰতিনিধিত্ব কৰে।

মূল ডালটো য'ত ভীমৰাজ (ৰ'জাৰু) চৰায়ে উপৱেশন কৰে, সেই ডালটোৱে লিন্দকপ' অৰ্থাৎ কাৰ্বি ৰজা ৰংহাং লিন্দকৰ প্ৰতিনিধিত্ব কৰিছে।

ৰংহাং অঞ্চলতকৈ চিনথং অঞ্চলত লিন্দকৰ সংখ্যা কম। মাত্ৰ তিনিটা। গতিকে এই অঞ্চলৰ জাম্বিলিত তিনিটা ডাল মাত্ৰ থাকে। আমৰি অঞ্চলত মুঠ ডাল দুটা বাবে জাম্বিলিৰ ডালো মাত্ৰ দুটা। কিলিং অঞ্চলত লিন্দকৰ আসন শূন্য বাবেই এই অঞ্চলত জাম্বিলি আথানৰ প্ৰয়োজন নহ'ল। যিবোৰ ঠায়ে ৰং হাং, চিনথং নাইবা আমৰি অঞ্চলৰ নিয়ম মানি চলে সেইবোৰ স্থানত জাম্বিলি আথানৰ নিয়মো মূল স্থানৰ দৰে হয়। অৰ্থাৎ নিজা হাবে-পিনৰা' নথকা অঞ্চলে যদি ৰংহাং অঞ্চলৰ নিয়ম মানে, তেনে জাম্বিলিৰ ডাল হ'ব চাৰিটা। জাম্বিলি আথানত মূল ডালত ভীমৰাজ বা ৰ'জাৰু চৰায়ে শীৰ্ষ বা মূল স্থানত শোভা বৰ্ধন কৰে। প্ৰতীকী অৰ্থত ই ৰংহাং লিন্দকৰ শাসনতন্ত্ৰ বা নিয়ম মানি চলাক বুজায়। মূল ডালত ৰ'জাৰু চৰায়ে উপৱেশন কৰাৰ দৰে বাকী ডাল বিলাকত গুৰুত্ব অনুসৰি ফেঁচু আৰু ৰ'ৰালি (এবিধ সৰু ক'লা চৰাই) আদি বিভিন্ন সাহসী চৰাইক উপস্থাপন কৰা হয়। জাম্বিলি আথানত স্থাপন কৰা চৰাইবিলাক

হ'ল অনিষ্টকাৰী পোক-পতংগ নাশ কৰিব পৰা চৰাই। গতিকে বিভিন্ন ডালত বহি থকা এনে চৰাই সমাজৰ অপশক্তিৰ নাশকাৰী বুলি গণ্য কৰিব পৰা যায়। ডালবিলাকৰ বিভাজন আৰু বিভিন্ন চৰাইৰ অৱস্থানে কাৰ্বি সমাজজখনৰ শৃঙ্খলাক প্ৰতিনিধিত্ব কৰে বুলি কোৱা হয়।

জাম্বিলি আথানত পক্ষীবোৰৰ ক'লা ৰঙেই প্ৰাধান্য বিস্তাৰকাৰী ৰং। ক'লা ৰঙৰ বাহিৰেও অন্য ৰঙৰ মণি আৰু কড়িৰ অলংকাৰ ব্যৱহাৰ কৰা হয়।

জাম্বিলিৰ গাত বাঢ়েটোকা চৰাইৰ প্ৰতীকী অৰ্থও বিশেষত্বপূৰ্ণ। গছৰ যিকোনো অৱস্থাতে পোক-পৰুৱা চিকাৰ কৰি জীৱন নিৰ্বাহ কৰা এই বিধ চৰাইৰ পাখিৰ ৰঙো আকৰ্ষণীয় আৰু বৈশিষ্ট্যপূৰ্ণ। এই চৰায়ে লিন্দকপ'ৰ পিচতে থকা ফেৰাংকেৰ প্ৰতিনিধিত্ব কৰে বুলি কোৱা হয়। ৰজাৰ সকলো কাম সম্পাদন কৰিব পৰা ফেৰাংকেৰ দৰেই বাঢ়েটোকা চৰাই সকলো চিকাৰতে পাৰদৰ্শী আৰু জাক-জমকতাপূৰ্ণ, সুন্দৰ।

সামগ্ৰিক বিচাৰত জাম্বিলি আথান উল্লিখিত কাৰণবিলাকৰ বাবেই কাৰ্বি সমাজৰ শৃঙ্খলা আৰু বিশেষত্ব আৰু কাৰ্বি শিল্পীৰ সৌন্দৰ্য-প্ৰীতিৰ প্ৰতিফলন ঘটা সম্পদ বুলি কোৱা হয়।

যিহেতু জাম্বিলি আথানত সেৱা নকৰাকৈ, প্ৰতীকী অৰ্থত সমগ্ৰ কাৰ্বি সমাজক সেৱা নকৰাকৈ ছ'মাংকানত অংশ গ্ৰহণ কৰা নহয়, সেয়ে জাম্বিলি আথানক ছ'মাংকানৰ কাৰ্বি কৃষ্টিৰ আত্মা বুলি গণ্য কৰা হয়। ছ'মাংকান যদি কাৰ্বি লোক-কৃষ্টিৰ প্ৰাণ তেন্তে অতি সঠিক ভাবেই জাম্বিলি আথান হ'ল এই প্ৰাণ পৰিচালিত, নিয়ন্ত্ৰিত কৰা আত্মা।

## সপ্তম অধ্যায়

## দ্বিতীয় ভাগ

## কার্বি কৃষি উৎসৱ

# কার্বি ৰংকেৰ (Rongker) আৰু হাচা কেকান

কার্বিসকল মূলতঃ ঝুম খেতি কৰা পাহাৰীয়া জন-জাতি। কৃষি কাৰ্যৰ লগত সম্পৰ্ক ৰাখি এওঁলোকে নানা ৰীতি-নীতি মানি চলে, পূজা কৰে।

ৰংকেৰ কার্বিসকলৰ প্ৰধান কৃষি উৎসৱ। এই উৎসৱ পালন কৰা হয় কৃষি কৰ্ম আৰম্ভ কৰাৰ ঠিক আগে আগে। অৰ্থাৎ ঝুম খেতিৰ পৰ্ব আৰম্ভ কৰাৰ আগে আগে এই উৎসৱৰ সময় হ'ব শীত কালত। কিন্তু শালি খেতিৰ ক্ষেত্ৰত সময় হ'ব জুন মাহত। আনহাতে ৱ'ফং ৰংকেৰ (wofung Rongker)* নামেৰে আৰু এক উৎসৱ পালন কৰা হয়। এই ৰংকেৰ পাঁচ বছৰৰ মূৰে মূৰে পালন কৰা হয়। এই ৰংকেৰ সাধাৰণতে এটা মৌজাৰ ভিতৰত পৰা সকলোবোৰ গাৱঁৰ মঙ্গলৰ বাবে কৰা হয়। সাধাৰণ ৰংকেৰ অনুষ্ঠিত হয় এদিনৰ বাবে; কিন্তু ৱ'ফং ৰংকেৰ অনুষ্ঠিত হয় দুদিনীয়াকৈ।

ৰংকেৰ পূজাত ছাগ আৰু মতা কুকুৰা দুয়োটাই বলি দিয়া হয়। কার্বিসকলে বংকেৰ উৎসৱত প্ৰধান দেৱতা বা পৰমেশ্বৰ আৰ্নাম ফাৰাউ (Arnam pharau) আৰু স্থানীয় দেৱতা বা থানাআৰ্নাম সকলোকে পূজা কৰে।

পূজাৰ অন্তত আৰ্নাম ফঙ্গৰাউ আৰু থানাআৰ্নামসকলৰ আগত বলি দিয়া হয়। বলিৰ মাংস কার্বিসকলে পূজাৰ প্ৰসাদ হিচাপে ভাত আৰু চাউলৰ মদ (হৰ)ৰ লগত খায়।

এই উৎসৱৰ প্ৰধান বৈশিষ্ট্য হ'ল যে ইয়াত মহিলাৰ প্ৰৱেশ নিষেধ। অকল পুৰুষসকলেহে এই উৎসৱ পালন কৰিব পাৰে। পুৰুষসকলে এই উৎসৱৰ দিনা পত্নীসকলৰ পৰা নিলগত হৈ থাকে।

---

*দ্ৰষ্টব্য : The Mikirs Lyll. Page 42. United Publishers. First edition

ৰংকেৰ উৎসৱত কোনো সংগীত নৃত্য নাই। প্ৰাৰ্থনাৰ মন্ত্ৰ পোনপটীয়া। অৰ্থ হয় এনে ধৰণৰঃ

আমি তোমাৰ ৰাজ্য (জিলা)ত বাস কৰোঁ,
আমাক ৰক্ষা কৰা আৰু সহায় কৰা।
আমাৰ মাজলৈ বাঘ নপঠাবা
আমাৰ মাজলৈ বেমাৰ নপঠাবা
আমাৰ শস্যৰ সমৃদ্ধি ঘটোৱা
আমাৰ স্বাস্থ্য সুৰক্ষিত কৰা
আমি বছৰি বছৰি এইদৰে বলি আগবঢ়াম।
আমি তোমাৰ কৃপাতে
সম্পূৰ্ণ নিৰ্ভৰশীল।

**হাচা কেকান ঃ**

কাৰ্বিসকলে কৃষিৰ পাতনিতে যিদৰে পাতে, ঠিক সেইদৰে শস্য চপোৱাৰ সময়ত শস্য চপোৱা উৎসৱো অনুষ্ঠিত কৰে। শস্য চপোৱা অনুষ্ঠানত বলি বিধান নাই। হাচা কেকান (Hacha kekan) কৃষিৰ শেষত অনুষ্ঠিত কৰা লখিমী সবাহৰ দৰে। এই উৎসৱত-হওঁত নাচ-গান হয়। এই উৎসৱত বাজনা ভোজ অনুষ্ঠিত হয়।

ৰংকেৰ পি বা বৃহৎ ৰংকেৰ অনুষ্ঠিত হয় পাঁচ বছৰৰ মূৰত। সমগ্ৰ মৌজাৰ সকলো গাওঁ সামৰি এনে উৎসৱ হয়। এনে উৎসৱৰ মূল লক্ষ্য হয় বৃহৎ দুৰ্যোগৰ পৰা হাত সৰা। মাৰি-মৰক, বাঘ কিম্বা প্ৰাকৃতিক দুৰ্যোগ সকলোৰে পৰা হাত সাৰিবৰ বাবে এনে ৰংকেৰত আৰ্নাম-ফাৰাউক পূজা কৰা হয়। বৃহৎ ৰংকেৰ বা বৰ ৰংকেৰ যিহেতু সকলো গাওঁক সামৰি লৈ হয়, গতিকে প্ৰতিখন গাঁৱেই এই ৰংকেৰলৈ বৰঙণি আগবঢ়ায়। গাওঁ বুঢ়াৰ নেতৃত্বত প্ৰতিখন গাঁৱেই বৰঙনি লৈ বৰ গাওঁবুঢ়াৰ গৃহত সমবেত হয় আৰু বৃহৎ ৰংকেৰৰ বাবে প্ৰস্তুতি চলায়। ইয়াতেই বৃহৎ ভোজৰ আয়োজন কৰা হয়। বলি-বিধান পৰম্পৰাগত ভাৱে আগবঢ়োৱাৰ পিচত ভোজনত সকলো ৰাইজে অংশ গ্ৰহণ কৰে।

# অষ্টম অধ্যায়

## আলি আই লৃগাং

## মিছিংসকলৰ বসন্তোৎসৱ

উত্তৰ-পূৰ্বাঞ্চলৰ বৰ্ণাঢ্য জনগোষ্ঠীবিলাকৰ মূল জীৱিকা কৃষি। পূৰ্বৰে পৰা প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল এই জনগোষ্ঠীসমূহে সুপ্ৰাচীন কালৰেপৰা চিকাৰ, ঝুমখেতি তথা খেতিৰ লগত সম্পৰ্ক ৰাখি বিভিন্ন উৎসৱবিলাক পালন কৰি আহিছে। কৃষিজীৱী সকলো জনগোষ্ঠীৰ বাবে বসন্তোৎসৱ হ'ল সৃষ্টিৰ প্ৰেৰণাৰে মানুহক উদ্বুদ্ধ কৰিব পৰা উদ্দাম উদ্দীপনা সৃষ্টিৰ এক আয়োজন। বসন্ত কাল অহাৰ লগে লগে, অৰ্থাৎ ঠেটুৰৈ ধৰা শীতে বিদায় লোৱাৰ লগে লগে আমাৰ অঞ্চলত আৰম্ভ হয় এক বৃষ্টিহীন, খৰাং বতৰ। এই শুকান বতৰ অন্ত পৰে মৌচুমী বতাহে কঢ়িয়াই অনা শীতল বৃষ্টি-কণাৰ কোমল, উমাল পৰশত। চৌদিশে গছে কুঁহি মেলে। চৰাই চিৰিকতিৰে ভৰি পৰে বনাঞ্চল। প্ৰকৃতিৰ লগতে মানুহো মুখৰ হয় সৃষ্টিৰ আনন্দত। অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ সকলো জনগোষ্ঠীৰে নিজা নিজা বসন্ত উৎসৱ নাইবা প্ৰধান কৃষি উৎসৱৰ বতৰ এইটো। বসন্ত উৎসৱৰ বতৰ মূলতঃ কৃষিজীৱী ৰাইজৰ কৃষিৰ পাতনি মেলাৰ বতৰো।

মিছিংসকলৰ 'আলি আই লৃগাং' এনে এক বৰ্ণাঢ্য উৎসৱ। বহাগ বিহুৰ সাত সপ্তাহ আগতেই, মিছিংসকলে আলি আই লৃগাং পালন কৰে ফাগুন মাহৰ প্ৰথম সপ্তাহত। ফাগুন মাহৰ প্ৰথম সপ্তাহৰ বুধবাৰটোত আলি আই লৃগাং অনুষ্ঠিত কৰা হয়। বতৰৰ প্ৰতি লক্ষ্য কৰিলে এটা কথা দৃষ্টিগোচৰ হয় যে এই কালছোৱা কেবাটাও খৰকালিৰ খেতিৰ আৰম্ভণি বতৰ। ঝুম খেতিৰ বাবে হাবিতলীয়া মাটি মুকলি কৰাৰ বতৰ। আনহাতে দ মাটিৰ পানী-খেতিৰ বাবে বা আহু খেতিৰ বাবে মাটি প্ৰস্তুত কৰাৰ বতৰ। নতুনকৈ প্ৰস্তুত কৰা সাৰুৱা মাটিত আলু-কচু ৰোৱাৰ বতৰ।

আলি-আই লৃগাং কৃষি উৎসৱ। কিন্তু কৃষি-জীৱী মিচিং সকল স্বাভাৱিকতে ইমান ৰং ৰঙিয়াল আৰু কৃষ্টি-প্ৰেমী যে তেওঁলোকে কৃষি উৎসৱক গীত-বাদ্য, নৃত্যৰে এক যাউতি-যুগীয়া বৰ্ণাঢ্য, জাতীয় ৰূপ দিছে। আলি-আই-লৃগাংত তেওঁলোকে বহু গীত গায়। নৃত্য-বাদ্যৰ সমাৰোহ হয়। আনুষ্ঠানিক ভাবে মূল অনুষ্ঠানটোৰ লগত নৃত্য-গীতৰ সমাৰোহ মন কৰিবলগীয়া।

উৎসৱৰ মূল অনুষ্ঠানত এফালে পূৰ্বপুৰুষক স্মৰণ কৰি তেওঁলোকৰ উদ্দেশ্যে খাদ্য-নৈবেদ্য আগবঢ়োৱা হয়। পৰম্পৰাগত ভাবে ই মংগোলীয় তথা বৃহত্তৰ চীনা আৰু তাইসকলৰ পূৰ্বপুৰুষৰ পূজাৰ লগত সঙ্গতিপূৰ্ণ অনুষ্ঠান। আনহাতে, এই অনুষ্ঠানতে আহু ধানৰ এমুঠি বীজ মাটিত সিঁচি দিয়া হয় আৰু শস্যৰ উৎপাদন বৃদ্ধি তথা সামগ্ৰিক ভাবে কৃষিৰ উৎপাদন বৃদ্ধি, সম্পদ বৃদ্ধিৰ বাবে প্ৰাৰ্থনা কৰা হয়। এই পৰ্বত কৰা প্ৰাৰ্থনা এনে ধৰণৰ :-

আমি খোজনীয়াক (বস্তু) দিম, ভিক্ষাৰ্থীক
ভিক্ষা দিম, আমি গুৰুক গুৰুভাগে
ভকতক ভকতৰ ভাগে দিম, আমাৰ
দায়-দোষ নধৰিবা।
হে পূৰ্বপুৰুষসকল,
শস্য চপোৱাৰ পিচত
আমি তোমালোকক পূজা দিম।
তোমালোকে আমাৰ শস্যৰ পথাৰ ৰক্ষা কৰিবা।
নহ'লে তোমাৰ পুত্ৰ-কন্যা আৰু
নাতি-নাতিনীসকল জীয়াই নাথাকিব
আৰু তেতিয়া কোনে তোমালোকক
পূজা দিব ।

প্ৰাৰ্থনাৰ এই ভাষা মন কৰিব লগীয়া। ইয়াত পিতৃপুৰুষৰ বা পূৰ্বপুৰুষসকলকহে পূজা কৰা হৈছে। কোনো অনন্ত ঈশ্বৰ তথা দেৱ-দেৱীক নহয় পূৰ্বপুৰুষকে দেৱ-দেৱী গণ্য কৰা হৈছে। শস্যৰ সুৰক্ষা আৰু তাৰ জৰিয়তে বংশধৰসকলৰ সুৰক্ষা প্ৰদান যাতে পূৰ্বপুৰুষসকলে কৰে সেইটো কামনা কৰা হৈছে।

উৎসৱৰ আনুষ্ঠানিকতা আৰু নৃত্য-গীত আৰম্ভ হয় দুপৰীয়াৰ পৰা। প্ৰতিঘৰৰে ল'ৰা-ছোৱালী, ডেকা গাভৰু সুদৰ্শন জাতীয় সাজ-পাৰেৰে ওলাই আহে। গাঁওখনৰ একেবাৰে পূব প্ৰান্তত থকা ঘৰখনৰ পৰা আলি আই লৃগাং আনুষ্ঠানিক নৃত্য আৰম্ভ হয় আৰু প্ৰতিঘৰতে চোতালত ঘূৰি ঘূৰি নচে। নৃত্য-গীত শেষৰ ফালে পথাৰ আৰু নৈৰ পাৰলৈকে সম্প্ৰসাৰিত হয়।

আলি আই লৃগাং যিহেতু কৃষি ভিত্তিক আনন্দোৎসৱ, ইয়াৰ লগত সেয়ে আনুষ্ঠানিক ৰং-ৰহইচ, ভোজন আদি জড়িত হৈ আছে। লৃগাঙত গীত-নৃত্য চলি থকা সময়তো আলহী অতিথিৰ পান-ভোজন চলি থাকে।

লৃগাঙৰ আনন্দ উৎসৱ বুধবাৰৰ দিনা আৰম্ভ হৈ পাঁচদিনৰ মূৰত সমাপ্ত হয়। আজিকালি অসমৰ অন্যান্য সম্প্ৰদায়ে অনুষ্ঠিত কৰা বসন্তোৎসৱ বহাগ বিহুৰ লগত আলি আই লৃগাঙৰ গীত, নাচ হুচৰি তথা গৰু নোওৱা আদি কাৰ্যৰ মিল দেখা যায় যদিও মিছিংসকলৰ নিজা সাজ-পাৰ, পৰম্পৰা আৰু নাচৰ ভংগিমা, ঢোল-পেপাৰ বোল আৰু ৰগৰ, নামৰ ঠেউকি সুকীয়া, বৈশিষ্ট্যপূৰ্ণ আৰু অতি শুৱলা। মিছিং নাচ সম্পূৰ্ণৰূপে কৃষি আৰু উৎপাদনশীল অন্যান্য কৰ্মৰ অনুকৰণত গঢ়ি তোলা নৃত্য শৈলীৰ আধাৰত ৰচিত। ধান সিঁচা, কঠিয়া তোলা, কঠিয়া ৰোৱা, ধান কটা, তাঁত বোৱা আদি সকলো উৎপাদনশীল কৰ্ম সুদৃশ্য নৃত্য শৈলীৰে প্ৰকাশ কৰা হয়। অসমীয়াৰ বিহু নৃত্যত এনে সুস্পষ্ট কৃষি কৰ্মৰ অনুকৰণ নাই। এই ক্ষেত্ৰত মিছিং বিহু নৃত্য বৈশিষ্ট্যসম্পন্ন। হুচৰি অংশ মিছিং সকলে অসমীয়া ভাষাতো গায়; কিন্তু নিজা ভাষাতেই বিহু আৰু অন্যান্য গীতবিলাক গোৱাৰ হেপাঁহ আৰু প্ৰাণময় সাৱলীলতা মিছিংসকলৰ মাজত চলে।

হুচৰি অনুষ্ঠানটো মিছিংসকলে আত্মীকৃৎ নিজা অনুষ্ঠান হিচাপে পালন কৰাৰ দৰেই, বিহুক দেৱত্ব আৰোপ কৰি পূজা কৰাটোও এক বিশিষ্ট লোক-কলা। অসমীয়া বিহুত 'বিহু উৰুওৱা' আৰু 'বিহু আদৰা' এই দুয়োটা অনুষ্ঠান ঠাই বিশেষে আছে। মিছিংসকলে নিজা ধৰণে গাৱঁৰ ওচৰৰ হাবিৰ কাষত এক বেদী নিৰ্মাণ কৰি তাত বিহু দেৱতাক স্থাপন কৰে। ফুল সিঁচি দি বেদীখনত বিহু দেৱতাক আৰাধনা কৰা হয়। আনহাতে, চৌদিশে ঘূৰি ঘূৰি বিহু নাচ নাচি নাচি ৰাতি বিহু দেৱতাক সম্পূৰ্ণ বিদায় দিয়া হয়। সজ্জিত বেদীখনৰ মাজত দীৰ্ঘজীৱনৰ

প্ৰতীক হিচাপে এক্লোপা শিমলু পুলি ৰোবা হয় আৰু এগছি বন্তি জ্বলাই দিও দেৱতাক পূজা কৰা হয়। নিশা বিহু দেৱতাৰ বেদী এৰি থৈ তাহোতে কোনো যুৱক-যুৱতীয়ে পিচলৈ ঘূৰি চোৱাৰ নিয়ম নাই। অৰ্থাৎ প্ৰতীকী ভাবে, সকলো মোহ এৰি বিহুক বিদায় দিয়া হয়।

আহুধান ছপোৱাৰ পিচত আহিন মাহত মিছিংসকলে প'ৰাগ উৎসৱ পাতে। আলি-আই-লৃগাং যিদৰে গুটি সিঁচাৰ লগত সম্পৰ্ক থকা উৎসৱ, ঠিক সেইদৰে প'ৰাগ গুটি চপোৱা উৎসৱ। প'ৰাগ উৎসৱতো মিছিং ডেকা-গাভৰুৱে নাচে, নাম গায়। গীত-নৃত্য বাদ্যৰে প'ৰাগ উৎসৱো মিছিং সকলৰ বৰ্ণাঢ্য কৃষ্টিৰ প্ৰতিনিধিত্ব কৰা এক প্ৰধান কৃষি উৎসৱ।

প'ৰাগ উৎসৱৰ গীতসমূহো কৃষিভিত্তিক। নাচবোৰ কৃষি কৰ্মৰ অনুকৰণত গঢ়ি তোলা নৃত্য-ভংগিমাৰ সুসমন্বয়। স্বাভাৱিকতে আকৰ্ষণীয়, বৰ্ণাঢ্য আৰু বৈশিষ্ট্য সম্পন্ন।

# নৱম অধ্যায়

## প্ৰথম ভাগ

## তিৱা জনজাতিৰ উৎসৱ

তিৱাসকল মধ্য অসমৰ এটা সংস্কৃতি প্ৰাণ জনজাতি। অসমৰ নগাওঁ, মৰিগাওঁ, কামৰূপ জিলাৰ উপৰি এই জনজাতিৰ লোক কাৰ্বি আংলং জিলাত আছে। পৰ্বত আৰু ভৈয়াম উভয়তে বাস কৰা তিৱাসকলে নিজৰ বৰ্ণাঢ্য লোক উৎসৱবিলাক আজি পৰ্যন্ত জীয়াই ৰাখিছে। বছৰৰ বিভিন্ন বতৰত বানছুৱা ছ'গ্ৰা, ফুজা, য়াংলি, আদি উৎসৱসমূহ তিৱাসকলে অনুষ্ঠিত কৰি আহিছে। এইবোৰৰ উপৰি ভৈয়ামৰ তিৱাসকলে অনুষ্ঠিত কৰা বৰত উৎসৱৰ দৰে উছৱো আছে। আমি থোৰতে এই উৎসৱসমূহৰ বিষয়ে কিছুকথা আলোচনা কৰিলো।

### বানছুৱা উৎসৱ

ৱানছুৱা বা পিঠাগুৰি খুন্দা উৎসৱ তিৱাসকলৰ অন্যতম প্ৰধান উৎসৱ। এই উৎসৱ ছবছৰৰ মূৰে মূৰে অনুষ্ঠিত হয়। জেঠ মাহৰপৰা শাওন মাহৰ ভিতৰত সপ্তাহৰ মঙ্গলবাৰৰ পৰা বৃহস্পতিবাৰলৈ তিনিদিনীয়াকৈ এই উৎসৱ পালন কৰা হয়।

বানছুৱা হ'ল এক তাৎপৰ্যপূৰ্ণ কৃষি উৎসৱ। উৎসৱৰ প্ৰধান কাৰ্যখিনি মঙ্গল বুধ আৰু বৃহস্পতিবাৰৰ মাজত কৰা হয় যদিও প্ৰধান পিঠাগুৰি খুন্দা কাৰ্য বুধবাৰে হয়। তিৱা জাতিৰ নিয়ম অনুসৰি বুধবাৰৰ দিনা পুৱা চাংদলৈৰ ঘৰৰ চোতালত উৰালবোৰ এহাতমান দকৈ বৃত্তকাৰে পোতা হয়। বানছুৱা যিহেতু আদিতে আমখাৱালী ফৈদৰ উৎসৱ, সেইয়ে একে ফৈদৰ বিভিন্ন গাওঁৰ পৰা আমন্ত্ৰণ পাই অহা লোকসকলে উৰালত তিওৱা চাউল খুন্দে। পিঠাগুৰি খুন্দোতে ঢোল, পেপাৰ চেৱে চেৱে খুন্দা হয়। বুধবাৰে খুন্দা পিঠাগুৰিবোৰ ঘৰে ঘৰে পিঠা সিজাবৰ বাবে ভগাই দিয়া হয়। বুধবাৰে ৰাতি আৰু বৃহস্পতিবাৰে পুৱা ·

ভজা পিঠাবোৰ ছাংদলৈৰ চোতালত বৃত্তাকাৰে ৰহি ছুদণ্ডা ৰজা আৰু [illegible]ৰেউ ৰজাৰ উদ্দেশ্যে উছৰ্গা কৰা হয়। বৃহস্পতিবাৰে নিশা উৎসৱৰ সামৰণি প[illegible]ৰ। শুক্ৰবাৰে পুৰা আমন্ত্ৰিত ব্যক্তি সকলক বিদায় দিয়া হয়।

ৰানছুৱা উৎসৱ কোনো এখন নিৰ্দিষ্ট গাৱঁৰ চাংদলৈ, চাংসাত্তি, মুৰুম্মা, খুৰামূল, আদি বিষয়াসকলৰ পৰিচালনাত হয়। উৎসৱৰ খৰছ এওঁলোকে বহন কৰে।

## ছ'গ্ৰা (বসন্ত উৎসৱ) মিছাৱা

তিৱাসকলৰ অন্যতম প্ৰধান উৎসৱ হৈছে ছ'গ্ৰা মিছাৱা। এই উৎসৱ ফেব্ৰুৱাৰী মাহৰপৰা মাৰ্চ মাহৰ দ্বিতীয় সপ্তাহ মানলৈকে উদ্‌যাপন কৰা হয়। কাৰ্বি আংলং জিলাৰ আমচাই, মাৰ্জং, লুমফুই, আমৰি আৰু আমখা ফৈদৰ উপৰি নগাওঁ আৰু মৰিগাওঁ জিলাৰ দাঁতি কাষৰীয়া তিৱা গাওঁ সমূহতো এই অনুষ্ঠান উদ্‌যাপিত হয়।

ছ'গ্ৰা উৎসৱ বসন্ত কালত অনুষ্ঠিত হয়। ই মূলতঃ কৃষি উৎসৱ আৰু ইয়াৰ গীতসমূহত থকা যৌনগন্ধিতা মূলতঃ সুপ্ৰাচীন কালৰে পৰা চলি অহা উৰ্বৰতা কৃষ্টি (Fertility cult) ৰ অৱশেষ। আজি-কালি বহুতে ইয়াক অশ্লীলতা থকা বুলি কয়। কিন্তু এই অশ্লীলতা প্ৰকৃতাৰ্থত পৃথিৱীৰ প্ৰায় সকলো সু প্ৰাচীন জনগোষ্ঠীৰ উৰ্বৰতা কৃষ্টিতে আছে। যৌনতা, যৌনগন্ধী গীত-নৃত্য আৰু যৌন-মিলনে পৃথিৱী সম্পদশালী বা সৃষ্টিমুখী কৰাত ঐন্দ্ৰজালিক প্ৰভাৱ বিস্তাৰ কৰে বুলি ভৱা হয়।

ছ'গ্ৰা উৎসৱৰ দুটা বৈশিষ্ট্যই হ'ল (১) ইয়াৰ যৌনগন্ধিতা* আৰু (২) জীৱৰ প্ৰতি উৎসৱ কালত প্ৰদৰ্শন কৰা অহিংসা। লোকবিশ্বাস অনুসৰি এই উৎসৱ কালত জীৱ হত্যা সম্পূৰ্ণ নিষেধ। এই দুয়ো বৈশিষ্টাৰ মৰ্যাদা ৰক্ষা নকৰিলে বা নিষেধ উলংঘা কৰিলে অপায়-অমঙ্গল হয় বুলি বিশ্বাস। উলংঘাকাৰী লোকৰ বিৰুদ্ধে সমাজেও কঠোৰ শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰে।

তিৱাসকলৰ ছ'গ্ৰা উৎসৱো ফেব্ৰুৱাৰী মাহৰ পৰা মাৰ্চমাহৰ দ্বিতীয় সপ্তাহলৈকে সপ্তাহটোৰ বুধবাৰৰ পৰা সোমবাৰলৈকে পালন কৰা হয়। কোনো কোনোৱে বৃহস্পতিবাৰৰ পৰা আৰম্ভ কৰে।

---

* দ্ৰষ্টব্য : [illegible], তিৱা লোক উৎসৱৰ লোক কাহিনী, [illegible] ১৯৯০ পৃষ্ঠা ৬

ছ'গ্ৰা উৎসৱ সম্পৰ্কে, অৰ্থাৎ ইযাৰ উৎপত্তি আৰু পালন কৰাৰ পদ্ধতি আৰু কাৰণ সম্পৰ্কে বিভিন্ন তিৱা ফৈদৰ মাজত সুকীয়া সুকীযা কাহিনী বৰ্তি আছে।

লোক কথা অনুসৰি মাজিবৰ নামৰ ছ'গ্ৰা কুলৰ এজন যুৱকে আকাশমাৰ্গত উৰি ফুৰা বগা বগা ফুল দেখি, ঘৰৰপৰা নতুন কাপোৰ এখন আনি কৈছিল "যদি মোৰ বাবে বৰ হিচাপে আহিছা, তেন্তে মোৰ এই কাপোৰখনতে পৰিবা।" মাজিবৰৰ এই আহ্বনত ফুলবোৰ আহি মাজিবৰে পাৰি দিযা নতুন কাপোৰ খনত পৰিবলৈ ধৰিলে। ফুলখিনি কাপোৰত মেৰিয়াই মাজিবৰ গাঁৱলৈ আহিল। গাঁৱৰ ৰাইজৰ আগত সকলো কথা বিৱৰি কোৱাত ৰাইজে ফুলবোৰৰ নাম থলে নাছনি। গাৱঁৰ ৰাইজে মিলি মাজিবৰে পোৱা ফুলৰ বৰেই এই ফুলপোৱা উৎসৱ পালন কৰিবলৈ ধৰিলে। আকাশ মাৰ্গৰপৰা ফুলৰ বৰ পোৱা এই উৎসৱৰ মূল উৎস স্বাভাৱিকতে বসন্তৰ ফুল বা দেৱতাৰ (প্ৰকৃতিৰ) ফুল— অৰ্থাৎ এক বসন্তৰ আৰ্শীবাদ।

ছ'গ্ৰামি মছাৱা বা ছ'গ্ৰা হিচাপে পালন কৰা এই উৎসৱত সৰগীয় ফুলৰ প্ৰতীক হিচাপে দল বা কুহিলাৰ মজ্জাৰ পৰা বাঁহৰ শলাৰে চেপি উলিবা কুহিলাৰে এক ডেৰ মিটাৰ জোখৰ তিনিডাল বাঁহৰ কাঠিত বান্ধি কাপোৰেৰে মূৰত মেৰিয়াই লৈ নাচিব লাগে। মূৰত কুহিলাৰে বা দলৰ'মজ্জাৰে বন্ধা এনে কাঠীক খুম খাটি বোলা হয়। খুম খাটি বন্ধা লোক তিনিজন থাকে। তদুপৰি এজন পুৰা আৰু এজন মছ হয়। 'পুৰা'মানে বুঢ়া আৰু 'মছ' মানে পহু। পুৰা জনে মূৰত বিৰিণাৰ ফুলেৰে মুকুট সাজি পিন্ধে আৰু মছ জনে গছৰ দুই ফেৰেঙনিযুক্ত ঠানিৰে মূৰ আৰু শিঙৰ প্ৰতীক সাজি নতুন গমোছাৰে মেৰিয়াই নাচে। তদুপৰি এজন নাচনিয়ে গোটেই গাতে কলপাতৰ ঢাকনি পিন্ধি নাচে।

উৎসৱ শেষ নোহোৱা পৰ্যন্ত এই প্ৰতীক হিচপে ওলোৱা লোকসকলে সাজ নোখোলে। ঘৰৰ ভিতৰলৈ আনকি নিজৰ ঘৰৰ ভিতৰলৈও এওঁলোকে প্ৰৱেশ কৰিব নোৱাৰে। বৰঘৰৰ বাৰান্দাত বা চোতালত এওঁলোকৰ স্থান। এওঁলোকে উৎসৱৰ কালছোৱাত খোৱা বোৱাৰ ক্ষেত্ৰত সম্পূৰ্ণ ৰূপে সহকাৰীৰ ওপৰত নিৰ্ভৰ কৰে। সোমবাৰে পুৰা ভাগত খুম খাটি, পুৰা আৰু মছে প্ৰতীকী বস্তু কেইপদ 'ছামাদিত' জমা কৰে। দ্বিতীয় সপ্তাহতহে এই বস্তু কেইপদ নিৰ্দিষ্ট স্থানত ছ'গ্ৰাশালি বা ছগ্ৰা ছালত পেলাই থৈ আহে। ছ'গ্ৰা শালত এইবোৰ পেলোৱাৰ পিছতহে উৎসৱৰ সামৰণি পৰে।

ছ'গ্ৰা উৎসৱৰ উৎপত্তি সম্পৰ্কে নানা ফৈদৰ মাজত সুকীয়া সুকীয়া মত বা লোক কাহিনী আছে। আমি সেইবোৰ কাহিনী ইয়াত বহলাই লিখাৰ পৰিসৰ নাই। বিভিন্ন ফৈদৰ মাজত নচাৰ বা অনুষ্ঠান আয়োজন কৰাৰ ধৰণ কিছু ভিন্ন ভিন্ন, সাজ-পাৰো বেলেগ (প্ৰতীকী সাজ-পাৰৰ কথা কোৱা হৈছে)। সকলো ক্ষেত্ৰতে কিছু ফৈদভিত্তিক বৈশিষ্ট্য থকা সত্বেও এই উৎসৱৰ মূল ধাৰাটোত মিল আছে। এই উৎসৱ বসন্ত কালত পতা হয় ঠিক বসন্তৰ আগমণি ভাগত। এই উৎসৱ মূলতঃ নৃত্য-গীত প্ৰধান। দলে দলে জুম বান্ধি ছ'গ্ৰা উৎসৱত নচা সকলক গৃহস্থঘৰে মদ, চিৰা, বৰাভাত, শুকান মাছ, আদাৰে সিজোৱা পিঠাগুৰিৰ আগ্গা দিয়ে। ছ'গ্ৰা উৎসৱত নচাসকলে গোটেই নিশা নাচে। ডেকা, সৰু ল'ৰা আদিৰ নচা জুমবোৰ সুকীয়া সুকীয়া হয়।

তিৱাসকলৰ কোনো কোনো ফৈদত উৎসৱৰ দ্বিতীয় দিনা (বৃহস্পতি বাৰে) তামোল অৰিহণা তোলা হয়। তৃতীয় দিনা এক ব্যংগ বিচাৰালয় বহে। সকলো বিষয়াৰ বিৰুদ্ধে ভুৱা যৌন কেলেংকাৰিৰ অভিযোগ তোলা হয়। বিচাৰত জৰিমণা ভৰাটো নিয়ম। এইদৰে বং কৰাৰ অন্তত তামোলৰ টোপোলাবোৰ খুলি ভাগ কৰি দিয়া হয়। সকলোৱে লাউৰপৰা বকা মদৰ অংশ পায়। আমচৈৰ মাৰ্জং গাৱঁত এইদৰে ছ'গ্ৰা উৎসৱ পালন কৰা হয়। উক্ত ব্যংগ বিচাৰ আৰু তামোল-পান,.মদ বিতৰণৰ পিছত দেউৰীৰ ঘৰতে সেইদিনা সন্ধিয়া নাচি এই ছ'গ্ৰা উছৱৰ সামৰণি মৰা হয়। গাৱঁৰ বাইজে ইয়াৰ পিছত জুৰিৰ পাৰত গৈ আনুষ্ঠানিক ভাবে কণী ভাঙে। কণী ভঙাৰ উদ্দেশ্য গাওঁখনৰ অপায়-অমংগল দূৰ কৰা। প্ৰায় সকলো তিৱা ফৈদৰে এনে ধৰণৰ সুকীয়া সুকীয়া পদ্ধতি আছে যদিও মূল বসন্তোৎসৱ হিচাপে সকলোৱে মিল আছে।

তিৱাসকলে ইয়াৰ বাহিৰে কেইটাও লোক উৎসৱ ফৈদে ফৈদে পালন কৰে। সেইবোৰৰ ভিতৰত মাগ্ৰ'বালী ফৈদৰ মাগ্ৰ' বা মুইনাৰি কৃষি মিছুৱা-ছুৱাছুৱৰ মুৰে মুৰে কাৰ্বি আংলং আৰু মেঘালয়ত অনুষ্ঠিত হয়। বংথৈ, আমনি, আমচাই, মাজং আদি ফৈদে আহিন কাতি মাহত পালন কৰে লাংখন ফুজা বা লাংখন মিছুৱা। লাংখন ফুজা এক ধৰণৰ বাঁহ পূজা, বিজুলী বাঁহৰ লংখন সাজি তিৱাসকলে এই পূজা কৰে। মাৰ্জং, আমচাই, বংচাই আৰু মাগ্ৰ' ফৈদৰ লোকে ফুংলি বা লখিমী পূজা পাতে। ই হ'ল বলি-বিধান দি, নাচি-বাগি লখিমীক আদৰা অনুষ্ঠান। ফাংলি পূজাৰ নৃত্য বৈশিষ্ট্যপূৰ্ণ। তৰোৱাল লৈ নাচি-বাগি মাংগলিক আদৰি অনা হয়। তৰোৱাল লৈ নচা তিৱাসকলৰ এই বৈশিষ্ট্যসম্পন্ন নৃত্যই কৃষ্টি হিচাপে আদৰ পোৱাটো স্বভাবিক

# নৱম অধ্যায়

## দ্বিতীয় ভাগ

## বৰত উৎসৱ

তিৱাসকলৰ তেতেলীয়া তিৱা ৰজাই বৰত উৎসৱ পালন কৰে। এই উৎসৱৰ কিছু সাৰ্বজনীনতা তিৱাসকলৰ মাজত আছে। আনকি অঞ্চলটোৰ যিসকল তিৱা নহয়, তেওঁলোকেও তিৱাসকলৰ এই উৎসৱ উপভোগ কৰে।

বৰত পূজাৰ আঁতি-গুৰি অতি প্ৰাচীন আৰু এতিয়াও বহু কথাই ৰহস্যাবৃত হৈ আছে। এই পূজাৰ অনুষ্ঠানবিলাক বৰ্ণাঢ্য আৰু বৈচিত্ৰ্যময়। কালিকা (কালিখা) বা দুৰ্গাৰ এক ৰূপ শিৱানীৰ পূজাৰ উপৰি কুমাৰী পূজাৰ এটা ৰূপান্তৰিত কিম্বা উন্নীত সুংখৰী বা কুৰৰী পূজাও এই ঐতিহ্যসম্পন্ন পূজাৰ এক মূল অঙ্গ। বৰত পূজাৰ ব্যাপক পৰিসৰ, পৰ্যায়ক্ৰমে নানা অনুষ্ঠানৰ সমাহাৰৰ অজস্ৰ গীত-নৃত্যৰ প্ৰাচুৰ্যই এই উৎসৱক নিঃসন্দেহে এক অতি ব্যয়বহুল উৎসৱত পৰিণত কৰিছিল। সেয়ে তিৱা ৰাজা (তেতেলীয়াৰ তিৱা ৰজা আৰু কুমৈৰ তিৱা ৰজা) শক্তিশালী হৈ থকা পৰ্যন্ত বৰত উৎসৱ ধুমধামেৰে পতা হৈছিল। কিন্তু তিৱা ৰজাৰ ৰাজকীয় ক্ষমতা নাইকিয়া হোৱাৰ পিছত আৰু তিৱা ৰাজ পৰিয়ালৰ বংশধৰসকলে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ পিছত তেওঁলোকৰ পৃষ্ঠপোষকতা নাইকিয়া হ'ল। গতিকে কিছুবছৰৰ মূৰে মূৰে তিৱা ৰাইজে বৰত উৎসৱ পাতি আহিছে যদিও এই উৎসৱ ৰাজকীয় পৃষ্ঠপোষকতাৰ অভাৱত বৰ্তমান মৃত প্ৰায়।

বৰত উৎসৱ আৰম্ভ হয় কাতিৰ সংক্ৰান্তিত, পুহৰ পূৰ্ণিমাৰ ৰাতি বৰত উৎসৱৰ সামৰণি পৰে। নাইবা পূৰ্ণিমাৰ দুই তিনি দিনৰ আগতে মঙ্গল বা বুধবাৰ চাই এই উৎসৱৰ আয়োজন কৰা হয়।

পৰম্পৰাগত ভাবে এই উৎসৱটো মৰিগাওঁ জিলাৰ তেতেলীয়া পাহাৰৰ দাঁতিত বিৰাট ৰভা দি পালন কৰা হয়।

বৰত উৎসৱৰ প্ৰাথমিক ভূমিকাত থকা চৰিত্ৰবিলাক হ'ল (এক) সুংগৰী (কুৰঁৰী), (দুই) বৰতানী, (তিনি) চাৰিগৰাকী আয়তী। এই প্ৰাথমিক ভূমিকাত থকা কুৰঁৰী গৰাকী হ'ল অকুমাৰী ছোৱালী।

বৰত পূজাত কেবাটাও পৰ্যায় আছে। বৰত পূজা আৰম্ভ হোৱাৰ আগদিনা অৰ্থাৎ কাতি সংক্ৰান্তিৰ আগদিনাই সুংগৰী ঘৰ বা কুঁৱৰী ঘৰ নিৰ্মাণ কৰা হয়। সুংগৰী ঘৰ চাৰিফুট ওখ, চাৰি ফুট দীঘল আৰু চাৰিফুট বহল। ঘৰটোৰ পশ্চিম ফালে পূজাৰ বাবে মুকলি স্থান ৰখা হয়। ঘৰটোৰ আগত বৰত পূজাৰ দিন এখন কল বখুৰাৰ ডিঙা প্ৰতিষ্ঠা কৰা হয়।

বৰত পূজাৰ সুংগৰী ঘৰ নিৰ্মাণৰ পৰা আৰম্ভ কৰি সকলো পবিত্ৰ কৰ্মত নিয়োজিত লোকসকলে ব্ৰতত থকা বা আগদিনা লঘোণে থাকি ব্ৰত পালন কৰা প্ৰয়োজন। এইদৰে ব্ৰতত থকা শিপিনীয়ে কালিকা গোঁসানীৰ দেউৰীৰ ঘৰত একেদিনাই টানি বা তুলি বৈ উলিওৱা পবিত্ৰ বস্ত্ৰ সুংগৰীয়ে পিন্ধে। চাৰে সাত হাত দীঘল ডেৰ হাত প্ৰস্থৰ এনে পবিত্ৰ বস্ত্ৰৰ এখন কুৰঁৰীৰ মূৰৰ ওপৰত ৰখা জাপিটোৰ ঢাকনি হিচাপে আৰু আন এখন বৰত পূজাত ব্যৱহাৰ কৰা খদাটোৰ তলত এক্কাণিৰ দৰে ব্যৱহাৰ কৰা হয়। খদাটো পানী তোলাৰ বাবে ব্যৱহাৰ হয়।

মূল বৰত পূজাৰ প্ৰথম দিনা কালিকা গোঁসানীৰ পূজা কৰা হয়। এই পূজাত পৰম্পৰাগত ভাৱে মাছ আৰু ছাগলী বলি দিয়া হয়। কালিকা গোসাঁই থানত অতীজতে নৰবলিও দিয়া হৈছিল।

কালিকা গোসানীৰ উপৰি কলিয়া গোসাঁই (কৃষ্ণ)ক বংশীগোপাল থান আৰু বুঢ়া ডাঙৰীয়া (শিৱ) থানত পূজা দিয়া হয়।

ইয়াৰ পিচৰ পৰ্বত বৰতানীৰ ঘৰত সকলো বিবয়ৰবীয়া, বজা (বৰ্তমান দলৈ বজা) গোট খায়। কুঁৱৰীৰ বাবে ৰখা সৰু ঘৰটোৰ ভিতৰত, কলবখুৰাৰ ডিঙা এখন প্ৰতিষ্ঠা কৰে। বৰতানীয়ে ইয়াৰ পিচত সুংগৰী ঘৰৰ পূৰ ভাগত মুখচত এজাপ কলপাতত ৫ টা তামোল পাণ দি, খলিত্ৰা জ্বলাই সৰস্বতী দেবীৰ স্তুতিৰ মাধ্যমেৰে কুঁৱৰী বা কুমাৰী পূজা আৰম্ভ কৰে।

সুংগৰী ঘৰটোৰ তিনিশ চাকিশ মিটাৰমান দূৰত পানীঘাটৰ আৰ্হিত প্ৰতীকী ভাবে নিৰ্মাণ কৰা এটা কুঁৱাৰপৰা বৰত পূজা আৰম্ভ হোৱাৰ পৰা শেষ হোৱালৈকে সাত ঘাটৰ পানী তোলা হয়। সুংগৰী ঘৰত সাত কলহ পানী জমা কৰে। এই

সকলো পৰ্ব আৰু ইয়াৰ পিছৰ পূজাত গীত, মাত, নৃত্যত বৰঢুলীয়া, পাটি ঢুলীয়া, কালিয়া আদি সকলোৱে বাদ্য সংগত কৰে।

সৰস্বতী দেৱীৰ স্তুতি কৰি কুঁৱৰী ঘৰটোত ডিঙা প্ৰতিষ্ঠা কৰাৰ পিচত কুঁৱৰী, বৰতানী আৰু আয়তী গৰাকীয়ে কুমাৰী ৰূপত কালিকা গোসাঁনীক পূজা কৰে।

পানী তুলিবলৈ যোৱাটো এই উৎসৱৰ এক প্ৰধান বৰ্ণাঢ্য অঙ্গ। আয়তী এগৰাকীয়ে কুঁৱৰীৰ মূৰত কাঁহি এখনত এটা খট বাতি, খট বাতিৰ ওপৰত এটা চাকি, কাঁহিখনৰ ওপৰত চাৰিটা চাকি, মুঠতে পাঁচটা চাকি জ্বলাই লৈ যায়। নামতীৰ নাম, ঢুলীয়া কালিয়াৰ প্ৰাসঙ্গিক বাদ্যই পৰিৱেশটো বৰ্ণাঢ্য কৰি তোলে। কুঁৱৰীয়ে পানী তোলা গাওঁ বা কুঁৱাটোত সাত বাৰ পানী বাকি দিয়ে আৰু সাতবাৰ পানী তোলে। সাত ঘাটৰ পানী তোলা এই অনুষ্ঠানৰ অন্তত বৰতানীয়ে কলপাতৰ জাপ এটাত সাত ডাল থিয় শলিতা পোতে, সাতখন খনিয়া তামোল-পাণ আগবঢ়াই সেৱা জনাই পানী তুলি কুঁৱৰীৰ ঘৰটোলৈ উভতি আহে। কুঁৱৰীৰ ঘৰত কলত পানী থাপনা কৰি থাপনাত বাংচি, গেন্ধাই, বাবৰি, কলাহী, টোকাৰী ফুল থাপে। একেদৰে বৰত উৎসৱৰ দিনালৈকে সাত ঘাটৰ পানী তুলিব লাগে।

**ব্ৰতঃ**

কাতি মাহৰ অমাবস্যা তিথিত বৰত পূজা আৰম্ভ হোৱাৰ দিনাৰপৰা কুঁৱৰী, বৰতানী, আয়তী চাৰি গৰাকীয়ে আমিষ আহাৰ খোৱা সম্পূৰ্ণ নিষেধ। প্ৰথম ঘাট পানী তোলাৰ দিনা এই কেইগৰাকী ব্ৰতাচাৰিনীয়ে ভাত খোৱা নিষেধ। ভাতৰ সলনি ফল-মূল, গাখীৰ, এঁৰা পিঠাগুৰি, কৰাই গুৰি খাব পাৰে। প্ৰতি ঘাট পানী তোলাৰ দিনা এইদৰে ভাত নিষেধ। আনহাতে মাজৰ দিনবোৰত নিৰামিষ আহাৰ খাব লাগে।

মূল বৰত পূজাৰ দিনা সন্ধিয়া ছয় ঘাট পানী তোলা সম্পূৰ্ণ হয়। সেইদিনা কুঁৱৰী ঘৰত চাকি জ্বলাই এজাপ কলপাতত মাহ, প্ৰসাদ, ফুল আদি দি থাপনা কৰা হয়। এই থাপনা বৰতানীয়ে পাতে। ৰজা, দলৈ, কোঁৱৰ আদি বিষয়া বৰ্গক আদৰি আনোতে ঢুলীয়া কালিয়া, পেপুৱা আদিয়ে সম্ভ্ৰমৰে আনে। তেওঁলোকৰ উপস্থিতিত চামৰ পীৰাত ডিঙাখন প্ৰতিষ্ঠা কৰোৱাৰ পিছত ডিঙাখন নানা ৰং-বিৰঙৰ দলুৱা ফুলেৰে সজ্জিত কৰা হয়। ৰজা আৰু পাৰিষদ বৰ্গক

এনে ফুলৰেই মালা-পিন্ধোৱা হয়। কুঁৱৰী, কুঁৱৰীৰ মাক, আয়তী চাৰিগৰাকী আৰু বৰতানীয়ে আমতীসকলৰ লগতহে মঞ্চৰ চাৰিওফালে সাতপাক মাৰি নাম গায়। তাৰ পিছত তেওঁলোক বৰত মঞ্চৰ ভিতৰত দলৈ বজাৰ ডলাৰ পাচত বহে। দলৈ বজা (বজা নথকা বাবে) আৰু কোঁৱৰৰ ডলা, চাতবাৰি প্ৰতিষ্ঠা কৰাৰ পিছত কুল আৰু বিষয়া ভেদে সুকীয়া সুকীয়া ডলা আৰু চাতবাৰি প্ৰতিষ্ঠা কৰে।

বৰত পূজাৰ দিনা বিয়লি বেলাও কালিকা থানত পূজা দিয়াটো নিয়ম।

বৰত পূজাৰ নামত নামতীসকলে সূত্ৰধাৰে বুজোৱাদি মঞ্চত কোন প্ৰৱেশ কৰিব বুজাই দিয়ে। বৰত পূজাত পাটি ঢোল আৰু কৰতালৰ বাজনাত মুখা ভাৱৰীয়াসকলে নাচে। লগতে বৰঢোল, কালিয়া আদিয়ে নামৰ চেৱে চেৱে বজাই যায়। বৰত পূজাত ভাৱৰীয়াৰ মুখত কিন্তু বচন নাথাকে। জন্তু আৰু পক্ষীৰ ভাওৰ ক্ষেত্ৰতহে জন্তু বা পখীৰ মাতৰ অনুকৰণত মাতে।

বৰত পূজাৰ মূল নৃত্য-গীতৰ লগত বৰত উৎসৱকেন্দ্ৰিক অন্যান্য গীত-নৃত্য আছে। এইবোৰ মূল বৰত পূজাৰ নৃত্য-গীত নহয়। ডেকা গাভৰুৱে উৎসৱ মুখৰ পৰিৱেশত জোৰা নাম, কাঠৰ চৰাই লৈ নাচ আদিৰ আয়োজন কৰে। জোৰা নামত ডেকা-গাভৰু উভয়ে যোগদান কৰে। এই দ্বিতীয় পৰ্যায়ৰ গীত-নৃত্য বিলাকক কেন্দ্ৰ কৰিয়েই তিৱা কিছু গীত-মাতৰ বিকাশ হৈছে বুলিলেও ভুল নহয়।

মঞ্চৰ দ্বিতীয় খলপটো নৰ্তকৰ খলপ। এই খলপতে বিভিন্ন নৰ্তকে ঢোল, কৰতালৰ তালে তালে নাচে। তৃতীয় খলপটো বিভিন্ন স্থানৰ পৰা অহা মহিলা বহা স্থান। এই খলপত বহাসকলেও নামত ভাগ লয়। চতুৰ্থ খলপটো কুল আৰু বিষয়ভেদে বা বিষয়াসকলৰ পূজাৰ আসন পাৰি ডলা আৰু চাতবাৰি প্ৰতিষ্ঠা কৰা খলপ।

বৰত পূজাৰ নৃত্য গীতবোৰ ধনুত কৃষ্টিৰ অমূল্য সম্পদ। মূল বৰত পূজাৰ লগত সঙ্গতি ৰাখি চৰাই নৃত্য, মুখা নৃত্য আদি অনুষ্ঠিত হয়।

এইদৰে নৃত্য গীতৰ বৰ্ণাঢ্যতাৰ অন্তত বৰত উৎসৱ সামৰণিৰ ফালে গতি কৰে। মুখা নৃত্যৰ একেবাৰে শেষত গৱৰীয়া পূজা হয়।

গৱৰীয়া পূজাৰ পিচত আয়তী নামতীয়ে গীত গোৱাৰ পিচত কোঁৱৰ, বা বিষয়া আদিয়ে নিজৰ নিজৰ সাজ-সজ্জা মালা আদি খুলি বতাহলীত থয়।

কুঁৱৰীয়েও মালা আনি ৰভাথলীত থয। কুঁৱৰী আয়তী চাৰি গৰাকীক গা-ধুৱাই অনা হয-- কোঁৱৰ, বিষয়াবৰ্গ লগত যায়।

ইয়াৰ পিছতে পীৰা যুঁজ হয। পীৰাখন হ'ল বৰত পূজাৰ আৰম্ভণিৰে পৰা কুমাৰী ছোৱালী জনীক নোওৱা কাৰ্যত ব্যৱহাৰ হোৱা পীৰা। এই পীৰাখন লাভ কৰিবৰ বাবে আয়তী চাৰিগৰাকীৰ মাজত যুঁজ হয়। যুঁজৰ অন্তত যি গৰাকীয়ে পীৰা কৰায়ত্ত কৰি অজ্ঞানহৈ পৰে- তেওঁৰ জৰিয়তে বৰত বা ব্ৰত পুনৰ ৰক্ষা পৰিল বুলি ঘোষিত কৰে। এই পীৰা যুঁজত জিকা গৰাকীক ৰজা আৰু বিষযা সকলে বঁটাও দিয়ে।

পীৰা যুঁজৰ পিচত ডলা, চাতবাৰি আদি উঠোৱা কাৰ্য আৰম্ভ হয়। প্ৰত্যেকখন ডলাত থকা ফুল-পাত আদি উটাই দিবৰ বাবে কলপটুবাৰ ডিঙাখনত জমা কৰে। কল, চাউল, তামোল-পাণ আদি তুলি আনে।

ফুল আৰু মালাবোৰ তোলাৰ পিচত কুঁৱৰীৰ মাকে পীৰাসহ-নৌকাখন মূৰত তুলি লৈ; ঢোলে-দগৰে, পেঁপাই-কালিয়ে, নামতীৰ নামেৰে পৰিবেষ্টিত হৈ নৈ (কলং নৈ)ৰ পাৰলৈ যায় আৰু তাতেই নৌকাখন উটুৱাই দিয়ে। নামতীসকলে কুঁৱৰী পূজাৰ বিদায়ৰ গীত গায় আৰু ঢোল, পেপা, গগণা, কালি আদি নৌকা উটাই নিদিয়া পৰ্যন্ত বজাই থাকে।

নৌকা উটাই দিয়াৰ লগে লগে বৰত পূজা আনুষ্ঠানিক ভাবে অন্ত পৰে। ইয়াৰ পিচত বৰতানীৰ ঘৰত ৰজা, বিষয়া আয়তীসকল গোট খায় আৰু ৰজাক সেৱা জনাই বৰত পূজাৰ সেই বছৰলৈ সামৰণি মাৰে।

# দশম অধ্যায়

# বাভা সকলৰ উৎসৱ

বৃহত্তৰ তিব্বেতো-বাৰ্মাণ মংগোলীয় জনগোষ্ঠীৰ এটা উল্লেখনীয় জনজাতি বাভা। বাভাসকলৰ বসতি স্থল সমগ্ৰ অসমতে সিচৰতি হৈ থকা দেখা যায় যদিও অসমৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে গুৱাহাটীৰ পৰা গাৰো পাহাৰ জিলাৰ সীমান্তৱৰ্তী অঞ্চলবোৰ সামৰি পূৱণি গোৱালপৰা আৰু কামৰূপ জিলাৰ প্ৰায় সকলো ঠাইতে বাভা জনজাতিৰ লোক বসবাস কৰে। অৱশ্যে গোৱালপাৰা জিলাতেই বাভা জনজাতিৰ লোক সৰহ।

বাভাসকলে বহু দেৱ-দেৱীৰ পূজা কৰে আৰু ৰঙ-ৰহইচপূৰ্ণ বহুতো উৎসৱ পালন কৰে। কিছুমান উৎসৱ মূলতঃ বৃহত্তৰ হিন্দু সভ্যতা-সংস্কৃতিৰ বাভাসকলৰ মাজত নিজা ৰূপত সোমাই পৰিলেও, এই জনজাতিৰ কিছুমান সম্পূৰ্ণ নিজা উৎসৱ, পূজা আছে।

বাভাসকলৰ হাচং উৎসৱ জেঠ মাহত পালন কৰা হয়। বাস্তৱিকতে এই উৎসৱ বহু দেৱ-দেৱীৰ সমষ্টিগত পূজা '¹' হাচং উৎসৱ বসন্ত উৎসৱৰ বুকুতে উদ্ভাৱিত উৎসৱ বুলি ক'ব পাৰি। বাইখু বাভাসকলৰ প্ৰধান আনন্দ উৎসৱ আৰু কৃষি উৎসৱো। গোৱালপাৰা জিলাতে যিহেতু বাভাসকলৰ জনবসতি বেছি আৰু বাভাসকলৰ দুটা প্ৰধান ফৈদ ৰাংদানি আৰু মাইতৰিসকলৰ বসতি এই দুখন জিলাতে, সেয়ে বাইখু পূজা বা খৰুছি পূজাৰ ৰং-ৰহইচ কিম্বা প্ৰাচুৰ্যও এই জিলাতে বেছি।

হাচং থানত হাচং পূজা কৰা হয় আৰু এই হাচং পূজাত সাধাৰণতে ৰাংদানিসকলৰ সকলো গাঁও সমবেত হয়। এই পূজাত বাইখু বা খৰুছি পূজাৰ গীত-মাত নৃত্য আদি গোৱা হয়। বাইখু পূজা বহাগ মাহৰ ভিতৰতে পতাত গুৰুত্ব দিয়া হয় বুলি কোনো কোনো গৱেষকে মন্তব্য কৰিছে। ড° প্ৰফুল্ল দত্ত

---

দ্ৰষ্টব্য : A Handbook of Folklore Material of N E India. Chapter 8. First edition, Page 167

গোস্বামীয়ে [২] এই উৎসৱ জেঠ মাহত অনুষ্ঠিত কৰে বুলি উল্লেখ কৰিছে। *A Hand book of Follclore Material of N E. Indian গ্ৰন্থতো হাচং পূজা জেঠ মাহত অনুষ্ঠিত কৰা হয় বুলি উল্লেখ কৰিছে।

প্ৰকৃততে জনজাতিসকলে নিজৰ পূজাৰ সময় যথাৰ্থ বুলি ভাবিলে এটা নিৰ্দিষ্ট সময়ৰ ভিতৰত পৰম্পৰাগত বিধান অনুসৰি আগলৈ বা পিচলৈ নিয়ে, গতিকে নিৰ্দিষ্ট দিনটো মূল কথা নহয়; ঋতু বা কৃষি পৰ্বটোহে মূল কথা।

বাইখু উৎসৱৰ আৰম্ভণি বা প্ৰস্তুতি পৰ্ব চলে বছৰৰ প্ৰথম বৰষুণজাক পৰাৰে পৰা। শস্য সম্পদ আৰু শিশুৰ মঙ্গলৰ বাবে এই উৎসৱ পালন কৰা হয়। ৰাভাসকলৰ বাইখু পূজাত হিন্দুসকলৰ দৰেই গো পূজাৰ বিস্তৃত আয়োজন চলে। গোহালিঘৰত অপায় অমঙ্গল দূৰ কৰিবৰ বাবে কিছুমান গছপাত গুজি দিয়া হয়। পবিত্ৰ গছপাত হিন্দুসকলে ঘৰৰ খুটাত বা দুৱাৰ মুখত বন্ধাৰ নিয়ম এই প্ৰসঙ্গত উল্লেখ্য। গোহালিত ৰাভাসকলে তুলসী পানী ছটিয়ায়।

বাইখু পূজাত মূল পূজাৰ দেৱী বাইখু (সম্পদৰ দেৱীত, পৃথিৱীৰ দেৱী) ছাৰি (লখিমী), কান্‌ছা (বনৰ দেৱতা), দৰ্‌মং (মহাদেৱ বা আদিম ঈশ্বৰ) বা বুঢ়া দেৱতা আদি। এই দেৱ-দেৱীসমূহৰ বাহিৰেও বিভিন্ন ৰাভা জনগোষ্ঠীৰ মাজত সুকীয়া সুকীয়া দেৱতা আছে। হাচং থানত এই সকলো দেৱতাৰে পূজা কৰা হয়।

ৰাভাসকলৰ ভিতৰত পাতি ৰাভাসকলে অসমীয়া হিন্দুসকলৰ প্ৰায় সকলোবোৰ কৃষি আৰু বসন্ত উৎসৱৰে সৈতে একেদৰেই উৎসৱ অনুষ্ঠিত কৰে আৰু অসমীয়া ভাষা এওঁলোকে গ্ৰহণো কৰিছে আৰু চহকীও কৰিছে। এই সকলে নিজ দেৱ-দেৱীৰ পূজা অনুষ্ঠিত কৰোতেও অসমীয়া ভাষাৰ শব্দ ব্যৱহাৰ কৰা বুলি জনা যায়।

বাইখু পূজাত বেমাৰ-আজাৰ নিয়ন্ত্ৰণৰ উদ্দেশ্যে এবিধ খাদ্য প্ৰস্তুত কৰি খোৱা বুলি জনা যায়। পিঠালি শাক বুলি ৰাভাসকলৰ মাজত জনাজাত গোন্ধযুক্ত এবিধ শাক শুকান মাছ আৰু চাউলৰ খুদৰ লগত বা চাউলৰ লগত খাৰ বাহ্মি মানুহেও খায় আৰু সামান্য পৰিমাণে গোহালিৰ দুৱাৰ মুখতো ৰাখে। স্মৰ্তব্য যে অসমীয়া ব'হাগ বিহু অনুষ্ঠানতো গোহালিৰ গৰুক পিঠা খুওৱা হয়।

(২) * দ্ৰষ্টব্য : Tribes of Assam, Part I, Tribal Research Institute, Edited by B N Bardoloi, G C Sarmah Thakur and M C. Saikia. First Edition, Page 128.

**প্ৰফুল্ল দত্ত গোস্বামী, পৃষ্ঠা - ৫৮

ৰাভাৰ বাইখু পূজাত দুচৰি অনুষ্ঠান নাই। কিন্তু দুজন পুৰোহিতে পিশাগুৰি পানীত মিহলাই গৃহস্থৰ ঘৰে ঘৰে ছটিয়াই। গৃহস্থই বিনিময়ত চাউলৰ মদ দিয়ে। এই অনুষ্ঠানটো পুৰোহিতে আয়োজন কৰে গৃহস্থক আশীৰ্বাদ দিয়াৰ উপৰি ঘৰবোৰ পবিত্ৰ কৰিবৰ কাৰণে।

বাইখু পূজাত ৰং-ৰহইচপূৰ্ণ উৎসৱ চলে পাঁচদিন ধৰি। এই পাঁচদিনত নানা ৰং-ধেমালিৰ আয়োজন কৰা হয়। ধেমালিৰ ভিতৰত ৰচী টনাটোও এটা। বাদ্য আৰু নাচৰ তালে তালে ৰচী টনা ধেমালিয়ে এটা আনন্দমুখৰ পৰিবেশৰ জন্ম দিয়ে।

ৰাভাসকলৰ সকলো ফৈদে একেদৰে পালন কৰা কোনো জাতীয় উৎসৱ নাই বুলি সাধাৰণতে মন্তব্য কৰা হয় যদিও বাইখু উৎসৱ প্ৰায় সকলো ভাষা নাপাহৰা বা সৃষ্টি নাপাহৰা ৰাভাই উদ্‌যাপন কৰে। পাতি ৰাভা সকলে পৰম ঈশ্বৰক লাংগা (মহাদেৱ বা আদি দেৱতা)ক মানি পূজা কৰে। বাকী ৰাভাসকলৰ দৰমং দেৱতাৰ লগত লাংগা দেৱতাৰ মিল আছে। লাংগা দেৱতাৰ উৎসৱত নাৰীসকলৰ অংশগ্ৰহণ নিষিদ্ধ। মদ, (চাউলৰ মদ) ভোজ ভাত আৰু নৃত্য-গীত বাইখু পূজাৰ দৰেই লাংগা পূজাতো মূল বৈশিষ্ট্য। পাতি ৰাভাসকলে মাৰে পূজা পাতে— ওজা-পালি আৰু দেওধনীৰ প্ৰচলন এইসকলৰ মাজত আছে।

# একাদশ অধ্যায়

## প্ৰথম ভাগ

## চাহ্ জনজাতিৰ উৎসৱ

## চাহ্ জনজাতিৰ কৰম পৰব

অসমৰ চাহ জনজাতিৰ লোকসকল ইংৰাজৰ দিনত বিহাৰ, মধ্য প্ৰদেশ, অন্ধ্ৰ, বঙ্গ আৰু উৰিষ্যাৰ বিভিন্ন স্থানৰপৰা সাম্ৰাজ্যবাদী উদ্যোগ-নীতিৰ ফলত ছিন্নমূল হোৱা আদিবাসী লোক। তেওঁলোকে আদিম পিতৃভূমিত যিবোৰ উৎসৱ পালন কৰি আহিছিল, সেই উৎসৱবিলাক অসমতো পালন কৰিবলৈ ধৰিলে।

অসমৰ চাহ জনজাতিবিলাকৰ কৰম পৰব হ'ল শ্ৰেষ্ঠ জাতীয় উৎসৱ। বৰ্তমান অসমৰ প্ৰায় সকলো জনগোষ্ঠীৰ মাজতে এই কৃষি উৎসৱটি জনপ্ৰিয়. হৈ পৰিছে। বছৰৰ বিভিন্ন সময়ত কেবাটাও কৰম উৎসৱ চাহ জনজাতিৰ লোকসকলে পালন কৰে। এই কেইটা পৰব হ'ল--

(এক) আহিন মাহত বুঢ়ী কৰম।

(দুই) আঘোণ মাহত ৰাম-ঝুমইৰ আৰু

(তিনি) ভাদ মাহত জীতিয়া কৰম।

আহিন মাহত অনুষ্ঠিত কৰা কৰমক কিয় বুঢ়ী কৰম কোৱা হয় তাৰ ব্যাখা বিভিন্ন গৱেষকে বিভিন্ন ধৰণে দিছে। কোনো কোনো গৱেষকে আহিন মাহত আৰ্যপূৰ্ব যুগত বছৰৰ শেষ হৈছিল বুলি উল্লেখ কৰিছে। এইটো বছৰৰ শেষ মাহৰ উৎসব বাবে এই কৰমক বুঢ়ী কৰম বোলাটো কিছু যুক্তি সন্মত হ'লেও অন্য মতো নথকা নহয়। ভাৰতৰ সকলো আদিম জনবাসীৰ মাজতে জগতজননী দুৰ্গাক বুঢ়ী গোসাঁনী আৰু শিৱক বুঢ়াগোসাঁই কল্পনা কৰাৰ প্ৰয়াস দেখা যায়। সেই হিচাপে বিজয়া দশমীত আৰম্ভ কৰা কৰমক 'বুঢ়ী কৰম'

নামকৰণ কৰাত আচৰিত হ'ব লগীয়া নাই। অৱশ্যে এই কথা সৰ্বভাৰতীয় পৰম্পৰাৰ লগত খাপ খায় নে নাখায় সেয়া অধিক গৱেষণাইহে নিশ্চিত কৰিব। আহিনৰ এই বুঢ়ী কৰম উৎসৱে উৎসৱটোৰ আৰ্য পূৰ্ব যুগতে হোৱা আৰম্ভণিৰ ইংগিত দিয়ে।

আঘোণ মাহৰ পূৰ্ণিমাত আয়োজিত ঝুমইৰ কৰম পৰৱ শ্ৰীকৃষ্ণৰ ৰাস লীলাৰ সময়তে পৰে। এই ঝুমইৰ ৰাস লীলাৰ সমাৰ্থক এক অনুষ্ঠান যদিও ঝুমইৰ গীতে অধিক লোকায়তিক উদ্দাম মুক্ত জীৱনৰ ইংগিত দিয়ে। সমূহীয়া ঝুমইৰ কৃষি উৎসৱে উৎপাদন মুখী কৰ্মৰ এক ইঙ্গিত দাঙি ধৰে।

ভাদ মাহৰ শুক্ল পক্ষত আয়োজিত জীতিয়া কৰম উৎসৱতো বন বিহাৰী শ্ৰীকৃষ্ণৰ বৃক্ষৰোপন লীলাখেলাৰ ভিন্ন ভিন্ন পৰ্বৰ কথাই মুখ্য স্থান পাই বুলি কোৱা হয়। প্ৰকৃতাৰ্থত কৰম পৰৱত বৃক্ষৰোপন আৰু বৃক্ষ পূজাই সদায় আগস্থান পাই আহিছে। কৰম পূজাত কৰম দেৱতাৰ প্ৰতীক হিচাপে চিকা মৰলীয়া গছৰ দুটা ডাল নিৰ্দিষ্ট স্থানত পুতি কৰমতীসকলে কেবাদিনো পূজা-সেৱা কৰে। এই পূজাত পালন কৰা প্ৰধান গুৰুত্বপূৰ্ণ কৃষিমুখী কাৰ্যটো হ'ল— 'জাৱা' কৰা। 'জাৱা' কৰাৰ অৰ্থ হৈছে শস্যৰ বীজ ৰোপন কৰা বা শইচ পৰা। কৃষি জীৱনৰ ই প্ৰধান গুৰুত্বপূৰ্ণ কাম। এটা টুকুৰীত অলপ কলি ভৰাই বুট, যৱ, তিল আদিৰ বীজ ৰোপন কৰা হয়। কৰম পৰৱৰ প্ৰথম দিনাই সিঁচি দিয়া এই বীজত কৰমতী সকলে কৰম পূজাৰ আখৰাত প্ৰাণখুলি গীত গায়। বীজ্জ খিনি অংকুৰিত হৈ কৰম পূজাৰ শেষ দিনালৈ তিনি চাৰি ইঞ্চি ওখ হয়। কৰমতীসকলে এই বীজখিনি নীতি-নিয়মৰ মাজেদি কৰম দেৱতাৰ উদ্দেশ্যে উছৰ্গা কৰি অধিক শস্যৰ কামনা কৰে।

ঝুমইৰীয়া বা কৰমতীৰ ভূমিকা কৰম পূজাত অতি গুৰুত্বপূৰ্ণ। কৰমতীসকল হ'ল ব্ৰত কৰ্মৰ প্ৰধান নায়িকা। তেওঁলোকেই কৰম ব্ৰত ধাৰণ কৰে। কৰম দেৱতাৰ পূজাক তেওঁলোকে প্ৰদান কৰে এক পবিত্ৰ ৰূপ। তেওঁলোকেই কৰমৰ ডাল আনে, প্ৰতিষ্ঠা কৰে, অৰ্চনা কৰে আৰু কৰম পূজাৰ অন্তত বিসৰ্জন দিয়ে। গতিকে আৰম্ভণিৰ পৰা শেষলৈকে নাৰীৰ ভূমিকা মুখ্য হোৱা বাবে এই উৎসৱৰ বৈশিষ্ট্য মূলতঃ মাতৃ প্ৰধান বেদপূৰ্ব-যুগৰ কৃষিৰ বৈশিষ্ট্যৰ লগতহে মিলে। উল্লেখ্য যে ঝুমইৰীয়া সকলে সমগ্ৰ কৰম পূজাটো

নৃত্য আৰু গীতেৰে প্ৰাণোচ্ছল কৰিও তোলে। ফলত বহুতৰে ধাৰণা হয় যেন ঝুমুইৰীয়া সকলৰ নৃত্য-গীতৰ অনুষ্ঠানেই হ'ল কৰম পৰব।

*কৰম পৰবৰ* আন এটা প্ৰধান বৈশিষ্ট্য হ'ল বিভিন্ন ধৰণৰ বৃক্ষৰ লগত বা বৃক্ষৰোপনৰ লগত এই উৎসৱৰ ওতঃপ্ৰোত সম্পৰ্ক। কৰম পৰবৰ মূল অনুষ্ঠান আৰম্ভ হয় কৰম গছ বা পানী মাৰলী গছৰ দুটা ডাল মাটিত ৰোপন কৰি পূজা আৰম্ভ কৰাৰ জৰিয়তে। কৰম পূজাৰ থলীত আহত, জৰী, ডিমৰু, আম, বাঁহ আদি গছবিলাক পবিত্ৰ গণ্য কৰা হয়। একালে যৱ, তিল, মাহ আদি শস্যৰ বীজ গজাই উৎপাদন বৃদ্ধিৰ কামনা কৰা হয়, আনফালে বিভিন্ন বৃক্ষৰ ডাল পুতি পৃথিৱী আৰু মানুহ জাতিৰ সমাজ আৰু ব্যক্তি সকলোৰে মঙ্গল কামনা কৰা হয়।

কৰম পৰবত গোৱা ঝুমইৰ সমূহত এফালে কৰম পূজাৰ সংগঠক চাহ জনজাতিৰ লোকৰ আনন্দ-উচ্ছল হিয়াৰ উমান যিদৰে পোৱা যায়, ঠিক সেইদৰে চাহ জনজাতিৰ জীৱনৰ বিচিত্ৰ কথাবোৰ আৰু তেওঁলোকৰ জীৱনৰ সুদীৰ্ঘ ক্ৰমবিকাশৰ ইতিহাস ঝুমইৰ গীতৰ স্তৱকে স্তৱকে লুকাই থকা দেখা যায়। ঝুমইৰ গীত সৰস্বতী বন্দনাৰে আৰম্ভ কৰা হয়। গীতৰ ছত্ৰে ছত্ৰে পুৰুষ-নাৰীৰ, ৰাধিকা-কানাইৰ তথা জগনু-লচমীহঁতৰ প্ৰাণ-গঙ্গাৰ ঢৌবোৰ লুকাই থাকে। যৌন জীৱন সৰল গছ-পাত-ফুলৰ দৰে প্ৰতিভাত হয়। আনকি ঝুমইৰ তথা কৰম পূজাৰ ইতিহাস ঝুমইৰ গীতত গোৱা হয় এইদৰে--

'আগে ঝুমইৰ কাহ ছিল
তবে ঝুমইৰ কাহা হৈল,
আগে ঝুমইৰ অযোধ্যা নগৰে
আবে হইল দুনিয়া সংসাৰে।'

ইয়াত অযোধ্যা নগৰত ঝুমইৰৰ পাতনিৰ কথা প্ৰতিধ্বনিত হয়। আন এটা গীতত আনহাতে কাশ নদীৰ উল্লেখ পোৱা যায়।

'আইঝ যে কৰম গসাই
ঘৰে দুৱাৰে ৰে –
ঘৰে দুৱাৰে,
কাইল ৰে কৰম গসাই
কাশ নদীৰ পাৰে।'

কাশ নদীক বহুতে গঙ্গা বুলি উল্লেখ কৰিছে। কাশী নগৰ আৰু কাশ নদীৰ সম্পৰ্ক দেখুৱাই এইসকল ব্যক্তিয়ে কব খোজে যে ঝুমইৰৰ উৎপত্তি তথা কৰম পূজাৰ উৎপত্তিৰ থলী অযোধ্যা কিম্বা গঙ্গাৰ পাৰৰ ঠাইবোৰ। এইবোৰ ঠাইৰ পৰাই ক্ৰমান্বয়ে অন্যান্য স্থানলৈ ঝুমইৰ বিয়পি পৰে।

অসমত বিহু নাম, বিহু-নাচ আৰু সামগ্ৰিক ভাবে কৃষি উৎসব বিহুৰ লগত মৌলিক বৈশিষ্ট্যৰ ফালৰপৰা কৰম পৰবৰ মিল আছে। সেয়ে আজি-কালি কৰম পৰব অসমৰ চাহগোষ্ঠীৰে বাহিৰেও অন্যান্য সম্প্ৰদায়ৰ লোকসকলৰ মাজত অতীব জনপ্ৰিয় হৈ পৰিছে। ঝুমইৰ হৈ পৰিছে এক সম্প্ৰীতিৰ সুবীয়া এনাজৰী।

# একাদশ অধ্যায়

## দ্বিতীয় ভাগ

## চাওঁতালৰ বাহা পৰব

অসমৰ চাওঁতালসকলেও পালন কৰা তেওঁলোকৰ অন্যতম প্ৰধান উৎসৱ হ'ল 'বাহা' পৰব। ফাগুণ মাহৰ শুক্লা পঞ্চমীৰ দিনা পুৱাৰপৰা আৰম্ভ কৰা হয়। কোনো কোনো ঠাইত এই উৎসৱ পালন কৰা হয় প্ৰায় এমাহ জুৰি-বহাগ বিহুৰ সময়লৈকে।

বাহা পৰব হ'ল বসন্ত উৎসৱ। বাহা উৎসৱত বসন্ত কালত প্ৰকৃতিৰ সমস্ত বৈভৱৰে অৰ্চনা কৰা হয়। ই সুদূৰ অতীজৰ কোনো কৃষি উৎসৱৰে পৰৱৰ্তী কালত হোৱা বিকাশ বুলি ঠাৱৰ কৰাৰ থল আছে।

পৰম্পৰাগত ভাবে মাৰাং বুৰু (ভগৱান)ৰ শ্ৰীচৰণত অৰ্চনা কৰা হয় বাহা পৰবত। অগ্নিপিণ্ডৰূপী মাৰাংবুৰুযে অতীজৰে কোনোবা এদিন চিকাৰীজীৱী চাওঁতালসকলৰ আগত অগ্নিপিণ্ডৰূপে দেখা দিছিল আৰু অৰণ্যৰ মাজত এজোপা জৰীগছ সদৃশ বৃহৎ বৃক্ষত আশ্ৰয় লৈছিল। গতিকে মাৰাংবুৰুক শ্ৰদ্ধা জনাই চিকাৰীজীৱী চাওঁতালসকলে অস্ত্ৰ-শস্ত্ৰ সামৰি থৈ মাৰাং বুৰুক আৰাধনা কৰি সন্তুষ্ট কৰিছিল। এই মাৰাং বুৰুকে আজিও প্ৰকৃতিৰ জীৱন্ত প্ৰতীক বৃক্ষ ৰোপন কৰি, আনকি কেতিয়াবা একোখন কৃত্ৰিম হাবি নিৰ্মাণ কৰি পূজা কৰা হয়।

মাৰাং বুৰু অৰ্চনাৰ বাবে আয়োজিত বাহা উৎসৱৰ আগদিনা চাওঁতালৰ নাইকে বাবাই (পুৰোহিতে) তেওঁৰ লগত সহযোগীসকলক লৈ নৈৰ ঘাটলৈ চাকবা (শিঙা) ফাৰ্চা (পৰশুকুঠাৰ), আঃচাৰ (ধনু-কাড়) আদি অস্ত্ৰ-শস্ত্ৰ জাতীয় পূজাৰ সামগ্ৰীবোৰ নি ধুই-পখালি আনে। নাইকে বাবাৰ সহযোগীসকলক সাসৌৰিয়া বোলা হয়।

সেইদিনা গধূলিয়েই নাইকেৰ ঘৰত সকলো চাওঁতাল সমবেত হৈ পিছদিনাৰ বাহা পূজাৰ সময় মাৰু আগন্তুক বিপদ-আপদ সম্পৰ্কে চাটিয়াম

পৰা জানি লয়। এই চাটিয়া হ'ল উপাসনাৰ কালত দৈৱ শক্তি অৰ্জন কৰা লোক। ইয়াৰ পিছত পুৰুষ-নাৰীসকলে নৃত্য গীতেৰে বাহা জাগৰণ কৰে।

পিছদিনা পুৱাই নাইকে বাবাই গাওঁবুঢ়া বা মাঝী হাড়ামৰ ঘৰত গা-পা ধুই উপস্থিত হয়। ৰাইজেও গা-পা ধুই নতুন বস্ত্ৰ পৰিধান কৰি কৃত্ৰিম ভাবে পাতি লোৱা অৰণ্যলৈ যায়। তাতেই কুকুৰা এটা উচৰ্গা কৰা হয় আৰু কুকুৰা মঙহৰে ৰন্ধা আঞ্জা ভাতৰ লগত কলপাত নাইবা অন্য অবিষাক্ত গছ পাতত খায়। ইয়াৰ পিছত পূজালৈ অনা ফুল (টিলাই বাহা) সকলোৰে মাজত নাইকে বাবাই বিতৰণ কৰে। এই ফুল পবিত্ৰ জ্ঞান কৰা হয়। পুৰোহিতৰ হাতৰপৰা এই ফুল যিসকলে নাপায়, তেওঁলোকক দুৰ্ভগীয়া বা তেওঁলোকৰ অমঙ্গল হ'ব পাৰে বুলি ধৰি লোৱা হয়। নাইকে বাবাৰপৰা পোৱা ফুল নাৰীসকলে খোপাত আৰু পুৰুষসকলে কাপত গুজি লয়।

সাজ-পাৰ পিন্ধা, খোপাত ফুল গোজা এই পুৰুষ-নাৰীসকলে ইয়াৰ পিছত মাঝী হাড়ামৰ নেতৃত্বত মাঝী হাড়ামে লগাই দিয়া মতে নৃত্য-গীত পৰিবেশন কৰে। মাঝী হাড়ামৰ বাহিৰে অন্য জনা লোকসকলেও বাহা পূজাৰ নাম লগাই দিব পাৰে।

বসন্তকালীন উৎসৱ বাহা পৰৱ চাওঁতাল সকলৰ সম্পূৰ্ণ নিজা উৎসৱ। এই উৎসৱে চাওঁতালসকলৰ বলিষ্ঠ ঐতিহ্যকে কেবল প্ৰতিনিধিত্ব কৰে তেনে নহয়, ই বসন্তকালীন ভাৰতত সকলো জনগোষ্ঠীৰে মাজত সৃষ্টি হোৱা নৃত্য-গীত আৰু আনন্দ-উলাহৰ সাৰ্বজনীনতাকে প্ৰতীয়মান কৰে। সৃষ্টিৰ আনন্দত মতলীয়া এই জনগোষ্ঠীয় উৎসৱটিয়ে প্ৰকৃততে মানুহৰ সৃষ্টি আকাংক্ষা আৰু সৰ্বাঙ্গীন বিকাশৰ তথা গ্ৰহণীয় বিকাশৰ আকাংক্ষাকেই প্ৰকাশ কৰে। বসন্তৰ আগমনৰ প্ৰাৰম্ভতে ভগৱানৰ আৰাধনা কৰি লৈ জীৱনৰ সৃষ্টিৰ আকাংক্ষাক মূৰ্তিমান কৰি তুলিবৰ বাবে নৃত্য গীতৰ আয়োজন কৰাৰ জৰিয়তে চাওঁতালসকলে প্ৰকৃততে বসন্তকালীন উৰ্বৰতা কৃষ্টি তথা কৃষি উৎসৱৰে বাস্তৱতা আৰু মহত্ব দাঙি ধৰিছে।

# একাদশ অধ্যায়

## তৃতীয় ভাগ

## চাহ জনগোষ্ঠীৰ উৎসৱঃ

## টুচু পৰব

চাহ জনগোষ্ঠীৰ উৎসৱ বিলাকৰ ভিতৰত কৰম পূজা, টুচু পূজা আৰু চহৰাই পৰব আদিয়েই প্ৰধান। এই উৎসৱবিলাক মূলতঃ কৃষি জীৱনৰ লগত জড়িত আৰু চাহ জন-গোষ্ঠীসমূহৰ পৰম্পৰাৰ বৰ্ণাঢ্য উপাদান সমূহৰ জৰিয়তে সমৃদ্ধ।

টুচু পূজা বা টুচু পৰব চাহ জন-গোষ্ঠীৰ নাৰীৰ জীৱনৰ আদৰ্শৰ ভেটি। মনসা, লক্ষ্মী, সৰস্বতী সকলো দেৱীয়েই যেন টুচুৰ মাজেদিয়েই আত্ম প্ৰকাশ কৰে। বেছি ভাগ জনগোষ্ঠীয় লোকে টুচু দেৱীক সদাশিৱৰ কন্যা মনসা বা শীতলা হিচাপে মান কৰে। আন হাতে কোনো কোনো জনগোষ্ঠীয়ে টুচু দেৱীক সাবিত্ৰী, লক্ষ্মী দেৱী আদি ৰূপত কল্পনা কৰে।[১]

**ঐতিহাসিক পৰম্পৰা ঃ**

ঐতিহাসিক ভাবে টুচু পূজাৰ প্ৰচলন মুছলমানসকলৰ ৰাজত্ব কালত, কুৰ্মী ৰজা কৰ্ণদেৱৰ পুত্ৰ সীতাৰামৰ পত্নী, কুলন্দা বা নৈৰখ ৰাজ্যৰ ৰাজকুমাৰী টুচু বা ৰুক্মিণী দেৱীৰ আত্মত্যাগৰ কাহিনীৰ লগত জড়িত। সীতাৰাম আৰু ৰুক্মিণীৰ কাহিনী ঐতিহাসিক বুলি ধৰিলে, ইয়াৰ অন্তৰালত থকা সতী দাহ প্ৰথাৰ কথাই পোহৰলৈ আহে। মুছলমান ৰাজত্বকালত কুৰ্মী ৰজাৰ বিৰুদ্ধে চলা আক্ৰমণ আৰু নিৰ্যাতনৰ পৰ্বত, কুৰ্মী ৰজা কৰ্ণদেৱে কুলন্দাৰ ৰজা বীৰবলৰ আশ্ৰয় লব লগীয়া হৈছিল। ইয়াতে কৰ্ণদেৱৰ পুত্ৰ সীতাৰামৰ লগত বীৰবলৰ কন্যা টুচুদেৱীৰ প্ৰণয় কাহিনী গঢ় লয়। বীৰবল মুছলমান বাদশ্বাহৰ আশ্ৰিত ৰজা। মুছলমান বাদশ্বাহেও টুচু দেৱীক নিজৰ পত্নী কৰি লবলৈ বিচৰাত ৰজা বীৰবলে আশ্ৰিত ৰজা কৰ্ণদেৱৰ লগতে পুত্ৰ, কন্যা, জোঁৱাই, বোৱাৰী সমন্বিতে তীৰ্থ কৰাৰ ছলেৰে ছদ্মবেশে

(১)বিবৰ্তনত চাহ জনগোষ্ঠীৰ জীৱন আৰু সংস্কৃতি, বিপিন চন্দ্ৰ মাহাতো, প্ৰথম সংস্কৰণ, পৃঃ ১৩

অনাই-বনাই ফুৰিবলৈ ধৰিলে। নানা হিন্দু ৰজাৰ আশ্ৰয় প্ৰাৰ্থী হৈ শেষত বীৰবল আৰু কৰ্ণদেৱে চাওঁতালসকলৰ মাজতো কিছুদিন আছিল। চাওঁতালসকলে যুদ্ধ কৰি মুছলমানক প্ৰতিহৃত কৰিছিল যদিও তাতো নিজকে নিৰাপদ নেদেখি কৰ্ণদেৱ আৰু বীৰবলে হিন্দু ৰজা ভৰত সিংহৰ আশ্ৰয় ললে। ইয়াতে সীতাৰাম আৰু ৰুক্মিণীৰ প্ৰেমৰ কথা জানি ৰজা ভৰত সিংহই মহা ধুম-ধামেৰে উভয়ৰে বিয়া পাতি দিয়ে। বিয়া পতা হৈছিল মাঘৰ এক তাৰিখে। ইফালে সুদীৰ্ঘকাল দুখ-কষ্টৰ মাজত জীৱন কটোৱা সীতাৰামৰ মৃত্যু হয় টুচুদেৱীৰ লগত বিবাহৰ মাত্ৰ এবছৰৰ ভিতৰতে। তেতিয়াৰ প্ৰচলিত সতী দাহ প্ৰথা অনুসৰি (সম্ভৱতঃ মুছলমানৰ হাতৰপৰা ৰক্ষা পোৱাৰ উদ্দেশ্যে) স্বামী সীতাৰামৰ চিতাত টুচুৱে প্ৰাণ আহুতি দিয়ে। বিবাহৰ মাত্ৰ এবছৰ পিচতেই মকৰ সংক্ৰান্তিৰ দিনা সীতাৰামৰ মৃত্যু হয়। টুচুও সতী হিচাপে স্বৰ্গগামী হয়। এই দিনটো টুচু বা সতী পূজা হিচাপে আজিও প্ৰচলিত।

টুচু পূজা স্বৰূপাৰ্থত সতী পূজা। আদৰ্শ নাৰীৰ পূজা। কিম্বদন্তিৰ লগত সাঙোৰ খাই আছে নিৰ্যাতিত কৰ্ণদেৱ, সীতাৰামৰ লগতে পৰম চৰিত্ৰৱতী টুচুৰ নিৰ্মম গাথা। এইটোও লগতে প্ৰতীয়মান হয় যে টুচুক পূজা কৰাৰ জৰিয়তে ইতিহাসৰ অতি সুদীৰ্ঘ কাল ধৰি প্ৰপীড়িত সম্প্ৰদায় এটাই টুচু পূজাৰ জৰিয়তে সঞ্জীৱিত কৰি ৰাখিবৰ বাবে যত্ন কৰিছে মধুৰ প্ৰেম, পবিত্ৰতা, নিষ্ঠা আৰু আত্মত্যাগৰ আদৰ্শ।

**টুচু পূজাৰ সময়ঃ**

টুচু পূজাৰ সময় আঘোণৰ সংক্ৰান্তিৰপৰা পুহৰ সংক্ৰান্তিৰ দিনালৈ। পুহৰ সংক্ৰান্তিৰ দিনা প্ৰধান পৰব। এই পুহৰ মাহটোত জীয়াৰী-বোৱাৰী সকলো মিলি প্ৰত্যেক সন্ধিয়া টুচু দেৱীৰ গুণ-গৰিমা গায়। টুচুৰ সৌন্দৰ্য, পবিত্ৰতা, মহত্ত্ব, আত্ম-ত্যাগ আৰু সতীত্বৰ আদৰ্শ স্মৰণ কৰাই টুচু পৰবৰ উদ্দেশ্য আৰু এই স্মৰণ-কাৰ্যৰ ঐতিহাসিক অভিনৱত্বৰে চাহ-জনগোষ্ঠীৰ লোকসকলে প্ৰকৃততে ইতিহাসৰ টুচু দেৱীক ৰূপান্তৰিত কৰিছে সীতা, সাবিত্ৰীৰ পৰ্যায়লৈ।

সন্ধ্যা টুচু স্মৰণ কৰি গোৱা গীতসমূহ চাহ জনগোষ্ঠীৰ লোকসকলৰ লোক-গীতৰ বৰ্ণাঢ্য সমল। সন্ধ্যা আৰতি কৰে অতি পবিত্ৰ ভাৱে—

'তেল দিলাম শলিতা দিলাম
স্বৰ্গে দিলাম বাতি গ'।' —

টুচুক এইদৰে আহ্বান কৰি জাত জাত গীতেৰে বন্দনা কৰা হয় সকলো দেৱীৰ।

**মূল পৰৱ ঃ**

পুহৰ সংক্ৰান্তিৰ ৰাতি মূল টুচু পৰৱ অনুষ্ঠিত হয়। মাঘ বিহু পালন কৰাৰ দিনাখনেই পালন কৰা হয় টুচু পূজা। এই দিনটোক চাহ জন-জাতিৰ কিছু লোকে পৌষ পৰৱ হিচাপে পালন কৰে। কিন্তু এমাহ ধৰি টুচু পূজাৰ প্ৰস্তুতি আৰু পূজা-অৰ্চনা চলি থকা বাবে মাহাত্ম্য আৰু পবিত্ৰতাৰ ফালৰপৰা টুচু পূজা চাহ জনগোষ্ঠী সম্প্ৰদায়ৰ মাজত অতি বৰ্ণাঢ্য আৰু সমৃদ্ধ ৰূপলৈ ঠন ধৰি উঠিছে। মাঘ বিহুৰ দিনাই অনুষ্ঠিত হোৱা বাবে স্বাভাৱিকতে টুচু পূজাই মাঘ বিহুৰ বৰ্ণাঢ্যতা আৰু ভোগালী চৰিত্ৰ গ্ৰহণ কৰিছে অসমত, তাৰ লগত পূৰ্বৰ পৰম্পৰাগত পূজা-অৰ্চনা, পবিত্ৰ ভাৱনাৰ গীত-মাতৰ সমাৱেশে টুচু পূজাক এক পবিত্ৰ জাতীয় ৰূপ দিছে। এক মহান সমন্বয়ৰ উৎসৱ হিচাপে টুচু পূজাই ঠন ধৰি উঠিছে।

**টুচু গীতৰ বৰ্ণাঢ্যতাৰ মাজেদি ঃ**

টুচু গীতসমূহ ভাৱনাৰ ফালৰপৰা অতি পবিত্ৰ লোকগীত। লোকগীতৰ মাজেৰে সীতাৰাম আৰু ৰুক্মিণীৰ প্ৰেম গাঁথা আৰু আত্মত্যাগৰ কাহিনী জীয়াই থকাৰ উপৰি ই দিছে– লোক-সাহিত্য আৰু লোক-কৃষ্টিক এক জীৱন্ত বৰ্ণাঢ্যতা। আত্মত্যাগৰ কিম্বদন্তি সতী ৰূপত টুচু ঘৰৰ কুলৱতী।

টুচুক আহ্বান কৰি প্ৰকৃততে চাহ-জনগোষ্ঠীসকলে আহ্বান কৰে সেই পবিত্ৰতাক, সেই আত্মত্যাগৰ আদৰ্শক যি অতীত আৰু বৰ্তমানৰ যন্ত্ৰণা-কাতৰ দিনবোৰৰ মাজেদি ভৱিষ্যতৰ মঙ্গলময় ৰূপ এটা আদৰি অনাৰ প্ৰতিশ্ৰুতি দিয়ে।

স্থান বিশেষে টুচু গীতসমূহ ভিন্ন ভিন্ন ৰূপত পোৱা যায়। ইয়াৰ কাৰণ 'টুচু গীতৰ মাজে মাজে' পুথিত সুশীল কুৰ্মীয়ে উল্লেখ কৰিছে এইদৰে– 'অসমৰ চাহ মজদুৰসকল ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা অহা লোক। ভিন্ন প্ৰান্তৰ ভিন্ন গীত মাতৰ ভিন্ন ৰূপ থকা দেখা যায়।" (২) কিন্তু মূল ভাব একেটাই।

টুচু আৱাহনী গীতত টুচু কুলৱতী। সতী সাবিত্ৰী ভগৱতী– অজস্ৰ ৰূপত মূৰ্তিমতী।

---

(২) টুচু গীতৰ মাজে মাজে, সুশীল কুৰ্মি, প্ৰথম সংস্কৰণ, ১৯৭৭, পৃঃ ১।

"তেল দিলাম        শলিতা দিলাম
    স্বর্গে দিলাম বাতি গ'
সকল দেৱী        সইনঝ লেওনা
    ঘৰেৰ কুলৱতী গ'।
গাই আইল        বাচুৰ আইল
    আইলৰে ভগৱতী,
একে একে        সইনঝ লেওনা
    ঘৰেৰ কুলৱতী গ'।

পূজাৰ চৌড়ল আৰু পদ্ধতি ঃ

পূজাৰ চৌড়ল বাঁহৰ কাঠিৰে পাঞ্চিৰ নিচিনাকৈ সাজি লোৱা হয়। তাৰ ওপৰত ৰং বিৰঙৰ কাগজ লগাই দিয়ে। মাত্র এফালে দুৱাৰ ৰখা হয় চৌড়লৰ। চৌড়লৰ আগফাল পাচফাল একো নাথাকে— সকলো ফালে একেই। চৌড়লৰ সলনি টুচু দেৱীৰ মূৰ্তিও কোনো কোনো অঞ্চলত প্ৰতিষ্ঠা কৰা দেখা যায়। মূৰ্তিৰ স্বৰূপ লক্ষ্মী দেৱীৰ দৰে।

টুচু পৰৱত প্ৰাচীন যুগৰ কৃষি তথা উৰ্বৰতা কৃষ্টিৰ কিছু সমল অপূৰ্ব ৰূপত সোমাই আছে। সতী ৰুক্মিণীৰূপী টুচু আৰু প্ৰাচীন উৰ্বৰতা কৃষ্টিৰ পৰম্পৰা সম্মিলিত হৈ এক বৰ্ণাঢ্য ৰূপ লৈছে পূজাৰ কিছু সমলে।

বাঁহৰ কাঠীৰ চৌড়লৰ ভিতৰত কিছু ঠাইত চৌড়লৰ প্ৰতিমূৰ্তি গোবৰ মাটিৰে তৈয়াৰ কৰি প্ৰতিষ্ঠা কৰা হয়।

টুচু পূজাৰ পৰম্পৰা অনুসৰি, সম্ভৱ কিম্বদন্তিৰ লগত সঙ্গতি ৰাখিয়েই পুহ মাহ আৰম্ভ হোৱাৰ দিনাই বা আঘোণৰ সংক্ৰান্তিৰ দিনাই টুচু দেৱীৰ পূজা কাৰ ঘৰত অনুষ্ঠিত কৰিব তাৰ এটা সিদ্ধান্ত গ্ৰহণ কৰা হয়। সাধাৰণতে টুচু দেৱীৰ এগৰাকী মুখ্য পৰিচাৰিকা পাতি লয়, তেওঁক 'টুচুৰ মা' বোলা হয়। কিম্বদন্তিত টুচুৰ পৰিয়ালক ৰজা বীৰবল আৰু ৰজা ভৰত সিংহই আদৰি লৈছিল আৰু ভৰত সিংহৰ ঘৰতে টুচুৰ বিবাহ অনুষ্ঠান সম্পন্ন হৈছিল। সতী টুচুৰ উপাসনাৰ বাবে 'টুচুৰ মা' বাচনি কৰাটোৱে প্ৰাচীন কিম্বদন্তিৰ বীৰবল আৰু ভৰত সিংহৰ পৰিচাৰক ৰূপলৈ মনত পেলাই দিয়ে।

টুচু পূজাৰ দিনা গোবৰ আৰু নতুন চাউলৰ সাতোটাকৈ লাড়ু চৌড়লৰ থাপনাৰ সন্মুখত মাটিৰ মাত্ৰত থোৱা হয়। কিছুমান ঠাইত নতুন ধান আৰু

তুহঁগুৰিও দিয়ে। চৌড়লৰ ভিতৰত প্ৰতিষ্ঠা কৰা হয় টুচুৰ মূৰ্তি— গোবৰৰে এই মূৰ্তি তৈয়াৰ কৰা হয়।

পূজাৰ সামগ্ৰীৰ ভিতৰত ফুল-তুলসী, বেলপাত আদি পবিত্ৰ গছৰ পাত, বাতাচা, মিঠাই, আখৈ আদি দিয়ে। পূজাৰ সামগ্ৰী তৈয়াৰ কৰে 'টুচুৰ মা' আৰু নগৰীয়া সকলে। পূজাৰ সামগ্ৰীখিনি সজাই থোৱা হয় থাপনাৰ কাষে কাষে।

টুচু পূজাৰ দিনা তিৰোতাসকলে ওৰে ৰাতি টুচু গীত গায়। ডেকাহঁতে ঢোল বজায়। গোটেই নিশা গান-বাজনা চলে। টুচু পূজাৰ ৰাতিটোক জাগৰণ ৰাতি বুলি কোৱা হয়। ৰাতিপুৱা পূজাৰ মূল কাৰ্যৰ সমাপ্তি ঘটে।

পূজা সমাপ্তিৰ পাচত পূজাৰ প্ৰসাদ সকলোৱে খায়। ইয়াৰ পিচতে আৰম্ভ হয় টুচুৰ মূৰ্তি বাহিৰলৈ উলিওৱা কাৰ্য। টুচুক বাহিৰলৈ উলিয়াই, গাৱঁৰ সকলো তিৰোতা, ডেকা, বুঢ়া মিলি গীত গাই গাই টুচুক বিসৰ্জন দিবলৈ নিয়া হয় নৈ ঘাটলৈ। গাঁৱৰ মাজে মাজে টুচুক ফুৰাই নিওঁতে বিভিন্ন গৃহস্থী লোকে টুচুৰ চৰণ পানীৰে ধুৱাই দি টুচু পূজাৰ নিৰ্মালি আৰু প্ৰসাদ শিৰত লয়। টুচুৰ চৰণ ধুৱাই দিয়াসকলক ঘৰৰ গৃহস্থনীয়ে পিঠা-পনাৰে আপ্যায়িত কৰে। পৰম্পৰা অনুসৰি তিল পিঠাহে দিয়া হয়। তিলপিঠা মাঘ মাহতহে কেৱল খোৱাটো নিয়ম বুলি বিশ্বাস কৰা হয়। তিল পিঠাক সুশীল কুৰ্মিয়ে 'উচ্ছি' দিয়া পিঠা বুলি কৈছে আৰু এই পিঠা মাঘৰ বাহিৰে অন্য মাহত চাহ-জনগোষ্ঠীৰ মানুহে নাখায় বুলিও কৈছে। এই নিষেধৰ মৰ্ম সম্ভৱতঃ কোনো লোক বিশ্বাসৰ মাজত লুকাই আছে। মানুহৰ মৃত্যু হ'লে তিল পিঠা এবছৰ ধৰি তৈয়াৰ কৰাটো নিষেধ। হিন্দু নিয়মেৰে খৰি দিয়াৰ পিচত চিতাগ্নি মাৰ যোৱা পলীত তিল, ধান আদি ছটিয়াই দিয়াৰ পৰাই কিছুমান সম্প্ৰদায়ৰ মাজত ছটিয়াই দিয়া শস্য এবছৰলৈ বা ততোধিক দিনলৈ ব্যৱহাৰ নকৰাৰ পৰম্পৰা সৃষ্টি হৈছে।

টুচু বিসৰ্জন নৈৰ ঘাটত দিয়া হয়। নৈৰ ঘাট নাথাকিলে ডাঙৰ জান-জুৰি, পুখুৰী আদিতে এনে বিসৰ্জন কাৰ্য সম্পন্ন কৰা হয়। বিসৰ্জন দিয়া স্থানত নানা ঠাইৰ পৰা অহা টুচুৰ দল গোট খায়। গীত, নৃত্য আৰু বাদ্যৰ এক বিপুল সমাবেশ হয়। গীত-নৃত্য-বাদ্যৰ এক সহজাত প্ৰতিদ্বন্দ্বিতামূলক পৰিবেশৰ সৃষ্টি হয়। এই প্ৰতিযোগিতামূলক অনুষ্ঠানতে 'ফুল' (সখী) পতা হয়, সখী পতাৰ সাক্ষী থাকে গঙ্গা আৰু টুচু দেৱী।

টুচু পূজা সমাপ্ত কৰি গা-ধুইহে সকলো ঘৰাঘৰি যায়। এই স্নানক 'মকৰ স্নান'ৰ স্থান দিব পৰা যায়। এই পবিত্ৰ স্নান নকৰিলৈ পৰজন্মত গাহৰি হোৱাৰ

ডয় লোক-বিশ্বাসত বিদ্যামান। এই কথাই প্ৰমাণ কৰে যে প্ৰচিন মকৰ-সংক্ৰান্তি বা নদী পূজা, গঙ্গা-গোদাবৰী-নৰ্মদা আদি নদীত স্নান কৰাৰ পৰম্পৰা টুচু পৰবৰ মাজত সন্নিবিষ্ট হৈছে।

টুচুৰ পৰম্পৰাগত কাহিনীটো যিহেতু টুচুৰ বিবাহ অনুষ্ঠান আৰু সতী দাহ কাৰ্যৰ লগত বিজড়িত– গতিকে বিবাহ কাৰ্য আৰু বিসৰ্জনৰ নানা গীতে টুচু পৰবক বৰ্ণাঢ্যতা প্ৰদান কৰিছে।

কিম্বদন্তি অনুসৰি টুচু (ৰুক্মিণী) কুৰ্মী ৰজা কৰ্ণদেৱৰ বোৱাৰী, হীৰবলৰ কন্যা, ৰজা ভৰত সিংহৰ কন্যা সূৰুযমণিৰ সখী (ফুল) আৰু সীতাৰামৰ পত্নী। এই কিম্বদন্তিৰ স্বাক্ষৰ টুচুগীতৰ মাজে মাজে থাকি গৈছে।

জল্‌কে যাব জল্‌কে যাব
জল ঘাটে শুধু বালি,
হামদেৰ টুচুকে বিহা দিব
যাৰ ঘৰে সনাৰ বালি।

টুচুৰ বিয়া দিব, চন্দন কাঠৰ পাল্কিত তুলি নিব টুচুক, যাৰ ঘৰত সোণৰ বালি আছে– অৰ্থাৎ, যি চহকী– তাৰ ঘৰলৈহে টুচুক বিয়া দিব।

টুচুকে আনিতে যাব
চন্দন কাঠেৰ চৌড়লে,
যদি টুচু দয়া কৰে
ৰাখব সনাৰ মন্দিৰে।

এই ধৰণৰ গীতবোৰত টুচুৰ লগত বিজড়িত হৈ আছে সোণৰ বালি, চন্দন কাঠৰ পাল্কি, সোণৰ মন্দিৰৰ স্মৃতি– যিটো কিম্বদন্তিৰ লগত খাপ খায়। 'হামদেৰ টুচু ফান্দ আড়েছে বাসেছে ৰাজাৰ বেটা'– বোলোতেও কৰ্ণদেৱ ৰজাৰ পুত্ৰ সীতৰামৰ স্মৃতিকে বহন কৰিছে গীত আৰু সুৰে।

আধুনিক টুচু গীত বিলাকে দুখ জৰ্জৰিত চাহ জন-গোষ্ঠীবিলাকৰ ঘৰুৱা, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ প্ৰায় সকলো কথা সামৰি লৈছে আৰু বিহু প্ৰধান অসমীয়া সমাজৰ মাজত আধুনিক যুগত লালিত-পালিত আৰু পূজিত হোৱা বাবে। টুচু পূজাৰ গীত্‌সমূহত বিহুগীতৰ কথা আৰু মৰ্ম, সুৰ সোমাই পৰিছে। ই টুচু গীতক সমন্বয়ৰ এক নতুন মাত্ৰা প্ৰদান কৰিছে টুচু উৎসৱ হৈ পৰিছে সমন্বয়ৰ মহান 'পৰব'- মাঘ বিহু- টুচু পৰব একে লগে অনুষ্ঠিত কৰি অসমীয়া ৰাইজে এই পৰবক দান কৰিছে। এক সমন্বিত উৎসৱৰ অসমীয়া ৰূপ।

# চাহ জনগোষ্ঠীৰ চাকুল পৰব্ব

চাহ শ্ৰমিকৰ জীৱনত কৰম পৰব্ব আৰু টুচু পূজাই যিদৰে ধৰ্ম আৰু পবিত্ৰ জীৱনৰ এক গহীন আৰু বৰ্ণাঢ্য পৰম্পৰা ৰচনা কৰিছে, ঠিক সেইদৰে চাকুল পৰব্ব বা বসন্ত উৎসৱেও প্ৰদান কৰিছে এক প্ৰাণ- চঞ্চল বৰ্ণাঢ্যতা। চাকুল উৎসৱ চাহ জনগোষ্ঠীৰ বহাগ বিহু-উৰ্বৰ বসন্ত উৎসৱ।

**চাকুল পৰব্বৰ সময় ঃ**

চাকুল পৰবৰ সময় চ'ত মাহ। চ'ত মাহৰ পঞ্চমী, সপ্তমী বা নৱমী তিথিত চাকুল পৰব্ব পালন কৰা হয়। চ'ততেই আগমন ঘটে বসন্ত কোঁৱৰৰ, কুলি-কেতেকীৰ। বৰ্ণাঢ্য ফুল- পাতে, ৰূপে-গোন্ধে আমোল-মোল এই কালতে অসমীয়াৰ চ'তৰ বিহুৰ সূচনা, ৰাতি বিহু মৰাব প্ৰস্তুতি চ'ত মাহতে। নৰা ছিঙা বিহু, চ'তৰ ' দুৰা কাছৰ চলং ভাঙি' পথাৰত মৰা বিহুৰ চ'ত মাহতে আৰম্ভণি। এনে সময়তে অষ্ট্ৰিক পৰম্পৰাৰ অনুষ্ঠান পালন কৰা জনগোষ্ঠীবিলাকে নানান পৰব্ব অনুষ্ঠিত কৰে। চাকুল পৰব্ব এনে এক অনুষ্ঠান।

চাকুল পূজা কিছুমানে দুদিনীয়া কৰে আৰু কিছুমানে এদিনীয়া কৰে। চাকুল পূজাত লক্ষ্মীক পূজা কৰা, ন-খোৱা আৰু ফুল (বসন্ত কালীন বৰ্ণাঢ্য ৰঙ)ৰ পূজা কৰা প্ৰথাই এই কথা প্ৰমাণিত কৰে যে চাহ জনগোষ্ঠীৰ প্ৰাচীন পৰম্পৰাত কৃষিৰ শস্য চপোৱাৰ সময় আঘোণ মাহতকৈ কিছু পিছত মাঘ বিহুত ন-খোৱা কাৰ্য্যৰ জাক-জমকতা অনুষ্ঠিত নহৈ চ'ত মহীয়া হোৱাটোৱে শীতকালীন শস্যৰ খেতি কৰাৰ ঐতিহ্যকে প্ৰতিপন্ন কৰে।

দুদিনীয়াকৈ চাকুল পূজা কৰিলে প্ৰথম দিনা ন-খোৱা উৎসৱ, দ্বিতীয় দিনা ফুল-পূজা আৰু লক্ষ্মী পূজাৰ আয়োজন কৰা হয়। চাহ জনগোষ্ঠীৰ লোকসকলে এই সময়ত ন-বিধ শাকেৰে খোৱাৰ এটা পৰম্পৰা আছে। ই উত্তৰ-পূৰ্বাঞ্চলীয় বিভিন্ন জনগোষ্ঠীৰ শাক তোলা আৰু অসমীয়াৰ সাত বিধ শাকেৰে আঞ্জা খোৱাৰ ঐতিহ্য তুলনীয় । অসমীয়া সমাজত কোনো কোনো স্থানত এশ এবিধ শাক তোলাৰ পৰম্পৰা আছে ।

**বৰ্ণাঢ্যতা ঃ**

এই পূজাত ঘৰৰ গৃহস্থই উপবাসে থাকি গাৱঁৰ দেৱতাৰ নামত মাৰৈ ঘৰ (গোসাঁই ঘৰত) কুকুৰা বলি দিয়ে। অপায়-অমঙ্গল দূৰ কৰিবৰ কাৰণে বলি দিয়াৰ এইটো অতি প্ৰাচীন পৰম্পৰা বুলিব পাৰি। মাৰৈ পূজা অতি প্ৰাচীন

পৰম্পৰাৰ পূজা আৰু ই চাহ জনগোষ্ঠীৰ লোকসকলে আদি বাসস্থানতে পালন কৰা পূজা বুলি অনুমান কৰিব পাৰি।

ফুল উৎসৱটো চাৰুল উৎসৱৰ প্ৰধান অংগ। ফুল উৎসৱৰ নেতৃত্ব গ্ৰহণ কৰে গাঁৱৰ তিনিজন মুখিয়ালে— এই তিনিজন হ'ল ফুলধৰিয়া, পাহান আৰু কটোৱাল। তিনিজন সম্মিলিত বয়োজ্যেষ্ঠ ব্যক্তিৰ লগতে গাঁৱৰ বয়োজ্যেষ্ঠ লোকসকলে চাৰুলত নাচিবলৈ যায়।

ঘৰৰ গৃহস্থই চাৰুল উৎসৱত উল্লিখিত তিনিজনৰ নেতৃত্বত অনুষ্ঠিত আশীৰ্বদীয়া নৃত্য গীতৰ অনুষ্ঠানত তিনিও জনৰে চৰণ ধুৱাই আশীৰ্বাদ লোৱাৰ নিয়ম প্ৰচলিত। এই অনুষ্ঠানত নাচিবলৈ অহা ফুলধৰিয়া দলক আপ্যায়ন আৰু সেৱা সৎকাৰ কৰা নিয়ম। ফুলধৰিয়াই আশীৰ্বাদ দিয়াৰ উপৰি প্ৰত্যেক ঘৰৰ লোকৰ শিৰতে ফুল গুজি দি শুভ-কামনা কৰি আশীৰ্বাদ দিয়ে। এই অনুষ্ঠানৰ লগত হুচৰি অনুষ্ঠানৰ মিল দেখা যায়।

চাৰুল অনুষ্ঠানৰ লগত আয়োজিত হয় নানা ৰং-ৰহইচ খেল-ধেমালিৰ আয়োজন। তদুপৰি নতুন বছৰক আদৰি ন-খোৱাৰ লগতে ন-বস্ত্ৰ পৰিধান কৰা আৰু ন-বস্ত্ৰ দান কৰাটোও নিয়ম। এই উৎসৱৰ প্ৰধান কাৰিকৰ হ'ল বয়োজ্যেষ্ঠ সকল। তেওঁলোকে বছৰটোৰ বাবে মঙ্গল কামনা কৰি আশীৰ্বদীয়া কৰ্ম সম্পাদন কৰে।

চাহ জন-গোষ্ঠী সকলৰ ভিন ভিন সম্প্ৰদায় বা পৰিয়ালৰ মাজত চাৰুল উৎসৱ নিজা নিজা ধৰণে পালন কৰা দেখা যায়। মুণ্ডা আৰু খড়িয়া সকলে এই উৎসৱক 'বেওছাৰলী' বোলে। তেওঁলোকে বহাগ মাহত সোণাৰু ফুল ফুলিবৰ সময়ত এই উৎসৱৰ আয়োজন কৰে। বহুতে আকৌ আষাঢ় মাহত এই উৎসৱ অনুষ্ঠিত কৰে বাবে এই পূজাক আষাঢ়ী পূজাও বোলা হয়। এই উৎসৱবোৰ মূলতঃ প্ৰকৃতিৰ ঋতুগত পৰিবৰ্তন আৰু কৃষি কাৰ্যৰ লগত সম্পৰ্কিত। খাদ্য ভোজনৰ বৰ্ণাঢ্যতা, ঈশ্বৰৰ আৰাধনা আৰু সৰু-সুৰা বলি-বিধান এই উৎসৱৰ অংগ।

মুণ্ডাৰীসকলে আকৌ এই পৰৱ পালন কৰে সমূহীয়া ভোজৰ জৰিয়তে। আহাৰ মাহত এই উৎসৱ পালন। আহাৰ মাহত 'গোছ গৰা' উৎসৱ আৰু 'বাৰোলে বঁৰা' উৎসৱ মুণ্ডাৰীসকলে অতি উলহ মালহেৰে পালন কৰে। এইবোৰ কৃষি উৎসৱ। কঠিয়া সিঁচা সময়ত মুণ্ডাৰীসকলে 'হেৰ' দেৱতাৰ আগত কুকুৰা বলি দি অপায়-অমঙ্গল দূৰ কৰাৰ বাবে প্ৰাৰ্থনা কৰে।

কুৰ্মীসকলে আহাৰ মাহত 'বান নমোৱা' বা 'বানগাড়ী' আৰু 'গোছ্-গৰা' উৎসৱ পালন কৰে।

চাওৰাসকলৰ 'ৰূপকাৰম' উৎসৱ চাৰুল পৰৱৰ অংগীভূত এক কৃষি উৎসৱ। এই উৎসৱৰ আৰাধ্যা দেৱী লক্ষ্মী। এই উৎসৱত বাঁহী বজাই বা কৰতাল আদি বাদ্য বজাই লক্ষ্মী দেৱীৰ আৰাধনা গাই শস্যৰ মঙ্গল কামনা কৰা হয়।

গোড় সকলেও তেওঁলোকৰ নিজা পৰম্পৰাৰ লগত সম্পৰ্ক ৰাখি গীত-নৃত্য প্ৰধান এক উৎসৱৰ আয়োজন কৰে। এওঁলোকৰ এনে মাঙ্গলিক নৃত্যক 'গোড়া নাচ' বুলি কোৱা হয়।

এইদৰে বিভিন্ন গোষ্ঠীয়ে ভিন ভিন ধৰণে কৃষি উৎসৱ পালন কৰিলেও মূলতঃ এইবোৰ বাসন্তী উৎসৱ বা চাৰুল পৰৱৰ লগত সম্পৰ্ক থকা বৰ্ণাঢ্য কৃষি উৎসৱ। বহাগ মাহৰ ভিন ভিন সময়ত পতা নামনি অসমৰ কৃষি উৎসৱ, ডিঙা দিয়া উৎসৱ আদি মূলতঃ কৃষি উৎসৱ। মূলতঃ অষ্ট্ৰিক মূলৰ এনে ডিঙা দিয়া উৎসৱ ভৈয়ামৰ কাৰ্বিসকলেও পালন কৰা দেখা যায়। বহাগ মাহত আয়োজন কৰা এনে উৎসৱে মূলতঃ বছৰটোৰ বাবে মঙ্গল কামনা কৰাৰ এক কৃষি-সমাজভিত্তিক কৃষি -সূত্ৰৰ বন্ধন সাৰ্বজনীন ৰূপত থকাটোকেই প্ৰমাণিত কৰে।

সকলো জনগোষ্ঠীয়ে ভিন্ন ভিন্ন সময়ত কিছু ভিন ভিন ধৰণে আয়োজিত কৰিলেও এই উৎসৱৰ মূল সূত্ৰ সাৰ্বজনীন, সকলো সম্প্ৰদায়ৰ মাজত ঐক্য আৰু সংহতি, প্ৰেম প্ৰীতিৰ এনাজৰীডাল শক্তিমন্ত কৰাটো এনে সাৰ্বজনীন কৃষি উৎসৱৰ প্ৰধান বৈশিষ্ট্য।

# দ্বাদশ অধ্যায়

## প্ৰথম ভাগ

## অসমীয়া মুছলমান সকলৰ উৎসৱ

অসমৰ মুছলমানসকল ধৰ্মৰ ফালৰ পৰা মুছলমান হলেও তেওঁলোকৰ মাজত অসমীয়া সমাজৰ লগত, বিশেষভাবে বৈষ্ণৱ পৰম্পৰাৰ লোকসকলৰ লগত সুদীৰ্ঘকালীন সহাবস্থানৰ ফলত এক প্ৰকাৰ সাংস্কৃতিক মিলন, সহনশীলতা আৰু সমন্বয়ৰ ভাব গা-কৰি উঠিছে। এই ক্ষেত্ৰত চুকাফাৰ দিনৰে পৰা অনুসৰণ কৰা ধৰ্মীয় সহাবস্থানৰ নীতিও বিশেষ ভাবে মন কৰিবলগীয়া। আহোম ৰজাসকলে কোনো নিৰ্দিষ্ট ধৰ্ম মত অনুসৰণ কৰিলেও অন্য ধৰ্মৰ লোকক হেয় চকুৰে চোৱা নাছিল। হিন্দু পৰম্পৰাৰ অন্তৰ্ভূক্ত ধৰ্মসমূহৰ সংঘাত চলি থকাৰ সময়তে মুছলমানসকলৰ বিৰুদ্ধে কোনো ধৰণৰ পদ্ধতিগত আক্ৰমণ চলাৰ উদাহৰণ নাই। আজান পীৰ বা আজান ফকিৰৰ বিৰুদ্ধে এসময়ত চলা ষড়যন্ত্ৰমূলক কাৰ্যৰ ফলত আজান পীৰৰ লটি-ঘটি হৈছিল যদিও সেয়া আছিল সাময়িক ধৰণৰ। ৰজাই ভুল বুজি পাই বিশেষকৈ আজান পীৰৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰ বুজি পাই ষড়যন্ত্ৰকাৰীসকলক কঠোৰ শাস্তি দিছিল। এইদৰেই পুৰণি ৰজাৰ দিনৰপৰা এতিয়ালৈকে হিন্দু আৰু মুছলমানৰ মাজত সম্প্ৰীতি ৰক্ষা পৰিছে আৰু সম্প্ৰীতিৰ ভিত্তিত এক নতুন সহাবস্থানধৰ্মী কৃষ্টিমূলক সম্পৰ্ক গঢ় লৈছে। এই সম্পৰ্কৰ বাবেই আজি-কালি ঈদ-বিহু সন্মিলন, ঈদ সন্মিলন আদিত হিন্দু আৰু মুছলমানৰ মাজত ভ্ৰাতৃত্বৰ এনাজৰীডাল যে অতি কটকটীয়া সেই কথা প্ৰতীয়মান হয়।

### ঈদ বা
### ঈদ-উল ফিত্ৰ

বিশ্বৰ আন দেশৰ মুছলমানৰ দৰেই অসমৰ মুছলমানসকলেও ঈদ বা ঈদ-উল-ফিত্ৰ পালন কৰে। ঈদ-উল-ফিত্ৰ হ'ল বাস্তৱিকতে এমাহ জোৰা ৰমজানৰ ৰোজাৰ পিছত পালন কৰা উৎসৱ।

ৰোজা এক ধৰণৰ অনশন। ৰোজাত দিনৰ ভাগত একো খোৱা নহয়। কেৱল নিশাৰ ভাগত সন্ধ্যা ৰোজা ভঙাৰ পিছত আৰু পুৱা ৰোজা আৰম্ভ কৰাৰ আগতে খাদ্য পানী গ্ৰহণ কৰা হয়। দেখা যায় হিন্দু ধৰ্মত মন বা হৃদয়ৰ শুদ্ধিৰ কাৰণে বা ঈশ্বৰৰ প্ৰতি মন ধাৱিত কৰিবৰ কাৰণে যিদৰে ব্ৰত, লঘোণ আদি পালন কৰা হয়, ঠিক একেদৰেই লোভ, মোহৰপৰা মুক্ত কৰি মনক পবিত্ৰতা প্ৰদান কৰাৰ উদ্দেশ্যে ৰোজা পালন কৰা হয়।

ৰমজান মাহক ৰোজা ধৰিবৰ বাবে উপযোগী অতি পবিত্ৰ মাহ বুলি গণ্য কৰা হয়। জনা যায় এই মাহতে পয়গম্বৰ মহম্মদে আল্লাৰ বাণীসমূহ লাভ কৰিছিল। আল্লাৰ বাণীসমূহেই কোৰাণৰ বুকুত লিপিবদ্ধ হৈছে। এনে এটা পবিত্ৰ মাহত ৰোজা পালন কৰি প্ৰকৃততে ঈশ্বৰৰ বা আল্লাৰ শ্ৰেষ্ঠত্বৰ প্ৰতি গভীৰ আনুগত্য প্ৰকাশ কৰা হয়। কোৰাণৰ প্ৰতি সামগ্ৰিক আনুগত্য প্ৰকাশৰ জৰিয়তে প্ৰকৃততে আল্লাত শৰণাপন্ন হোৱাকে বুজায়।

ঈদ উৎসৱে অসমৰ মানুহৰ মাজত ধৰ্মীয় সম্প্ৰীতি আৰু সৌহাৰ্দতা বৃদ্ধি কৰিছে। এইটো আজান পীৰৰ দিনত যিদৰে সত্য আছিল বৰ্তমানো ঠিক তেনেদৰেই সত্য।

ৰমজানৰ ৰোজা শেষ হোৱাৰ পিছত নতুন জোন দেখাৰ লগে লগে দিনৰ লঘোণ শেষ হয়। ৰোজা ভঙাৰ পিচত ৰাজহুৱা নামাজ অনুষ্ঠানত অতি পৰিষ্কাৰ সাজ-পাৰ পৰিহিত সকলো ধৰ্মপ্ৰাণ ইছলামে যোগ দিয়ে।

· এনেয়ে ঈদ পালনৰ কোনো সুকীয়া বৈশিষ্ট্য নাছিল। কিন্তু অসমত ঈদ সন্মিলন আৰু ঈদ-বিহু সন্মিলনে এক সুকীয়া সামাজিক ধৰ্মীয় ঐতিহ্য বহন কৰিছে। এনে সন্মিলনে প্ৰকৃতাৰ্থত ধৰ্মীয় গোড়ামি আৰু সংঘাতৰ পৰিসীমা হ্ৰাস কৰে। মানুহৰ ধৰ্মীয় গোড়ামিৰ সীমা অতিক্ৰমি ভ্ৰাতৃত্বৰ বাণী বা বন্ধুত্বৰ বাণী সৰ্বাত্মক প্ৰভাৱশীল হৈ পৰে। ঈদ-উল-ফিতৰৰ ভোজ আৰু বিহুৰ ভোজ দুয়োটাই হৈ পৰে এক পবিত্ৰ সন্মিলনৰ ক্ষেত্ৰ। এই ধৰণৰ প্ৰৱণতাই প্ৰমাণ কৰে যে অসমত ইছলাম ধৰ্মী লোকসকলে স্থানীয় পটভূমিৰ লগত সম্পৰ্ক ৰাখি এক ধৰণৰ সামাজিক উদাৰতা গা কৰি উঠাত সহায় কৰিছে।

অসমত ইছলামধৰ্মী লোকসকলৰ ভিতৰত পুৰণি বাসিন্দাসকলৰ দুটা গোট আছে- এটা গোট আজিৰ পৰা কেবাশও বছৰৰ আগতে আহি অসমত বসবাস কৰা। আন এটা গোট থলুৱা অসমীয়া মানুহৰ পৰা ধৰ্মান্তৰিত হোৱা।

এই দুয়োটা গোটেই থলুৱা অসমীয়া মুছলমানসকলক এক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰিছে। আনহাতে নৱ বৈষ্ণৱ ধৰ্মৰ বিনয় আৰু উদাৰতাই অসমৰ মুছলমান সকলৰ মাজত এক সুকীয়া আৰু বিৰল প্ৰভাৱ বিস্তাৰ কৰিছে- ইয়াৰ প্ৰভাৱ আমি অসমীয়া জিকিৰ আৰু অন্যান্য গীতসমূহৰ মাজত প্ৰতিধ্বনিত হোৱা শুনা পাওঁ। আহোম ৰাজতন্ত্ৰত মুছলমানসকলক সামাজিক মৰ্যাদাৰ জখলা বগাবলৈ সুযোগ দিয়াই নহয়, ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰতো প্ৰদান কৰিছিল স্বাধীনতা। এই ঐতিহ্য অসমৰ সামাজিক জীৱনত এতিয়াও প্ৰভাৱশীল হৈছে।

## হাজোৰ গিয়াছুদ্দিন আউলিয়াৰ উৰছ্

উৰছ্ ইছলাম ধৰ্মৰ কোনো মহাপুৰুষৰ আত্মা পৰমাত্মাত বিলীন হোৱা উৎসৱ। পৰমেশ্বৰৰ প্ৰেমত উদ্বাউল ধৰ্মপ্ৰাণ ব্যক্তিৰ আত্মাৰ পৰমেশ্বৰ বা আল্লাৰ চৰণত বিলীন হোৱাৰ উৎসৱ এইটো। অসমত বিভিন্ন স্থানত মহান চুফী মহাপুৰুষসকলে ধৰ্মপ্ৰচাৰ তথা মানৱ কল্যাণ সাধনত যি মহান অৰিহণা যোগাইছিল তাৰ পৰিণতি স্বৰূপে হিন্দু-মুছলমান সকলো ধৰ্মৰ মানুহৰ মাজতে ইছলাম ধৰ্মৰ মহাপুৰুষসকল পূজনীয় হৈ পৰিছিল। উজনি অসমৰ আজান পীৰ আৰু নামনি অসমৰ গিয়াছুদ্দিন আউলিয়া তেনে চুফী মহাপুৰুষ যাৰ প্ৰতি এতিয়াও সকলো ধৰ্মপ্ৰাণ ব্যক্তিয়ে সেৱা জনায়।

হাজোৰ পোৱামক্কা (মক্কাৰ চাৰি ভাগৰ এভাগ)ৰ চুফী মহাপুৰুষ গিয়াছুদ্দিন আউলিয়াৰ দৰগাহত উৰছ পালন কৰা হয়। ড০ প্ৰফুল্ল দত্ত গোস্বামীয়ে এই উৰছ উৎসৱক অসমৰ প্ৰধান উৎসৱবিলাকৰ মাজত এটা হিচাপে স্থান দিছে।

গিয়াছুদ্দিন আউলিয়াৰ উৰছত আমি দেখা পাওঁ ভাৰতৰ সকলো ঠাইৰপৰা ধৰ্মপ্ৰাণ ব্যক্তি সকল আহি সমবেত হয়। উৰছ উৎসৱ মাঘৰ এক তাৰিখে আৰম্ভ হয়। মাঘী পূৰ্ণিমাৰ দিনা পূৰ্ণ উৰছ হয় বুলি কোৱা হয় অৰ্থাৎ এই পূৰ্ণ উৰছৰ দিন হ'ল আল্লা বা পৰমেশ্বৰৰ লগত মহাপুৰুষ জনাৰ পূৰ্ণ মিলনৰ দিন। মাঘত আৰম্ভ হোৱা উৰছ উৎসৱ বহাগ মাহলৈকে চলে।

উৰছৰ সময়ত ধৰ্মপ্ৰাণ মোল্লাসকলে ঈশ্বৰ আল্লাৰ নামত জিকিৰ গায়। মোল্লাই সাধাৰণতে গিয়াছুদ্দিন আউলিয়াৰ উৰছতো নেতৃত্ব প্ৰদান কৰে। অতি ভক্তি সহকাৰে জিকিৰ গাই ধৰ্মপ্ৰাণ ব্যক্তিসকলে মোল্লাক অনুসৰণ কৰে।

জিকিৰ গাওঁতে সাধাৰণতে ধৰ্মপ্ৰাণ সকলে মূৰেৰে এফালৰপৰা আনফাললৈ এক প্ৰকাৰ গভীৰ ভাৱেৰে প্ৰসাৰিত কৰে। এই প্ৰক্ৰিয়া সুদীৰ্ঘ সময় ধৰি চলি থাকে।

গিয়াছুদ্দিন আউলিয়াৰ উৰছৰ তাৎপৰ্য অতি গভীৰ। ই হাজো আৰু অসমৰ সুদীৰ্ঘকালীন ধৰ্ম নিৰপেক্ষ, উদাৰ পৰম্পৰা বহন কৰিছে। এই উৰছত প্ৰত্যেক দিনাই সেৱা আগবঢ়োৱা সম্ভৱ। আনহাতে এই উৰছত ধৰ্মপ্ৰাণ ব্যক্তিয়ে সেৱা আগবঢ়োৱাত কোনো ধৰ্মীয় বাধা নাই। স্থানীয় হিন্দু লোকসকলৰ উপৰি ধৰ্মপ্ৰাণ অন্য স্থানৰ অন্য ধৰ্মৰ লোকেও এই দৰগাহত প্ৰাৰ্থনা কৰে।

এই দৰগাহত হিন্দুৱে মাটিৰ চাকি দিয়ে। আনহাতে এই দৰগাহৰ কাষতে উৎসৱৰ সময়ত পৰম্পৰাগত খাদ্য সামগ্ৰীৰ এখন মেলা অনুষ্ঠিত হয়। স্থানীয় হস্তশিল্পজাত সামগ্ৰী, অন্য উৎপাদিত সামগ্ৰীও ইয়াত বিক্ৰী হয়।

# ত্ৰয়োদশ অধ্যায়

# মহাপুৰুষৰ স্মৃতি উৎসৱ

অসমত প্ৰাচীন কালৰে পৰা সমাজ-জীৱন, দৰ্শন তথা ধৰ্মীয় চিন্তা-ধাৰাত বিপুল প্ৰভাৱ বিস্তাৰ কৰি অহা কেবাগৰাকীও মহাপুৰুষৰ স্মৃতি দিৱস সাৰ্বজনীন ভাবে অনুষ্ঠিত হয়। প্ৰত্যেক ধৰ্মৰ প্ৰতিষ্ঠাতা সকলৰ স্মৃতি দিৱস অথবা জন্ম তিথি যদিও নিজ নিজ ধৰ্মৰ মানুহে পালন কৰে; কেইজনমান মহাপুৰুষৰ দিৱস কিন্তু সকলো ধৰ্মৰ মানুহে ধৰ্মৰ সংকীৰ্ণ দেৱাল অতিক্ৰম কৰি সাৰ্বজনীন ভাবে পালন কৰে। কেইগৰাকীমান মহাপুৰুষৰ জন্মোৎসৱ সম্পৰ্কে মাথো আমি ইয়াত চমু আলোচনা আগবঢ়াইছোঁ।

### বুদ্ধ পূৰ্ণিমা

অসমত বুদ্ধ পূৰ্ণিমা সাৰ্বজনীন উৎসৱ। সকলো ধৰ্মৰ মানুহে বুদ্ধ পূৰ্ণিমাত ভগৱন্তৰ চৰণত সেৱা আগবঢ়ায়। ইয়াৰ প্ৰধান কাৰণ হ'ল বুদ্ধদেৱক অসমৰ মানুহে ভাৰতৰ সৰ্বত্ৰ কৰা দৰে ঈশ্বৰৰ নৱম অৱতাৰ বুলি গণ্য কৰে। গতিকে বুদ্ধদেৱৰ জন্মদিনটো সকলো ধৰ্মৰ মানুহৰ বাবে পবিত্ৰ পূজাৰ দিনত পৰিণত হৈছে।

অসমত বুদ্ধদেৱৰ স্মৃতিত পূজা বা সবাহ কৰাটো এক প্ৰকাৰ আশ্চৰ্যজনক কথা। কাৰণ অসমত বৌদ্ধ জন-গোষ্ঠীৰ লোক বৰ্তমান নিচেই কম। তাই-তুৰুং, তাই-আইতন, মান তাই, তাই খামতি, তাই ফাকে, তাই খাময়াং আদি জনগোষ্ঠীৰ উপৰি বাংলাদেশৰ চট্টগ্ৰাম এলেকাৰপৰা অহা কিছু বৌদ্ধধৰ্মী লোক অসমত আছে। কিন্তু এই সকলোখিনি মিলিও মুঠ বৌদ্ধ লোকৰ জনসংখ্যা কেইলাখ মানহে হ'ব। শেহতীয়া ভাবে তাই-আহোম সকলৰ মাজতো বৌদ্ধ ধৰ্মৰ জনপ্ৰিয়তা বাঢ়িছে। কিন্তু প্ৰকৃত বৌদ্ধ ধৰ্মী লোকৰ সংখ্যা এই দেশত বেছি নহলেও, তান্ত্ৰিক বৌদ্ধ মতৰ প্ৰচলন এই দেশত হোৱা নাছিল বুলি কোৱা

*সমীচীন নহ'ব। কামৰূপৰ শৈৱসকল আৰু শাক্তসকলৰ তান্ত্রিক সাধন মাৰ্গই বৌদ্ধধৰ্মীসকলক আকৃষ্ট আৰু প্রভাৱান্বিত কৰিছিল বুলি ভাবিবৰ থল আছে।*

বৌদ্ধ ধৰ্মৰ মূর্তি কিম্বা পূজা একোৰে প্রচলন নাছিল। কিন্তু খৃঃ পূঃ দুই শতিকা মানতে বুদ্ধদেৱৰ মূর্তি প্রতিষ্ঠা হ'ল। ভাৰহুত, সাঁচী আদি স্থানৰ স্তুপবোৰত বুদ্ধৰ জীৱনৰ কাহিনীৰ চিত্র ৰূপ দিয়া হ'ল। সাতবাহন আৰু গুপ্ত যুগতো বুদ্ধদেৱৰ মূর্তি নির্মাণ কৰা হৈছিল। এই কথা সহজবোধ্য যে মূর্তি বিৰোধী বুদ্ধদেৱে প্রচাৰ কৰা ধৰ্মতে আটাইতকৈ বেছি বুদ্ধ মূর্তিৰ নির্মাণ হ'ল। এসময়ত ঈশ্বৰৰ পৰিবর্তে স্বয়ং বুদ্ধদেৱেই ঈশ্বৰৰ দৰে পূজিত হ'বলৈ ধৰিলে। কণিষ্কৰ সময়ৰ পৰাই ধূপ, দীপ, চাকি আদিৰে বুদ্ধৰ মূর্তিৰ পূজা আৰম্ভ হ'ল। এই মূর্তি পূজা প্রচলনৰ ধাৰাবাহিকতা অবিহনে বুদ্ধদেৱ হিন্দুৰ ঘৰে ঘৰেও ঈশ্বৰৰ অৱতাৰ হিচাপে পূজিত হোৱাৰ কোনো কাৰণ নাছিল।

বৌদ্ধসকলে ধৰ্মীয় নিয়মেৰে বুদ্ধৰ পূজা কৰে। কিন্তু অসমৰ সাধাৰণ মানুহে কিন্তু ধৰ্মৰ সার্বজনীনতাৰ লগতে উদাৰতাৰ পৰিচয় দি বৌদ্ধ পূর্ণিমাত সবাহহে পাতে। পূজা নাপাতে। সবাহত হিন্দু সকলৰ অন্যান্য দেৱ-দেৱীৰ ক্ষেত্ৰত যিদৰে মাহ-প্রসাদ, কল আদি দিয়ে, বুদ্ধ পূর্ণিমাতো ইয়াখ অন্যথা নহয়।

বুদ্ধ দেৱৰ জন্ম হৈছিল বহাগী পূর্ণিমাত, তেওঁ জ্ঞান লাভ কৰিছিল বহাগী পূর্ণিমাত আৰু তেওঁৰ মহাপৰিনির্বাণ লাভ হৈছিল বহাগী পূর্ণিমাত। বহাগী পূর্ণিমাৰ দিনটো সেয়ে সমগ্র অসমতে পবিত্র দিন হিচাপে সকলো মানুহে পালন কৰে। সমগ্র বিশ্বৰ বৌদ্ধধর্মী লোকসকলৰ লগতে এই দিনটো অসমৰ সকলো অবৌদ্ধলোকে মহান পবিত্র দিন হিচাপে পালন কৰে।

বুদ্ধদেৱে যাগ-যজ্ঞৰ প্রভাৱৰপৰা মুক্ত কৰাই লোকীয় হিন্দু ধৰ্মৰ পৰাই লোকোত্তৰ সনাতন বৌদ্ধ ধৰ্মৰ পথ উলিয়ায় আৰু সকলো মানুহৰ বাবেই জ্ঞানৰ পথ আৰু নির্বাণৰ পথ উন্মোচিত কৰে। বৌদ্ধ ধৰ্মত 'নির্বাণ' মানে ৰাগ, দ্বেষ মোহশূন্য আৰু প্রজ্ঞাপূর্ণ অৱস্থা। যি তৃষ্ণাই বাৰে বাৰে এই সংসাৰৰ বন্ধনৰ মাজলৈ টানি আনে, নির্বাণ মানে সেই তৃষ্ণাৰপৰা মুক্তি। গতিকে এই নির্বাণ মানে 'জ্ঞানবিহীন শূন্য' অৱস্থা নহয়, বৰং প্রকৃত জ্ঞানৰ দ্বাৰা পৰিচালিত সম্পূর্ণ তৃষ্ণামুক্ত বা উদ্দীপ্ত অৱস্থা। এই অৱস্থা প্রাপ্তিৰ বাবে সকলো মানুহেই প্রচেষ্টা কৰিব পাৰে।

বৌদ্ধধৰ্মত জাত প্ৰথা আৰু নাৰীবিদ্বেষ নাই। গতিকে ই এক সাৰ্বজনীন আদৰ পোৱাৰ ইও এক অন্যতম কাৰণ। হিংসা, ৰাগ মোহ, তৃষ্ণামুক্ত আৰু সনাতন আদৰ্শৰদ্বাৰা পৰিচালিত যি ধৰ্মই সকলো মানুহেই অৰ্হতাপ্ৰাপ্ত হ'ব পাৰে বুলি মত প্ৰকাশ কৰিছে সেই ধৰ্ম প্ৰকৃতাৰ্থত সম্যক দৃষ্টিৰ বাবেই ধৰ্মমতৰ পাৰ্থক্য থকা সকলৰ বাবেও আদৰণীয় হৈছে।

বুদ্ধ পূৰ্ণিমাৰ দিনা অবৌদ্ধ অসমীয়া মানুহখিনিয়েও লঘোণে থাকি, চাকি জ্বলাই, সবাহ পাতি পবিত্ৰ ভাবেৰে আৰাধনা কৰে। বহু জনগোষ্ঠীয়ে এই দিনাই বৰ সবাহ বা ডাঙৰীয়া সবাহ পতাও দেখা যায়।

## শ্ৰীশ্ৰীশঙ্কৰ জন্মোৎসৱ

মহাপুৰুষ শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম দিন, আহিন মাহৰ শুক্লা দশমীৰ দিনটো সকলো বৈষ্ণৱৰ বাবেই পৰম পবিত্ৰ দিন। এই দিনটো তেওঁলোকে শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ হিচাপে পালন কৰে। শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ মৃত্যু তিথিটো গোড়া বৈষ্ণৱসকলে পালন নকৰে, তেওঁলোকে গুৰুজনাৰ মৃত্যু হৈছে বুলি নাভাবে, ধৰ্মীয়, দাৰ্শনিক অৰ্থত শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ মৃত্যু নহয়। শাৰীৰিক বিলুপ্তিয়েই মহাপুৰুষজনাৰ পৰম সত্বাৰ বিলুপ্তি গণ্য নকৰা সকলো লোকে জন্মতিথিটো উৎসৱ হিচাপে পালন কৰে।

শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ মত অনুসৰণ কৰা সত্ৰ আৰু ভকতৰ সংখ্যা নিচেই কম নহয়। সত্ৰৰ বাহিৰত থকা 'সংঘ' আৰু 'সমাজ' সমূহৰদ্বাৰা পৰিচালিত নৱ-বৈষ্ণৱ ভকতৰ সংখ্যা সম্ভৱতঃ সত্ৰৰ ভিতৰত থকা ভকতৰ সংখ্যাতকৈ সৰহ। আনহাতে, অসমৰ যিসকল লোক ধৰ্মীয় ভাবে বৈষ্ণৱ ধৰ্মত দীক্ষিত শিষ্য নহয়, তেওঁলোকেও নামঘৰে-নামঘৰে, গাৱেঁ-গাৱেঁ যি কৃষ্টি বৰ্তমান পৰিপালন কৰিছে সেয়া কীৰ্তন-দশম-নামঘোষা কেন্দ্ৰিক নৱ-বৈষ্ণৱ ধৰ্মই বান্ধি দিয়া কৃষ্টিৰ উপৰিসৌধটোৰ বাহিৰে আন একো নহয়। বৰগীত, নৃত্য আৰু ভাওনাৰ মজেদি গাওঁ সমূহত এক সংস্কৃতিৰ বৰ ভেটি নিৰ্মাণ হৈছে। খোল, তাল, মৃদঙ, নেগেৰা ভোৰতালে যি নামৰ ধ্বনি চৌদিশে বজন জনাই নিছে সেই নামৰ ধ্বনি শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ প্ৰদৰ্শিত জ্ঞানৰ পথেদি আগবঢ়াসকলৰ সৃষ্টি। মুঠতে সত্ৰৰ পোনপটীয়া ভকত, নামঘৰ কেন্দ্ৰিক ভকত, সংঘৰ অন্তৰ্ভুক্ত ভকত, সংঘৰ বাহিৰত থকা

বিভিন্ন বৈষ্ণৱ সমাজসমূহৰ ভকত আৰু শ্ৰীশ্ৰীমন্ত শঙ্কৰ দেৱৰ প্ৰতিভা মুগ্ধ সংস্কৃতি প্ৰাণ ব্যক্তি- এই সকলোৰে বাবেই মহাপুৰুষ শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মদিনটো এক মহান পবিত্ৰ দিন।

এই দিনাখন কেবা ধৰণৰ অনুষ্ঠানে অসমৰ চৌদিশ ৰজনজাই থাকে। প্ৰত্যেক নামঘৰে নামঘৰে নাম -প্ৰসঙ্গ, শঙ্কৰ সংঘৰ নেতৃত্বত সমগ্ৰ অসমতে পালিত নাম প্ৰসঙ্গ আৰু শোভাযাত্ৰা বা ধৰ্ম-যাত্ৰা, বিভিন্ন স্থানত আয়োজিত অঙ্কীয়া ভাওনা, ধৰ্মালোচনা সভা আদিয়ে এই জন্মদিৱসটো প্ৰকৃততেই অসমৰ প্ৰধান ধৰ্মীয় উৎসৱত পৰিণত কৰিছে। শ্ৰীশ্ৰীকৃষ্ণৰ জন্মাষ্টমী শিৱৰাত্ৰি আৰু দুৰ্গাপূজাৰ বাহিৰে অসমত শ্ৰীশ্ৰীমন্ত শঙ্কৰ জন্মোৎসৱৰ বাহিৰে আন কোনো উৎসৱত সাৰ্বজনীন উৎসাহ-উদ্দীপনাৰ সৃষ্টি নহয়। সাৰ্বজনীন উৎসাহ-উদ্দীপনা বোলোতে আমি ইয়াত সকলো ধৰ্মৰ মানুহৰ মাজত সৃষ্টি হোৱা আৰু লগতে দীক্ষা গ্ৰহণ নকৰাসকলৰ মাজতো সৃষ্টি হোৱা উদ্দীপনাৰ কথা বুজাইছোঁ।

শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ অৱদানসমূহ বহুমুখী। একশৰণ বৈষ্ণৱ ধৰ্ম, কীৰ্তনকে ধৰি উৎকৃষ্ট ধৰ্মমতৰ উপৰি শ্ৰেষ্ঠ সাহিত্য হিচাপে উচ্চ মৰ্যাদা প্ৰাপ্ত কাব্য আৰু নাটক, ভাওনা, বৰগীত, নৃত্য- সকলোতে শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ অসমীয়া সমাজখনৰ সমাজ আত্মাৰ প্ৰাণ বুলি কলেও অত্যুক্তি কৰা নহয়। এই সাংস্কৃতিক প্ৰাণ অবিহনে এটা জাতিৰ জাতীয়-জীৱন নিৰস শস্যৰ দৰে ভৱিষ্যহীন। জাতীয় জীৱনৰ যিটো সংস্কৃতিক দিশ আমি বিকাশ ৰূপত দেখা পাইছোঁ, যিটো জীৱনৰ বিকাশে অসমীয়া কৃষ্টিক জগতৰ সভালৈ বাটকুৰি বাই নি আছে— সেই জীৱনটোৰ পৰম শ্ৰেষ্ঠ পুৰুষজনেই হ'ল শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ।

অসমীয়া সমাজখনত শ্ৰীমন্তশঙ্কৰদেৱৰ লগতে আন কেবা গৰাকীও মহাপুৰুষৰ নাম আমি লব লাগিব- যিসকলৰ জন্ম দিন আৰু মৃত্যু তিথি সাধাৰণ ভাৱে উৎসৱ হিচাপে বিভিন্ন স্থানত পালন কৰা হয়। শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱে যি গৰাকী শিষ্যক ধৰ্মৰ গুৰুভাৰ দি গৈছিল সেই গৰাকী মহাপুৰুষ শ্ৰীমাধৱদেৱৰ তিথিও অসমৰ সৰ্বত্ৰ পালিত হয়। তদুপৰি নব-বৈষ্ণৱ আন্দোলনৰ আন সকল শক্তিমন্ত আৰু মহান গুৰি ধৰোতাৰ জন্মদিন আৰু মৃত্যু তিথি নিজ নিজ পন্থাৰ ভকতসকলৰ মাজত পবিত্ৰ তিথি হিচাপে পালিত হয়। এই ক্ষেত্ৰত শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱৰ উপৰি মহাপুৰুষ শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ, শ্ৰীঅনিৰুদ্ধদেৱ আদিৰ নাম উল্লেখ্য।

### তেগ বাহাদুৰ তিথি

শিখ গুৰুসকলৰ ভিতৰত এগৰাকী অন্যতম গুৰু তেগ বাহাদুৰৰ নাম অসমৰ ইতিহাস আৰু সমাজৰ লগত অতি নিবিড় ভাবে জড়িত হৈ আছে। গুৰু নানকৰ জন্মদিন যিদৰে শিখ ধৰ্মৰ লোকসকলৰ লগতে বৈষ্ণৱ আন্দোলনৰ সকলো পন্থাৰ মানুহে পৰম শ্ৰদ্ধাৰে পালন কৰে, ঠিক একেদৰে তেগ বাহাদুৰৰ জন্মদিনো অসমৰ ভালেমান স্থানত অতি ভক্তিৰে পালন কৰে। তেগবাহাদুৰ অসমলৈ আহিছিল ৰাম সিংহৰ লগত। শৰাইঘাটৰ যুদ্ধত ৰাম সিংহ পৰাভূত হৈছিল আৰু অসম এৰি গৈছিল। কিন্তু তেগ বাহাদুৰে স্থাপন কৰা শিখ গুৰুদ্বাৰ আৰু ধৰ্মমত থাকি গৈছিল।

প্ৰকৃততে মধ্যযুগৰ শক্তিশালী অসম ৰাজ্য আক্ৰমণ কৰিবলৈ মোগল সম্ৰাটৰ সেনাপতি সকলে কোনো দিনেই সাহস কৰা নাছিল। সম্ৰাটৰ আদেশত আহিলেও, সেনাপতিসকলে কামাখ্যা দেৱী আৰু গো-ব্ৰাহ্মণৰ ধৰ্ম বৰ্ত্তি থকা দেশ অসম জয় কৰাটো অসম্ভৱ বুলি ভাবিছিল। এজন এজনকৈ প্ৰায় সকলো বীৰ সেনাপতিৰ পতন আৰু পৰাজয় ঘটিছে অসমত। কোনোবাই অসমৰ এছোৱা জয় কৰিলেও অসমৰ স্বাধীন সত্তাক পৰাভূত কৰিব পৰা নাই। গুৰু-নানকো অসমলৈ আহিছিল যদিও তেগ বাহাদুৰৰ ভ্ৰমণৰ প্ৰভাৱ সম্ভৱতঃ গুৰু নানকৰ ভ্ৰমণৰ প্ৰভাৱৰ তুলনাত বেছি নহলেও কম নহয়। ১৬৬৯ খৃঃত তেগ বাহাদুৰ অসমলৈ আহিছিল ৰজা ৰামসিংহৰ লগত। ৰাম সিংহই প্ৰকৃততে ধৰ্মীয় ক্ষেত্ৰত অতুলনীয় ত্যাগ আৰু মহত্বৰ বৰে সমগ্ৰ উত্তৰ ভাৰতে সন্মানিত তেগ বাহাদুৰক লগত আনিছিল তেওঁৰ ৰাজ্য জয়ত সুবিধা হ'ব বুলি। ৰাম সিংহৰ প্ৰধানা মহিষীৰ পৰামৰ্শমতে ৰাম সিংহই তেগ বাহাদুৰৰ শৰণাপন্ন হৈছিল। তেগ বাহাদুৰ সম্ভৱতঃ ৰজা ৰাম সিংহৰ লগত আহিছিল ধৰ্ম প্ৰচাৰত সুবিধা হ'ব বুলিহে। তেগ বাহাদুৰে ধুবুৰীত ধৰ্মৰ বাহৰ পাতিছিল। তাতেই তেওঁ কিছু সংখ্যক লোকক শিখ ধৰ্মত দীক্ষিত কৰিছিল। ধুবুৰীতে ব্ৰহ্মপুত্ৰৰ পাৰত গুৰু তেগ বাহাদুৰে গুৰু নানকে অসমৰ মাটিত ভৰি দিয়া স্থানত এটা গুৰুদ্বাৰ স্থাপন কৰিলে।

ৰামসিংহ যুদ্ধত পৰাজিত হৈ কামৰূপ এৰি যোৱাৰ সময়ত তেগ বাহাদুৰো ৰামসিংহৰ লগতে ঘূৰি যায়। গুৰুদ্বাৰা তেগবাহাদুৰ সাহিবজী অতি পবিত্ৰ স্থান

হিচাপে শিখ সকলৰ মাজত আদৰণীয় আৰু সমাদৃত হৈ আহিছে। ধুবুৰীত তেগবাহাদুৰৰ স্মৃতি দিৱস পালন কৰা হয় ধুমধামেৰে।

জনা যায় যে তেগ বাহাদুৰে অসমৰ হিন্দু ৰজা আৰু ৰাম সিংহৰ মাজত মিত্ৰতা গঢ়ি তুলিবৰ বাবে প্ৰচেষ্টা কৰিছিল। কিন্তু স্বাধীনতাপ্ৰেমী অসমৰ ৰজা আৰু সেনাপতিৰ বাবে এনে মিত্ৰতা সম্ভৱ নহ'ল- ৰামসিংহ পৰাজিত হৈ উভতি *যাব লগা হ'ল। কামৰূপৰপৰা উভতি যোৱাৰ কেইবছৰ মান পিছত তেগ বাহাদুৰক ঔৰঙ্গজেবে অতি নৃশংস অত্যাচাৰ কৰি হত্যা কৰিছিল।* সম্ভৱতঃ সম্ৰাটৰ ৰাজ্য বিস্তাৰ আৰু অত্যাচাৰৰ প্ৰতি তেগ বাহাদুৰৰ সমৰ্থন আৰু সহযোগিতা নথকাটোৱেই আছিল ইয়াৰ প্ৰধান কাৰণ।

# চতুৰ্দশ অধ্যায়

## প্ৰথম ভাগ

# বীৰ পূজাঃ লাচিত বৰফুকন চিলাৰায় দিৱস আৰু ছুকাফা দিৱস

## লাচিত দিৱস

জাতীয় চৰিত্ৰৰ ৰূপান্তৰ হোৱাৰ লগে লগে অসমীয়া সমাজখনত সকলো জনগোষ্ঠীৰ মাজতে নিজ নিজ বীৰ-বীৰাঙ্গনা সকলক নানা ভাৱে স্মৰণ কৰা আৰু এক প্ৰকাৰ পুনৰুজ্জীবিত জাতিৰ মেৰুদণ্ড গঢ়ি তুলিবৰ বাবে তেনে বীৰ তথা বীৰাঙ্গনাসকলৰ স্মৃতিচাৰণ আৰু দিৱস উদ্‌যাপনৰ প্ৰৱণতা গা কৰি উঠিছে। এনে প্ৰৱণতাবিলাক মূলতঃ জাতীয়। স্বাধীনতাৰ প্ৰাককালত জয়মতী দিৱস তথা জয়মতীৰ স্মৃতি-চাৰণ কৰা হৈছিল মূলতঃ স্বাধীনতাকালত ত্যাগৰ আদৰ্শৰে উদ্বুদ্ধ হৈ সকলো নিৰ্যাতন সহ্য কৰিবৰ বাবে মানুহক সাজু কৰি তুলিবৰ বাবে। অহিংস আত্মত্যাগৰ লগত জয়মতীৰ আত্মত্যাগৰ মিল থকা বাবে এই আত্মত্যাগৰ আদৰ্শই মানুহক উদ্বুদ্ধ কৰিছিল আৰু জয়মতী দিৱস হৈ পৰিছিল অসমীয়া জাতীয় দিৱসৰ দৰে। লাচিত দিৱস কিন্তু স্বাধীনতাৰ প্ৰাককালত আয়োজিত হোৱা নাছিল। লাচিতৰ বীৰত্বই অসমীয়া ডেকা চামক অতি ৰোমাঞ্চিত আৰু উদ্দীপ্ত কৰি তুলিলে মূলতঃ যুৱক আৰু ছাত্ৰৰ নেতৃত্বত অসমত হোৱা জাতীয় জাগৰণ কালতহে। জাতীয় মধ্যবিত্ত শ্ৰেণীৰ বীৰত্বৰ সাধনাত লাচিতৰ সাহস আৰু সাংগঠনিক প্ৰতিভাই উদ্‌গনি দিয়াৰ ফলতে এই দিৱস জাতীয় দিৱসলৈ ৰূপান্তৰিত হোৱাটো এটা অত্যন্ত গুৰুত্বপূৰ্ণ দিশ।

**বীৰ লাচিতৰ মহত্বঃ**

ভাৰতৰ স্বাধীনতা লাভৰ পূৰ্বেই ড' সূৰ্যকুমাৰ ভূঞাই সংকলন কৰা 'লাচিত বৰফুকন' গ্ৰন্থৰ পাতনিত লিখিছিল 'আগন্তুক স্বাধীনতা লাভৰ যুগত আমি ভাৰতীয়ই অনেক জটিল ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ সমাধান কৰিবলগীয়া হৈছে। লাচিত বৰফুকন আৰু তেওঁৰ সহযোগী শৰাইঘটীয়া

বীৰসকলৰ উদাহৰণে অকল অসমীয়া জাতিৰ কাৰণেই নহয়, গোটেই ভাৰতীয়ৰ কাৰণেও অনুপ্ৰেৰণাৰ থল। (৬ ফেব্ৰুৱাৰী, ১৯৪৭) উল্লেখযোগ্য যে ভাৰতৰ *পশ্চিম প্ৰান্তত যিদৰে শিৱাজী* মহাৰাজে মোগলৰ বিৰুদ্ধে অবিৰত যুদ্ধ কৰি *মাৰাঠাসকলৰ নেতৃত্বত পশ্চিম ভাৰতৰ স্বাধীনতা ৰক্ষা কৰিছিল, ঠিক একেদৰে* আহোম স্বৰ্গদেৱ সকলৰ নেতৃত্বত স্বাধীনতা ৰক্ষা পৰিছিল অসমৰ। মহাবীৰ লাচিত এই স্বাধীনতা ৰক্ষাকাৰী মহান পৰম্পৰাৰ শ্ৰেষ্ঠতম বীৰ। মহাবীৰ লাচিতৰ লগত শিৱাজীৰ পাৰ্থক্য আছে কেৱল এটা কথাত, মহাবীৰ লাচিত ৰজা নাছিল, গতিকে নিজৰ সিংহাসন ৰক্ষাৰ বাবে তেওঁ যুঁজ কৰা নাছিল, যুঁজ কৰিছিল অসম ৰাজ্যখনৰ স্বাধীনতা ৰক্ষাৰ বাবে। শিৱাজী নিজে ৰজা আছিল— অৱশ্যে এই কথা অনস্বীকাৰ্য যে শিৱাজীয়ে ৰাজ সিংহাসনৰ স্বাৰ্থত নহয় মাতৃভূমিৰ স্বাধীনতাৰ বাবেহে অবিৰাম যুদ্ধ কৰিছিল। আনহাতে, মহাবীৰ চিলাৰায়ৰ দৰে লাচিত ৰাজভ্ৰাতা নাছিল, গতিকে প্ৰত্যক্ষ বা পৰোক্ষ ভাবেও ৰাজ সিংহাসনৰ লগত কোনো নিকট সম্পৰ্ক লাচিতৰ নাছিল। অৰ্থাৎ কোনো ধৰণৰ সিংহাসনৰ স্বাৰ্থ নথকা সত্বেও লাচিতে স্বদেশ আৰু স্বজাতিৰ স্বাধীনতা ৰক্ষাৰ বাবে যুঁজিছিল। এই দিশৰপৰা লাচিতৰ স্বদেশানুৰাগ আৰু সাংগঠনিক প্ৰতিভাৰ কোনো তুলনা নাই। পৰাক্ৰান্ত শত্ৰুৰ বিৰুদ্ধে, ঐক্যবিহীন আৰু দুৰ্বল দেশবাসীক ঐক্যবদ্ধ কৰা বীৰ লাচিতৰ সাংগঠনিক দৃঢ়তাৰ প্ৰকৃততে তুলনা নাই।

বীৰ লাচিতৰ আৱিৰ্ভাৱৰ মাত্ৰ কিছুদিন আগতে অসমীয়া সেনাক ঠান-বান কৰি, অসমৰ সেনাপতিসকলৰ ঐক্যহীনতা, নেতৃত্বহীনতা আৰু বিশ্বাসঘাতকতাৰ সুযোগলৈ মীৰজুমলাই অসম দখল কৰিছিল। গড়গাৱঁত বাহৰ পাতিছিল। বিমূঢ়, নেতৃত্বৰ গুণহীন আৰু সেনাপতিসকলৰ ভুল পৰামৰ্শ তথা ভুল নেতৃত্বৰ ফলত ৰাজধানী এৰি পলাই যোৱা পলৰীয়া ৰজা জয়ধ্বজসিংহই মনৰ বেজাৰত মৃত্যু বৰণ কৰিছিল। জয়ধ্বজ সিংহই মোগলৰ বশ্যতা স্বীকাৰ কৰাই নহয়, মোগল বাদশ্বাহৰ প্ৰতি থকা আনুগত্যৰ চিন স্বৰূপে নিজ কন্যাক দিল্লীৰ বাদশ্বাহলৈ উপঢৌকন হিচাপে দিছিল। কৰ ভাৰ শোধাবৰ বাবে সন্মতি প্ৰকাশ কৰিছিল। কিন্তু তেওঁৰ পিছত ৰাজ সিংহাসনত অধিষ্ঠিত হোৱা চক্ৰধ্বজ সিংহই মোগলৰ বশ্যতা অস্বীকাৰ কৰিলে, মোগল বাদশ্বাহৰ পদচিহ্ন অংকিত শিৰস্ত্ৰাণ পৰিধান কৰিবলৈ মান্তি নহ'ল। মোগলক কৰ-ভাৰ দিবলৈ অস্বীকাৰ কৰিলে। যোগ্য সেনাপতিৰ অভাৱত তেওঁ সন্ধান কৰি আছিল অসমত নেতৃত্ব ল'ব পৰা এনে এজন বীৰৰ যাৰ প্ৰতি বিন্দু ৰক্তত স্বাধীনতাৰ বীজ গুমৰি আছে। গুণীয়েহে গুণীৰ মূল বুজাৰ দৃষ্টান্ত দাঙি ধৰি চক্ৰধ্বজ সিংহই ঘোৰা

কোৱঁৰ লাচিতৰ গাত দেখা পালে সেই বীৰত্ব যি বীৰত্বৰ সন্ধানত চক্ৰধ্বজ সিংহই অহৰহ দেশখনৰ প্ৰতিজন বিষয়া তথা সেনাপতি, পাকি সৈনাপতিক নিৰীক্ষণ কৰিছিল। জনা যায় যে ঘোৰা কোঁৱৰ লাচিতে মীৰজুমলাৰ বিজয় অভিযানৰ সফলতাৰ পিছতো, পৰাধীন অসমৰ বুকুতে কিছু সৈন্য সামন্ত গোটাই মোগলক অ'ত ত'ত প্ৰতিৰোধ কৰি আছিল। বীৰ লাচিতৰ গাত এই সাহস আৰু স্বাধীনতা প্ৰেম থকা বুলি জনাৰ পিচতো চক্ৰধ্বজ সিংহই লাচিতৰ স্বাধীনচিতীয়া স্বভাৱৰ পৰীক্ষা লৈছিল ৰাজ দৰবাৰৰ ভিতৰতে। কথিত আছে যে ৰাজসভালৈ আমন্ত্ৰিত হৈ লাচিত অহাৰ সময়তে এজন পাৰিষদে লাচিতৰ মূৰৰ পাগ খুলি দিবৰ বাবে স্বৰ্গদেৱ চক্ৰধ্বজ সিংহই শিকনি দি থৈছিল। পাৰিষদজনে সেই কাম কৰাৰ লগে লগে লাচিতে হাতত হেংদান লৈ তাক কাটিবৰ বাবে খেদি গ'ল। আনকি সি গৈ চক্ৰধ্বজ সিংহৰ সিংহাসনৰ তলত সোমোৱাৰ পিছতো লাচিতে তাক কাটিবৰ বাবে উদ্যত হৈ থাকিল। স্বৰ্গদেৱে পিছত লাচিতৰ পৰীক্ষা লোৱা বুলি কোৱাতহে লাচিত শান্ত হৈছিল।

এই জনেই সেই বীৰ লাচিত যি কামত গাফিলতি কৰা বাবে নিজ মোমায়েকক প্ৰাণদণ্ড দিছিল। মোমায়েকৰ দায়িত্ব আছিল ৰাতিটোৰ ভিতৰতে শৰাইঘাটৰ গড়ৰ এছোৱা মেৰামতি কৰা। লাচিতে মাজনিশা খবৰ লবলৈ আহি দেখিলে যে কৰ্মী পাইকবোৰ শুই নিঃপালি দিছে, গড় আধা বন্ধা হৈ আছে, দায়িত্বত থকা বিষয়াজনো নিশ্চিন্তে নিদ্ৰাৰ কোলাত আছে। বীৰ লাচিতে খন্তেকো নৰৈ— 'দেশতকৈ মোমাই ডাঙৰ নহয়!' বুলি ঘোষণা কৰি দায়িত্বত থকা বিষয়া, নিজ মোমায়েকক নিজ হাতেৰে প্ৰাণদণ্ড দিলে। কামত গাফিলতি কৰা বাবে নিজ মোমায়েকক এই শাস্তি দিয়া বীৰ লাচিতৰ নেতৃত্বৰ গুণ দেখি সৈন্যসকলে মৰো জীও কৈ কাম কৰি ৰাতিৰ ভিতৰতে গড় বন্ধাই নহয়, মোগল সৈন্যকো যুদ্ধত কঁচু কটা দিলে।

## শৰাইঘাটৰ যুদ্ধ

বৰফুকনৰ যুদ্ধৰ প্ৰস্তুতি কেনে আছিল সেই সম্পৰ্কে বুৰঞ্জীত বিস্তৃত বিৱৰণ আছে। শৰাইঘাটৰ যুদ্ধৰ সময়ত বৰফুকনৰ দায়িত্বত আছিল সমগ্ৰ অসমীয়া সেনাবাহিনী। বুৰঞ্জীৰ তথ্য সংগ্ৰহত এগৰাকী অপ্ৰমাদী পুৰুষ স্বৰ্গীয় বেণুধৰ শৰ্মাই লিখিছে 'বৰফুকন স্বয়ং থাকিল আন্ধাৰু বালি আৰু ইটাখুলিত (গুৱাহাটীৰ দুখন ঠাই) ...'তাৰপৰা বৰফুকনে নিজে হাতত ধনু, হেংদাং লৈ, মূৰত কণুৱা টুপী পিন্ধি পালীৰ মাজত পাক দি ঘূৰি ফুৰে। তেওঁৰ তলত ফুকন, বৰুৱা, ৰাজখোৱা,

হাজৰিকা, শইকীয়াসকলে নিজা নিজা পালীত ৰণ-টুপী, ৰণ-ঘোঁৰা, তৰোৱাল ধনু, বৰছা লৈ ঘূৰি ফুৰিছিল।' ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে স্বয়ং ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঞি দায়িত্ব লৈ আছিল।

লাচিত বৰফুকনে দক্ষিণপাৰে ইটাখুলিৰপৰা আৰম্ভ কৰি পশ্চিমলৈ ক্ৰমান্বয়ে অমৰাজুৰি, পাণ্ডু, ৰাঙলী বুৰুজ, দুৱাৰ গৰিলা, পাৰঘোপা, ধেনুখিৰীয়া, গোটা নগৰ, ফটাশিল, অসুৰৰ আলী, উষাহৰণ পৰ্বতলৈকে পালে পালে ৰণুৱা শাৰী পতালে। উত্তৰ পাৰে লঠীয়া পৰ্বত, জুৰীয়া, শৰাই, কেঁকুৰী, চিলা পৰ্বত, সেন্দুৰীঘোপা, ৰংমহল, কানাইবৰশী বোৱা শিল আৰু খাহবুৰুজ (শ্বাহবুৰুজ) জোৰাই সৈন্যৰ পালী দিয়ালে।

**সৈন্যৰ আয়োজন আছিল এনে ধৰণৰ ঃ**

গড়ৰ দাঁতিত বেৰেঁপ্ৰতি এটাকৈ পাহাৰৰ ওপৰত তিনি বেওঁত দুটাকৈ প্ৰহৰী। এটা এটা খাপিত পথলুৱা ভাবে তিনিশাৰী তিনিশাৰী পালী। প্ৰথমশাৰী পালীত গড়ৰ কাষে কাষে দীঘলীয়াকৈ সাত হাতৰ আঁতৰে আঁতৰে একোজন সৈন্য। এই সৈন্যটোৰ পিঠি ফালে থকা পালীতো এটা এটা সৈন্য। সিহঁতৰ মাজতো আকৌ চাৰি পালী সৈন্য। তাৰে এপালীয়ে মাজে মাজে অহা-যোৱাকৈ উৎসাহ দি থাকে। এপালীয়ে খোৱা বস্তু যোগায়। এপালীয়ে ধেনু-কাড় যে'গান ধৰে। এপালীয়ে মানুহবোৰৰ গতি-বিধি লক্ষ্য কৰে। শাৰীত থকা মানুহৰ হাতত থকা অস্ত্ৰ হ'ল হিলৈ, ঢাক, জোং। পালীত থকা সৈন্যৰ হাতত গাই প্ৰতি কাড় দুচক (বত্ৰিছটা), টোন দুটা, ধনু এখন, জোৰ দুগছ, বাৰু এখন, গাত লোৱা চাকতলীয়া (ঢাল) এখন, আগত মঘা আৰু চাকতলীয়া।

১৫৯১ শকৰ বহাগ মাহৰ আঠদিন যোৱাত ৰামসিংহ শৰাইঘাটৰ সন্মুখত ৰয়হি। সেই দিনাই যুদ্ধ আৰম্ভ হ'ল আৰু একেৰাহে দহ মাহ যুদ্ধ চলিল। চ'ত মাহত (এঘাৰ তাৰিখে) আগিয়াথুৰিত মোগল সেনা থুপ খোৱাত লাচিতে মোমায়েকৰ দায়িত্বত আগিয়াথুৰিত মোগল সৈন্য সোমাব নোৱাৰাকৈ এটা গড় মাৰিবলৈ ব্যৱস্থা কৰিলে। গড় বন্ধাৰ গতি লাচিতে বিচৰা ধৰণে দ্ৰুত নোহোৱা বাবে আৰু কাম সম্পূৰ্ণ নোহোৱাকৈ সৈন্যবিলাকক জিৰণিলবলৈ দিয়া বাবে লাচিতে 'মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি মোমায়েকক কাটিলে। লাচিতৰ ক্ৰোধ দেখি সৈন্য-সামন্ত, পালীবোৰে মৰো জীওকৈ কাম কৰি গড় বান্ধিলে। এই গড়েই মোমাই কটা গড় নামেৰে আজিও খ্যাত।

মোমাই কটা গড়ৰ উপৰি একে ৰাতিৰ ভিতৰতে গড় বন্ধা আৰু একে ৰাতিৰ ভিতৰতে আন্ধাৰুবালিত তিনিশাৰীকৈ শালখুটা পুতি বুৰুজ দিয়াৰ ইতিহাস শৰাইঘাটৰ যুদ্ধত আছে।

ৰাম সিংহৰ নৌ সেনাপতি ৰচিদ খাঁ ভাদ মাহত হোৱা নৌ-যুদ্ধত অসমীয়া সেনাৰ বৰটোপৰ গুলীত নিহত হ'ল। এই নির্ণয়াত্মক নৌ যুদ্ধখনেই শৰাইঘাটৰ ৰণ। আন্ধাৰুবালিৰ পৰা শৰাইঘাটৰ ভিতৰত এই নির্ণয়াত্মক যুদ্ধ হৈছিল।

যুদ্ধত সম্পূর্ণ পৰাজিত হৈ ৰামসিংহ প্রায় দুবছৰৰ মূৰত চেঁচামুখৰ পৰা উলটি গৈ ৰঙামাটি পালে। ৰামসিংহৰ যুদ্ধ প্রায় দুবছৰীয়া। লাচিত বৰফুকনে বৰফুকনৰ দায়িত্ব লৈ (১৫৮৯ শকৰ পৰা ১৫৯২ শকলৈকে) প্রায় চাৰিবছৰ কাল যুদ্ধ কৰি মোগলক পৰাস্ত কৰিলে। শৰাইঘাটৰ যুদ্ধৰ পিচত অসমৰ পশ্চিম সীমা নির্ধাৰিত হ'ল দক্ষিণ পাৰে নগৰবেৰা, উত্তৰপাৰে মানাহৰ পাৰ-হাদিৰা চকীত।

লাচিত বৰফুকনৰ মৃত্যু হৈছিল ১৫৯৩ শকৰ বহাগৰ ৪ তাৰিখে, হাদিৰা চকীত সীমান্ত কোঠ মাৰি উভতি আহোতে কলিয়াবৰত। স্মৰণযোগ্য যে লাচিত বৰফুকনৰ মৃত্যুৰ আগতেই টান নৰিয়াত চক্রধ্বজ সিংহৰ মৃত্যু হয়। বীৰ লাচিতৰ নির্ণয়াত্মক ৰণ জয়ৰ বাতৰি নাপালেও চক্রধ্বজ সিংহ যে অসমৰ স্বাধীনতা ৰক্ষাৰ হকে যুঁজ কৰা অত্যন্ত সাহসী আৰু ভৱিষ্যদর্শী ৰজা আছিল সেই কথা ঐতিহাসিক ভাবে সত্য। আনহাতে লাচিত বৰফুকন বৰ সেনাপতি থকা কালত দেশৰ প্রধান মন্ত্রী আছিল বাঁহগড়ীয়া আতন বুঢ়াগোহাঞি। এই আতন বুঢ়াগোহাঞিকেই বীৰ লাচিতৰ পিচতে সেই সময়ৰ অসমৰ আটাইতকৈ সাহসী আৰু কুশলী সংগঠক আৰু ৰণবিদ তথা ভৱিষ্যদর্শী পুৰুষ বুলিব পাৰি।

## লাচিত দিৱসৰ তাৎপর্য

অসমৰ জাতীয় জীৱনত বীৰ লাচিতৰ মাহাত্ম্য কি ? এজন সেনাপতি হিচাপে অলৰ প্রস্তৰৰ দৰে তেওঁ জাতিটোক এক শিলাময় পর্বতৰ দৰে নেতৃত্ব দিছিল, সমস্ত জনতাক বিশাল শিলাখণ্ডৰ দৰে কঠিন আৰু সংহত কৰি তুলিছিল! বীৰ লাচিতৰ কৃতিত্ব ইয়াতেই যে মীৰজুমলাৰ হাতত পৰাস্ত হৈ ৰজা পলাই যাব লগীয়া হোৱা ঐক্যবিহীন, সাহস আৰু সংগতিবিহীন এখন দেশক সংগঠিত কৰি সসাগৰা ভাৰতৰ অধিপতি ঔৰঙ্গজেবৰ সেনাবাহিনীক নির্ণয়াত্মক ভাবে

পৰাভূত কৰিছিল। আধুনিক অসমৰ ৰূপান্তৰৰ শিল্পী জ্যোতিপ্ৰসাদে পৰাধীন ভাৰতত অনুভৱ কৰিছিল লাচিতৰ দৰে সেনাপতিৰ অভাৱ। তেওঁ গাইছিলঃ

তাহানি লাচিতে এৰি থৈ যোৱাৰে পৰা
জনাৰ দুখ, লঘু-লাঞ্ছনা
দুখে ভাগৰৰ আজিও নপৰিল ওৰ।

জ্যোতিপ্ৰসাদে পৰাধীন ভাৰতৰ বুকুতে ভাবিছিল যে শৰাইঘাট অসমৰ অতীত নহয়, ভৱিষ্যতৰো সাহস আৰু বীৰ্যৰ কঠিয়াতলী। 'মই অসমীয়া শৰাইঘাটৰ, চোকা তৰোৱাল লওঁ লাচিতৰ' বুলি অসমীয়া ডেকাই স্বাধীনতাৰ হকে ৰণ কৰিব লাগে বুলি তেওঁ ভাবিছিল। ড' সূৰ্য কুমাৰ ভূঞাই এই কথা ঠিকেই অনুমান কৰিছে যে বীৰ লাচিত অকল অসমৰে নহয়, ভাৰতৰো গৌৰৱ, ভাৰতৰো স্বাধীনতা আৰু শৌৰ্যৰ চিৰ-অনিৰ্বাপিত প্ৰতীক।

বীৰ লাচিতৰ শৌৰ্য-বীৰ্য নিস্বাৰ্থ স্বদেশ প্ৰেমৰ হকে নিবেদিত। পৃথিৱীৰ দেশে দেশে অনেক ৰজা তথা ৰাজপৰিয়ালৰ ক্ষমতা যুদ্ধৰ কাহিনী পোৱা যায়। পোৱা যায় পৰদেশ আক্ৰমণ কৰিবলৈ যোৱা যুদ্ধৰ কাহিনী। কিন্তু তেনে নিস্বাৰ্থ বীৰত্বৰ কাহিনী, স্বাধীনতা, পুনৰুদ্ধাৰৰ কাহিনী কমেই শুনা যায- য'ত এজন সেনাপতিয়ে নিজৰ সাহস আৰু সাংগঠনিক প্ৰতিভাৰে এটা শুই থকা জাতিৰ সিংহ সদৃশ আত্মাক জাগ্ৰত কৰিব পাৰে আৰু শত্ৰুক নিৰ্ণয়াত্মক ভাবে পৰাজিত কৰি স্বাধীনতাৰ ভেঁটি কটকটীয়া কৰাৰ বিমল নিদৰ্শন আছে।

আজি সমগ্ৰ অসমতে লাচিত দিৱস অনুষ্ঠিত হয়। ভাৰতীয সেনা বাহিনীত বীৰ লাচিতৰ নামত এক মান প্ৰদান কৰা হয় ভাৰতীয় প্ৰতিৰক্ষা সেৱাৰ নব-প্ৰশিক্ষিত শ্ৰেষ্ঠ সেনা এজনক। অসমৰ সীমা চেৰাই বীৰ লাচিতৰ গৌৰৱ এনেদৰেই ভাৰতৰ বিশাল পটভূমিত প্ৰতিষ্ঠিত হৈছে।

অসমৰ সমূহ ৰাইজৰ বাবে দল মত নিৰ্বিশেষে বীৰ লাচিতৰ ভূমিকা আৰু আদৰ্শ সদায় অনুপ্ৰেৰণাৰ থলী।।

# চতুৰ্দশ অধ্যায়

## দ্বিতীয় ভাগ

# চিলাৰায় দিৱস

চিলাৰায় দিৱস বৰ্তমান কোঁচ সকলৰ জনগোষ্ঠীয় দিৱস হৈ থকা নাই। সমগ্ৰ অসমতে এই দিৱস পালন কৰা হয়। বীৰত্ব আৰু ধৰ্মনিষ্ঠা তথা উদাৰতা মহানতাৰ বাবে চিলাৰায়ৰ কাহিনী চিত্তাকৰ্ষক আৰু তেওঁৰ ৰাজ্য জয়ৰ কাহিনীয়ে সমগ্ৰ অসমতে জন-সাধাৰণক উদ্বুদ্ধ কৰে। চিলাৰায়ৰ প্ৰকৃত নাম শুক্লধ্বজ, যুদ্ধত চিলাৰ দৰে চোঁ মাৰি যুদ্ধ কৰিব পৰা বাবে তেওঁ পৰিচিত হৈছিল চিলাৰায় নামেৰে। ১৫৪০ শকত মল্লদেৱ বা নৰনাৰায়ণ কোঁচ ৰাজ্যৰ ৰাজ সিংহাসনত বহে। নৰনাৰায়ণৰ ভ্ৰাতৃ শুক্লধ্বজ এগৰাকী সাহসী বীৰ আৰু বিচক্ষণ ৰাজনীতিজ্ঞ আছিল। তেওঁ ১৫৪০ চনত কোঁচ ৰাজ্যৰ দেৱান, প্ৰধান মন্ত্ৰী আৰু সেনাধ্যক্ষ নিযুক্ত হ'ল।

**শুক্লধ্বজৰ বীৰত্ব :**

শুক্লধ্বজ বা চিলাৰায়ৰ বীৰত্ব বুজিবৰ বাবে আমি আহোম ৰাজতন্ত্ৰত সৃষ্টি হোৱা সংঘাত, অন্যান্য ওচৰচুবীয়া ৰাজ্য জয় আদিৰ বিষয়ে অধ্যয়ন কৰিব লাগিব।

আহোম আৰু কোঁচৰ সংঘাতৰ সূত্ৰপাত হয় ১৫৪৩ চনত কোঁচ ৰাজ্যৰ পূব সীমাত চুক্লেংম্যুং বা গড়গঞা ৰজাই আক্ৰমণ কৰাৰ ফলত। ১৫৪৭ চনত পুনৰ যুদ্ধৰ সূত্ৰপাত হয় আৰু দুয়োপক্ষৰ হতাহত বৃদ্ধিৰ মাজেদি অনিৰ্ণয়াত্মক ভাৱে যুদ্ধ অব্যাহত থাকে। ১৫৪৯ চনৰ জানুৱাৰী-ফেব্ৰুৱাৰীত পিচলা নদীৰ পাৰত হোৱা যুদ্ধত চুক্লেংমুঙৰ নিৰ্ণয়াত্মক জয়লাভে কিছুদিনৰ বাবে আহোম আৰু কোঁচৰ সংঘাত হ্ৰাস কৰে।

১৫৫৫ চনত ৰজা নৰনাৰায়ণে আহোম ৰাজতন্ত্ৰৰ লগত মিত্ৰতাৰ উদ্দেশ্যে কিছু উপহাৰ সহ কটকী প্ৰেৰণ কৰে। কটকীৰ মুখেদি মিত্ৰতাৰ প্ৰস্তাৱ দি কোঁচ ৰজা নৰনাৰায়ণে তিনিজন কোঁচ ৰাজকোঁৱৰক যুদ্ধত হত্যা কৰাৰ বাবে এক প্ৰকাৰ আহোম ৰজাক দোষাৰোপ কৰে আৰু পূৰ্বৰ (বিশ্ব সিংহৰ দিনৰ) বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি তোলাত গুৰুত্ব দিয়ে। কোঁচ ৰাজতন্ত্ৰৰ আহোম ৰজালৈ দিয়া উপহাৰসমূহ মূল্যবান নহয় বুলি আৰু কোঁচসকলৰ ৰীতিসমূহ গ্ৰহণযোগ্য নহয় বুলি আহোম ৰাজতন্ত্ৰই নৰনাৰায়ণৰ মিত্ৰতাৰ প্ৰস্তাৱ কম গুৰুত্ব সহকাৰে গ্ৰহণ কৰি আহোম ৰজাই জনায় যে কোঁচসকলে ঠিকমতে আঁচৰণ প্ৰদৰ্শন কৰিলেহে মিত্ৰতা বৰ্তি থাকিব। কোঁচ ৰাজকোঁৱৰ তিনিজনৰ মৃত্যুৰ কথাটো ওচৰঘৰীয়া ৰাজতন্ত্ৰৰ মাজত ঘটা সাধাৰণ ঘটনা হিচাপে গ্ৰহণ কৰাতহে আহোম ৰাজতন্ত্ৰই গুৰুত্ব দিয়ে। এই দৰে দুয়োপক্ষৰ অৱহেলাত আৰু এক প্ৰকাৰ দূৰদৃষ্টিৰ অভাৱৰ ফলত নৰনাৰায়ণে আগবঢ়োৱা মিত্ৰতাৰ প্ৰস্তাৱ ফলপ্ৰসূ নহ'ল।[৮]

এই কথাত ক্ষুন্ন হৈ কোঁচ ৰজা নৰনাৰায়ণ, বিশেষ ভাবে ভ্ৰাতৃ শুক্লধ্বজে সৌমাৰ (আহোম ৰাজ্য) জয় কৰাৰ প্ৰস্তাৱ আগবঢ়ায়। এই প্ৰস্তাৱক বাস্তৱায়িত কৰিবৰ বাবে কোঁচসকলে ৫৬০ কিঃমিঃ দৈৰ্ঘৰ এটা আলি কোঁচ বিহাৰৰপৰা নাৰায়ণপুৰলৈ নিৰ্মাণ কৰি আহোম ৰাজ্য দখলৰ প্ৰচেষ্টা কৰে। এই আলি নিৰ্মাণ মূলতঃ যুদ্ধৰ প্ৰয়োজনত হ'লেও ইয়েই উত্তৰ-পাৰৰ দীৰ্ঘতম জীৱন-ৰেখাত পৰিণত হয়। ১৫৬২ চনত গোহাঁই কমল আলি নিৰ্মাণ সম্পূৰ্ণ হয় আৰু ইয়াৰ পিচতে কোঁচ ৰজা নৰনাৰায়ণ আৰু সেনাপতি চিলাৰায়ে আৰম্ভ কৰে বিজয় যাত্ৰা। কছাৰী, ভুটীয়া, বাৰভূঞাসকলক পৰাস্ত কৰাৰ উপৰি অতি কম দিনৰ ভিতৰতে চুতীয়া ৰজাক পুনৰ প্ৰতিষ্ঠা কৰে। ১৫৬৩ চনৰ পৰা পুনৰ আহোমৰ লগত যুদ্ধৰ সূত্ৰপাত হয়। অতি কম দিনৰ ভিতৰতে চিলাৰায়ে নৌ-সেনাপতি টেপুৰ সহযোগিতাত উত্তৰ-পাৰ আৰু দক্ষিণপাৰৰ সকলো সৰু সৰু ৰাজ্য দখল কৰে। ১৫৬৩ চনত কোঁচ সেনাপতিয়ে আহোম ৰজাৰ সেনাবাহিনীক একাধিক যুদ্ধত পৰাভূত কৰে, দিহিংমুখৰ নৌযুদ্ধত আহোমসকলক নিৰ্ণয়াত্মক আঘাত হানে। ১৫৬৩ চনত কোঁচ আৰু আহোমৰ শান্তি প্ৰতিষ্ঠা হয় এক চুক্তিৰে- যি চুক্তিৰ চৰ্ত অনুসৰি আহোমে (১) ব্ৰহ্মপুত্ৰৰ উত্তৰৰ সকলো অঞ্চল কোঁচক এৰি দিয়ে, (২) কোঁচৰ বশ্যতা মানি লয়, (৩) পাঁচজন সম্ভ্ৰান্ত ডাঙৰীয়াৰ পুত্ৰক

কোঁচৰ হাতত অৰ্পণ কৰা হয়, (৪) বৃহৎ আকাৰৰ হাতী আৰু আটাইতকৈ ওখ দ্ৰুততম ঘোঁৰা পক্ষীৰায়ক কোঁচৰ হাতত অৰ্পণ কৰা হয, (৫) যুদ্ধত ক্ষতিপূৰণ হিচাপে ৬০ টা হাতী, ৬০ খন বস্ত্ৰ, ৬০ গৰাকী গাভৰু, ৩০০ মানুহ আৰু অজস্ৰ ধন-সোণসহ আৰু এক ৰঙা ৰাজ প্ৰতীক প্ৰদান কৰা হয়। এই চুক্তি মাত্ৰ দুবছৰৰ ভিতৰতে উলংঘা কৰি আহোমে কোঁচ বাহিনীক, আনকি টেপুৰ নেতৃত্বত অহা বিপুল শক্তিশালী কোঁচ নৌ-বাহিনীকো পৰাভূত কৰে।

স্মৰণযোগ্য যে এই সময়খিনিত বীৰ চিলাৰায়ে কোঁচৰাজ্যৰ সীমাৰ বিস্তাৰত ব্যস্ত হৈ অতি দ্ৰুত গতিৰে ত্ৰিপুৰা পৰ্যন্ত জয় কৰে। ১৫৬৪ চনত চিলাৰায়ে ডিমৰুৱাৰ ৰজা পাণ্ডেশ্বৰক ঘটুৰাই, কছাৰী ৰাজ্য জয় কৰে আৰু মণিপুৰৰ ৰজাক বশ্যতা স্বীকাৰ কৰোৱায়। জয়ন্তীয়া, খাচি, শ্ৰীহট্ট আৰু ত্ৰিপুৰা জয় কৰাৰ পিচতহে গৌড়ৰ নবাবৰ হাতত চিলাৰায় বন্দী হয়। গৌড়ৰ সেনাপতি কালাপাহাৰে আনুমানিক ১৫৬৫ চনৰ ভিতৰত কামাখ্যা মন্দিৰ ধ্বংস কৰাৰ উপৰি তেজপুৰ পৰ্যন্ত সাময়িক ভাৱে দখল কৰে; কোঁচ ৰাজ্যৰ ৰাজধানী দখল কৰাৰ পৰা বিৰত থাকে।

চিলাৰায়ে বঙ্গদেশত বন্দী হোৱাৰ সঠিক আৰু সৰ্বসন্মত মত নাই যদিও অনুমান কৰা হয় ১৫৬৫ চনত চিলাৰায় বন্দী হয়। বন্দী হোৱাৰ ঘটনাটোৰো বিৱৰণ অতি চাঞ্চল্যকৰ। নৰ-নাৰায়ণ আৰু চিলাৰায়ে পূবৰ ৰাজ্যবোৰ আক্ৰমণ কৰি যুদ্ধত সফলতা অৰ্জন কৰি উৎসাহিত হৈহে বঙ্গ আক্ৰমণ কৰিছিল। কিন্তু বঙ্গৰ লগত সম্ভৱতঃ কামান আৰু বৰটোপৰ যুদ্ধত অসমতাৰ বাবে পিচ হুহকি আহিব লগীয়া হৈছিল। চিলাৰায় অকল্পনীয়া ভাৱে এখন হাবিত আবদ্ধ হৈ পৰে। জনা যায় চিলাৰায়ে অকলেই কাঁড় মাৰি যুদ্ধ কৰি সাতশ সৈন্যক নিহত কৰিছিল। চিলাৰায় বন্দী হোৱাৰ পিচতহে কালাপাহৰৰ আক্ৰমণ সংঘটিত হৈছিল।

অসম আৰু কোঁচ ৰাজ বংশৰ বুৰঞ্জীত চিলাৰায়ক তেওঁৰ অলৌকিক গুণৰ বাবে বঙ্গৰ বাদশাহে মুক্তি প্ৰদান কৰে বুলি উল্লেখ আছে। কিন্তু কোনো কোনো বুৰঞ্জীবিদে উল্লেখ কৰিছে যে গৌড়ৰ নবাবে কোঁচ ৰাজশক্তিৰ লগত মিত্ৰতাৰ উদ্দেশ্য লৈহে চিলাৰায়ক মুক্ত কৰি দিছিল আৰু কোঁচ ৰাজৰ মিত্ৰতা মোগলৰ বিৰুদ্ধে বঙ্গৰ স্বাধীনতা ৰক্ষা কৰাত প্ৰায়োজন হ'ব বুলি গণ্য কৰিছিল।

**পাণ্ডিত্য ঃ**

শুক্লধ্বজক বাদ দি কোঁচ ৰাজতন্ত্ৰৰ গৌৰৱৰ শীৰ্ষ যুগটোৰ কথা ভাবিবই নোৱাৰি। নৰনাৰায়ণ আৰু চিলাৰায় দুয়োজনেই আছিল পণ্ডিত। বৈষ্ণৱ ধৰ্মৰ পৃষ্ঠপোষক। চিলাৰায়ে অকল বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাই নহয় গীতগোবিন্দৰ সাৰৱতী টীকাও ৰচনা কৰিছিল বুলি বিশ্বাস কৰা হয়।

বীৰত্ব, পাণ্ডিত্য আৰু মহানতাৰ সমন্বয়ে চিলাৰায়ক অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ইতিহাসৰ এক বৈশিষ্ট্যসম্পন্ন আৰু আকৰ্ষণিয় চৰিত্ৰত পৰিণত কৰিছে।

চিলাৰায় দিৱস পালনৰ অন্তৰালত অৱশ্যে লুকাই আছে কোঁচ ৰাজবংশীসকলৰ জাতীয় পুনৰুত্থানৰ আকাংক্ষা। তথাপি চিলাৰায়ৰ বীৰত্ব আৰু আকৰ্ষণীয় চৰিত্ৰক কোঁচ ৰাজবংশীৰ বাহিৰেও অন্য সকলো জনগোষ্ঠীয়ে শ্ৰদ্ধাৰে স্মৰণ কৰে।

# ছুকাফা দিৱস

ছুকাফা অহাৰ আগতে অসম বা অসমীয়া বুলি কোনো এটা জাতি আৰু ভূখণ্ড নাছিল। ছুকাফাই স্থাপন কৰা ৰাজ্যখনৰ পৰিবৰ্ধিত ৰূপেই অসম। চাওলুং ছুকাফা স্বৰ্গদেৱে সৌমাৰ পীঠত আহোম ৰাজ্য প্ৰতিষ্ঠাৰ দিনটোক অসমৰ ইতিহাসৰ অতি তাৎপৰ্যপূৰ্ণ যুগান্তকাৰী দিন হিচাপে গণ্য কৰা হয়। ১২২৮ চনৰ ১৬ আঘোণৰ এই পবিত্ৰ দিনটোতে উজনি অসমৰ জনগোষ্ঠী সমূহক সংহতিৰ এনাজৰীৰে বান্ধি এক নতুন জাতি গঠনৰ বাবে কঠিয়া সিঁচা হয়। এই কঠিয়াই দলহ-দপহকৈ বাঢ়ি আজিৰ অসমীয়া জাতি হৈছেহি। স্বৰ্গদেউ ছুকাফাই আৰম্ভ কৰা এই প্ৰক্ৰিয়াটোকে অসমীয়া জাতিক নতুন ৰূপত গঢ়াৰ প্ৰাৰম্ভিক প্ৰক্ৰিয়া বুলি অভিহিত কৰা হয়। উজনি অসমৰ মৰাণ, বৰাহী, চুতীয়া, কছাৰী আদি সকলো সম্প্ৰদায়ৰ লোকক একত্ৰৰ ডোলেৰে বান্ধি অসমীয়া জাতি গঠিত হোৱাত যি প্ৰাৰম্ভিক অথচ নিৰ্ণয়াত্মক অৱদান ছুকাফাই আগবঢ়ালে- সেই অৱদানক কালজয়ী কৰাৰ উদ্দেশ্যেই আধুনিক যুগত ছুকাফাই সৌমাৰত ভৰি দিয়া দিনটো ছুকাফা দিৱস হিচাপে পালন কৰা হয়।

## চুকাফা ব্যক্তিজন

চাও চুকাফা ম'ঙ্-মিং-কুপ-ক্লিং-নয় বা ম'ঙ মিং ৰাজ্যৰ ৰজা ফু-ছাং-কাং বা চাও ন্যেউৰ তৃতীয় পুত্ৰ। মাক নাং-ম'ঙ-ব্লক-খাম্-চেং বা সোণবৰণীয়া ধুনীয়া ফুলৰ দৰে নাৰী। তেওঁ আছিল মাও-লুঙৰ ৰজা চাও তাই পঙৰ কন্যা। মাও লুঙৰ ৰাজধানী চেন-চেতেত এনায়েক (মাকখ-খাক)ৰ ঘৰত চুকাফাৰ জন্ম হৈছিল। চুকাফাৰ অৰ্থ কোনো কোনোৱে স্বৰ্গৰ সন্তান বা স্বৰ্গৰ বাঘৰ সন্তানৰ লগত তুলনা কৰে।

চুকাফা ১৯ বছৰ বয়সলৈকে এনায়েকৰ ঘৰতে আছিল। দেউতাক ফু-ছাং-কাং মাত্ৰ সাত বছৰ ৰাজত্ব কৰি মৃত্যুৰ মুখত পৰে। আগতেই ফু-চাং-কাঙে নিজ ৰাজ্যখন ভাগ কৰি পুত্ৰ সকলক শাসন কৰিবলৈ দিছিল। সেই হিচাপে ১২০৯ খৃষ্টাব্দৰপৰা চুকাফা আছিল ম'ঙ মিং আৰু কেং-লাওৰ শাসন কৰ্তা। সেই সময়ত মাও লুঙৰ ৰজা আছিল চুখান ফা। কোনো কাৰণত জুন লুঙৰ ৰজাৰ লগত চুখানফাৰ যুদ্ধৰ সূচনা হোৱাত আৰু চুখান ফাই জুন লুঙৰ ৰজাৰ বিৰুদ্ধে তেওঁক সহায় কৰিবলৈ পেহীয়েকৰ পুতেক ভ্ৰাতৃ চুকাফাক আহ্বান জনাইছিল। কিন্তু ভ্ৰাতৃঘাতী যুঁজত কোনো পক্ষকে সহায় কৰিবলৈ চুকাফা অমান্তি হয়। চুখান ফাই এই কথাত ক্ৰোধান্বিত হৈ চুকাফাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ উদ্যত হয়। চুকাফাই এই দৰে ভাই-ককাইৰ লগত অবাঞ্চিত যুঁজত লিপ্ত হোৱাতকৈ মুং দুন ছুন খামত এখন নতুন ৰাজ্য পতাৰ মানসেৰে ম'ঙ মিং এৰি প্ৰথমে ম'গঙলৈ আহিল। ম'গঙত সেই সময়ত ৰজা আছিল তেওঁৰ ককায়েক ছুখামফা। ম'গঙৰপৰা চুকাফাই যাত্ৰা কৰিলে মুং দুন ছুন খাম বা ঐ-চালি-লুং অৰ্থাৎ বৰ্তমানৰ অসমলৈ। ঐ-চালি-লুং মানেও স্বৰ্ণভূমি। এই ভূখণ্ডৰ বিষয়ে চুকাফা জ্ঞাত আছিল। কাৰণ ১২১৫ খৃঃতে মাও ছান ৰাজ্যৰ সেনাপতি ছাম লং ফাৰ নেতৃত্বত এটা বিশাল তাই বাহিনীয়ে উজনি অসমৰ উপৰি কাছাৰ আৰু মণিপুৰৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল।

এই পৰ্যন্ত অধ্যয়ন কৰিলে আমি দেখা পাওঁ যে চুকাফাৰ চৰিত্ৰত আছিল ভ্ৰাতৃঘাতী ৰণৰপৰা মুক্ত থাকিব খোজা এক মহত্ত্ববোধ। এই মহত্ত্ববোধৰ বাবেই তেওঁ ভ্ৰাতৃৰ লগত যুদ্ধ নকৰি নিজ ৰাজ্য এৰি থৈ পাটকাই পৰ্বতমালা অতিক্ৰম কৰি ঐ চালি লুং বা মুংদুন চুন খামত প্ৰৱেশ কৰিছিল।

চাও ছুকাফা ঐ চালি লুঙলৈ অহাৰ পূৰ্বেই বিবাহ পাশত আবদ্ধ হৈছিল। ছুকাফাৰ লগত তেওঁৰ তিনিগৰাকী ৰাণী ক্ৰমে আই মে-চাও-লো, নাং-চেং-চুম্-ফা আৰু ৱিলো-ৱেংচি-চুম ফা আহিছিল। ন হাজাৰ সৈন্য, তিনি হেজাৰ ঘোঁৰা চোৱা সহ তিনিহেজাৰ ঘোঁৰা, দুজন মন্ত্ৰী ক্ৰমে থাও-মাং-বান-ৰুই আৰু থাও-মং-কাঙ-ঙানৰ উপৰি কেবাটাও সম্ভ্ৰান্ত বিষয়া পৰিয়াল আহিছিল। তিনিজন পুৰোহিত ক্ৰমে থাও-মঙ-লুং-কাং-য়াও-খেন-লুং, চাও ফ্ৰাং আৰু থাও মঙ-ম'ছাইসহ পূজাৰ বিগ্ৰহ চোম-চেং বা চোমদেৱক লগত আনিছিল। ছুকাফাৰ বাহিনীটোত এটা দঁতাল আৰু এজনী মাখুন্দী আহিছিল। সৈন্য সকলে লগত তিৰোতা আনিছিল নে নাই সেই সম্পৰ্কে বুৰঞ্জী নিমাত যদিও নাই অনা বুলিও বুৰঞ্জীত নাই। বৰঞ্চ ছুকাফাই পাটকাই পাৰ হোৱাৰ আগতে খাম য়াঙত খাট-পাম পতালৈ চাই প্ৰথম ম'গঙত আৰু পিছত খাম য়াঙত পত্নী আৰু পুত্ৰ-কন্যা সকলক এৰি আহিছিল বুলি ভাবিবৰ থল আছে। টি পামত তিনিবছৰ পাম বা চাপৰি প্ৰতিষ্ঠা কৰি থকাৰ পিছতহে ছুকাফাৰ ৰাজ্যৰ সীমা দিখৌ আৰু দিহিঙৰ মাজৰ সুজলা-সুফলা অঞ্চললৈ বিস্তৃত হৈছে।

## ছুকাফাৰ মহানুভৱতা

ছুকাফা ঐ চালি লুং বা স্বৰ্ণভূমিলৈ অহাৰ আগতে পাটকাইৰ আনটো পাৰে খাম য়াং নৈৰ পাৰত কিছুদিন আছিল। এই খাম য়াং নদী নং য়াং হ্ৰদত পৰি পুনৰ তুৰুং নাম লৈ চিন্দুইন নদীত পৰিছে। এই ঠাইত তাই জাতিৰ লোকসকল আছিল। ইয়াতে খাট পাতি কিছুদিন ৰৈ ছুকাফাই পুনৰ যাত্ৰা আৰম্ভ কৰিলে পাটকাই পাৰহৈ। ১২২৭ খৃঃত ছুকাফাই দৈ কাও ৰং বা নটা পৰ্বত লগ লগা ঠাই পাৰ হ'ল। ইয়াৰ পিছত নাম ৰঙেদি ভটিয়াই আহি দিহিং আৰু দিহিঙেদি ভটিয়াই আহি ১২২৮ চনৰ আঘোণ মাহৰ ১৬ তাৰিখে সৌমাৰত ভৰি দিলেহি। যি ঠাইত সৌমাৰত প্ৰথম খোপনি ললে সেই ঠাইখন হ'ল টিপাম। টি অৰ্থ মাটি, পাম মানে চাপৰি। এই টিপামতে চাৰিটা চাপৰিত খেতি-বাতি কৰি ছুকাফাই তিনি বছৰ কটালে।

প্ৰসঙ্গত উল্লেখ্য যে ছাম লং ফাই ইয়াৰ আগতেই ১২১৫ চনত সৌমাৰ জয় কৰি নগা, চুতীয়া, মৰাণ, বৰাহী, কছাৰী আদি ৰজাসকলক বশ কৰি কৰ-ভাৰ শোধাবলৈ তিনিজন বিষয়া পাতি গৈছিল। ছাম লং ফাৰ মৃত্যুৰ পিচত

সুদীৰ্ঘ বাৰ বছৰ ধৰি মাও ছান ৰাজ্যৰে কোনো সম্পৰ্ক এই অঞ্চলৰ প্ৰজাৰ হোৱা নাছিল। ছুকাফা আহি পোৱাত এই অঞ্চলৰ প্ৰজাই ছুকাফাকে বৰিলে। ছাম লং ফাই পাতি থোৱা বিষয়া তিনিজনেও ছুকাফাৰ লগত সহযোগিতা কৰিলে। এই বিষয়া তিনিজনৰ প্ৰথম জনক ছুকাফাই বিমুন পাতৰ নাম দিলে। বিমুন পাতৰৰ অৰ্থ সহায়কাৰী পুৰণি বিষয়া। এই নামকৰণেই প্ৰমাণ কৰে যে ছুকাফাক পূৰ্বৰ বিষয়াসকলে ক্ষমতা শক্তিশালী কৰাত অৰিহণা যোগাইছিল। অন্য বিষয়া দুজনক ছুকাফাই গড়গঞা সন্দিকৈ পাতিলে। থাও ম'ঙ-বান কইক বুঢ়া গোহাঞি আৰু থাও ম'ঙ কাঙ-ঙানক বৰগোহাঞি পতাৰ উপৰি অন্যান্য সম্ভ্ৰান্ত সকলক বিষয় বাব দি ছুকাফাই ৰাজ্য প্ৰতিষ্ঠা আৰু শাসনৰ প্ৰাথমিক ভিত্তি টিপামতে প্ৰতিষ্ঠা কৰিলে।

ৰাজ্য প্ৰতিষ্ঠাৰ প্ৰাথমিক বুনিয়াদ নিৰ্মাণতে ছুকাফাৰ মহত্ত্ব প্ৰকৃততে সীমাবদ্ধ নাছিল। ছুকাফাৰ সৰ্বপ্ৰধান অৱদান আছিল সামাজিক সংহতিৰ ভিত্তি প্ৰতিষ্ঠা কৰা। মৰাণ, নগা, বৰাহী, কছাৰী, চুতীয়া, মিৰি ইত্যাদি নানা সম্প্ৰদায়ৰ মানুহ সমাজ পাতি একে লগে বহিব পৰা আৰু বিয়া-সবাহত অংশ গ্ৰহণ কৰি এক জাতি নিৰ্মাণত অৰিহণা যোগাব পৰাকৈ নতুন সহনশীল আৰু সহাৱস্থান ভিত্তিক নীতি উদ্ভাৱনত প্ৰকৃততে ছুকাফাৰ তুলনা নাই। যুদ্ধ জয়তকৈও ছুকাফাই সমাজ নিৰ্মাণ আৰু কৃষি অৰ্থনীতিৰ বুনিয়াদ গঢ়ি তোলাত অধিক গুৰুত্ব দিছিল। স্থানীয় মানুহখিনিয়ে সেয়ে ছুকাফাক শত্ৰু জ্ঞান নকৰি বুকুৰ আপোন কৰি লৈছিল। সাধাৰণ মানুহ হিচাপে নলৈ ছুকাফাক স্থানীয় মানুহখিনিয়ে মহান দেৱতুল্য মানুহ হিচাপে শ্ৰদ্ধা কৰিবলৈ লৈছিল।

ছুকাফাৰ ৰাজ্যখন দিখৌ আৰু দিহিং নদীৰ মাজৰ অঞ্চলতে সীমাবদ্ধ আছিল। তেওঁ সমীপৱৰ্তী চুতীয়া আৰু কছাৰী আদি ৰাজ্যসমূহৰ লগত শত্ৰুতা আৰু যুদ্ধৰ নীতি গ্ৰহণৰ সলনি সহাৱস্থান আৰু মিত্ৰতাৰ নীতি গ্ৰহণ কৰিছিল। ছুকাফাৰ ৰাজত্বকাল ৩৯ বছৰ ৪ মাহ ১৪ দিন। ইংৰাজী ১২৬৮ খৃঃত ৭৭ বছৰ বয়সত ছুকাফাৰ মৃত্যু হয়।

ছুকাফাৰ আদৰ্শ বহুত্বৰ মাজত সংহতিৰ, ঐক্য আৰু প্ৰগতিৰ। ছুকাফাৰ অনুগামীসকলে সুদীৰ্ঘ ছশ বছৰ ধৰি এই সংহতিৰ আদৰ্শকে সাৰোগত কৰি অসমীয়া সমাজখন সুনিৰ্মিত কৰাত অৰিহণা যোগালে। এই আদৰ্শৰেই অসমৰ মানহে মংগোলীয়, আৰ্য, কোল-মুণ্ডা আৰু অন্যান্য সকলো জনগোষ্ঠীৰ

লোকসকলক অসমত আদৰি লৈ গুণগত ভাৱে শক্তিশালী এটা জাতি গঢ়ি তুলিলে। গতিকে আধুনিক অসম নিৰ্মাণৰ যি আদৰ্শগত ভিত্তি ছুকাফাই গঢ়ি থৈ গ'ল সিয়েই যাউতিযুগীয়া অসমীয়া জাতিৰ সংহতি নিৰ্মাণত অৰিহণা যোগালে। ছুকাফাৰ প্ৰধান ঐতিহাসিক তাৎপৰ্য হ'ল এটা জাতিৰ ভৱিষ্যমুখী সপোনৰ বুনিয়াদ নিৰ্মাতা হিচাপে অত্যাচাৰৰ পৰিৱৰ্তে প্ৰেম, বিচ্ছিন্নতাৰ বিৰুদ্ধে সম্প্ৰীতি আৰু সংঘাতৰ বিপৰীতে সহাৱস্থান- এয়াই আছিল ছুকাফাৰ আদৰণীয় ঐতিহাসিক শিক্ষা।

ছুকাফাৰ এই মহান অৱদানক স্বীকৃতি দিয়েই অসমত সম্প্ৰতি ছুকাফা দিৱস পালন কৰিবলৈ লোৱা হৈছে। আটাইতকৈ তাৎপৰ্যপূৰ্ণ কথাটো হ'ল ছুকাফাকেই আধুনিক অসমৰ নিৰ্মাতা হিচাপে স্বীকৃতি দিয়া হৈছে আৰু ছুকাফাই সৌমাৰত ৰাজ্য প্ৰতিষ্ঠা কৰাৰ দিনটোক অসম দিৱস হিচাপে পালন কৰিবলৈ লোৱা হৈছে। ছুকাফা দিৱসকে অসম দিৱস হিচাপে চিহ্নিত কৰাৰ জৰিয়তে ছুকাফাৰ যুগান্তকাৰী অৱদান ঐতিহাসিক অৱদান স্বীকৃত আৰু মহিমামণ্ডিত হৈছে বুলিব পাৰি।